# একশৰণ নামধৰ্ম্ম

আৰু

# কৃষ্ণানন্দ ব্ৰহ্মচাৰী

## জন্ম শতবাৰ্ষিকী অৰ্ঘ





সম্পাদনা : কনকচন্দ্ৰ ডেকা

১৯৯৬ ইং

EK SHARAN NAMDHARMA ARU KRISHNA-NANDA BRAHMACHARI: A collection of articles on the Vaishnavite Religion and Culture and on the colourful life and works of Shrimat Swami Krishnananda Brahmachari, edited by Shri Kanak Chandra Deka on the occasion of Swamiji's Birth Centenary Celebration. First Edition—Released on 27th Oct., 1996.
Price : Rupees Seventy five only.

একশৰণ নামধৰ্ম্ম আৰু কৃষ্ণানন্দ ব্ৰহ্মচাৰী

সম্পাদনা : কনকচন্দ্ৰ ডেকা

১ম সংস্কৰণ : ১৯৯৬ ইং

প্ৰকাশক : কৃষ্ণানন্দ ব্ৰহ্মচাৰী জন্ম-শতবাৰ্ষিকী উদযাপন সমিতি,
গুৱাহাটী।

প্ৰচ্ছদপটৰ শিল্পী : ত্ৰৈলোক্য দত্ত

মূল্য : ৭৫'০০ টকা

মুদ্ৰক : পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৮

# সমৰ্পণ



সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য মামেকং চৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥

একশৰণ নামধৰ্ম্মত একান্ত বিশ্বাসী ভকত আৰু
গুৰুভাইসকলৰ হাতত সভক্তিৰে অৰ্পিত।

সম্পাদক

## সম্পাদকীয়

১৯৯১ চনৰ ২৪ মার্চ তাৰিখে আবেলি ১২ বাজি ৩৩ মিনিটত পঞ্চানব্বৈ বছৰ বৃদ্ধ বয়সত কুৰি শতিকাৰ উত্তৰ-পূব ভাৰতবৰ্ষৰ অন্যতম শ্রেষ্ঠ বৈষ্ণৱ ধৰ্ম্মগুৰু, ভাৰতবৰ্ষৰ ১৯২১ চনত অসহযোগ আন্দোলনত জঁপিয়াই পৰি নির্জন কাৰাবাস ভোগ কৰা অক্লান্ত মুক্তি-যুঁজাৰু, দুবাৰকৈ বিনা প্রতিদ্বন্দ্বিতাৰে অসম বিধান সভাৰ সদস্য নির্বাচিত হোৱা, 'শ্ৰীমদ্ভগৱত গীতা' আৰু 'নামঘোষাৰ' তত্ত্বগধুৰ বিশ্লেষণাত্মক টীকা-ভাষ্য প্রণয়ন কৰা, চিৰকৌমার্য্য ব্রতী, মাণিক-পুৰৰ 'গোবিন্দ ভৱন গীতাসত্র, মৰিগাঁও ন-গীতাসত্র, উত্তৰ-বঙ্গস্থিত দেৱীতলা, শাকদল প্রভৃতি সত্রসমূহৰ প্রতিষ্ঠাতা সত্রাধিকাৰ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্রহ্মচাৰীদেৱৰ পৰলোক প্রাপ্তি ঘটাত নিসন্দেহে অসম আকাশৰ উজ্জ্বল নক্ষত্র এটি খঁহি পৰিল।

৩।৪।৯১ তাৰিখে মহাপুৰুষ ৰাজৰ্ষি কৃষ্ণানন্দৰ আদ্যশ্রাদ্ধৰ শ্রদ্ধাঞ্জলি যাচি অসমীয়া জনপ্রিয় দৈনিক বাতৰি কাকত এখনলৈ প্ৰবন্ধ এটি পঠোৱাত অতি আগ্ৰহেৰে প্ৰকাশ কৰিছিল। গুৱাহাটীৰ-পৰা প্ৰকাশিত দৈনিক ইংৰাজী কাকত এখনৰ সম্পাদক এজনলৈ স্বামীজীৰ ছৱিসহ টাইপ কৰা ইংৰাজী প্ৰবন্ধ এটি নি দেখা কাৰ তেখেতৰ হাতত ছৱি আৰু প্ৰবন্ধটো তুলি দিছিলোঁ। তেখেতে মোক হতবাক কৰি প্ৰশ্ন কৰিলে—"এইজন আৰু কোন ব্ৰহ্মচাৰী ওলাল? বিহাৰী নে বঙালী?" সম্পাদক ডাঙৰীয়াৰ প্ৰতি মোৰ পুতৌ জন্মাৰে কথা। বিনা বাক্যব্যয়ে এক প্ৰকাৰ তেওঁৰ হাতৰ-পৰা লেখাটো কাঢ়ি আনি লগে লগে আন এখন ইংৰাজী কাকতৰ

সম্পাদকৰ ওচৰলৈ গৈ প্ৰবন্ধটো দিয়াত অতি আগ্ৰহেৰে প্ৰকাশৰ বাবে লৈ ক'লে—“আপুনি বৰ ৰক্ষা কৰিলে। পৰহি ব্ৰহ্মচাৰীদেৱৰ আদ্যশ্ৰাদ্ধৰ দিনা প্ৰকাশ কৰাৰ কাৰণে প্ৰবন্ধ এটি বিচাৰিয়েই আছিলোঁ।”

১৯৯১ চনৰ ২৮ মাৰ্চৰ দিনা স্বামীজীৰ অন্যতম স্নেহৰ অনুষ্ঠান তথা গুৱাহাটীস্থ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতিৰ প্ৰাঙ্গণত বহা শোকসভাত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য শ্ৰীজিতেন্দ্ৰ নাথ দাসে স্বামীজীৰ সম্পৰ্কত উচ্চাভিমত দাঙি ধৰি কৈছিল—“মই সৰ্বপল্লী ডক্টৰ ৰাধাকৃষ্ণণৰ উচ্চ প্ৰশংসিত দাৰ্শনিক গ্ৰন্থসমূহৰ কিছু গভীৰ অধ্যয়ন কৰিছোঁ আৰু স্বামীজীৰো বৃহৎ কলেৱৰৰ “শ্ৰীমদ্ভগৱত গীতাৰ” টীকা-ভাষ্য আৰু নামঘোষা ভাবামৃত” গ্ৰন্থ দুখন খৰচি মাৰি পঢ়িছোঁ। এই সম্পৰ্কত মই দৃঢ়ভাৱে ক'ব পাৰোঁ স্বামীজীৰ অধ্যাত্ম দৰ্শন ৰাধাকৃষ্ণণতকৈ কোনো গুণেই কম নহয়।” শ্ৰীদাসে পুনৰ কৈছিল—“মহাপুৰুষজনাৰ পাঁচশ বছৰ পিছত তেওঁৰ প্ৰকৃত উত্তৰাধিকাৰী শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ আৱিৰ্ভাৱ হৈছিল। তেনে আৰু এজন কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু কিমান শ বছৰ পিছত অসম ভূমিত আৱিৰ্ভাৱ হ'ব তাক কোৱাটো টান।”

পুৰীস্থ শ্ৰীমন্ত শঙ্কৰদেৱ সংস্কৃতি সমাজৰ উদ্যোগত উক্ত কৃষ্টি বিকাশ সমিতিৰ কীৰ্ত্তন ঘৰত অনুষ্ঠিত সমাজৰ অন্যতম পৃষ্ঠপোষক স্বামীজীৰ পৰম ভক্ত শ্ৰীচিদানন্দ দাস ডাঙৰীয়াই শোক তৰ্পণ কৰি কৈছিল—“স্বামীজীৰ অন্তৰ্ধানত অসম তথা সমগ্ৰ ভাৰতৰ একশৰণ বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ সঁচাকৈয়ে এটি অপূৰণীয় ক্ষতি হ'ল। তেখেত এজন আদৰ্শ ধৰ্মগুৰু হোৱাৰ উপৰি এজন সুদক্ষ সংগঠক, আদৰ্শ ৰাজনীতিবিদ, প্ৰবীণ মুক্তি-যুঁজাৰু আৰু পুৰীস্থ শ্ৰীমন্ত শঙ্কৰদেৱ সংস্কৃতি সমাজৰ মুখ্য পৃষ্ঠপোষক আছিল। পুৰীৰ এই সাংস্কৃতিক অনুষ্ঠানটি স্থাপন কৰাত আৰু কোচবিহাৰ-মধুপুৰ

ধামক পুনৰ জীৱন দিয়াত স্বামীজীৰ ত্যাগ আৰু অৱদান অনস্বীকাৰ্য্য।"

এইগৰাকী অৱতাৰী মহাপুৰুষক ১৯৮৮ চনত তেখেতৰ সেৱক-সকলে এখনি অভিনন্দন গ্ৰন্থেৰে অভিনন্দিত কৰাৰ উদ্দেশ্যে এই নিঃকিনক সম্পাদক ৰূপে লৈ এখনি সম্পাদনা সমিতি গঠন কৰিছিল। আমি কামত কিছুদূৰ অগ্ৰসৰ হৈয়ো অৰ্থৰ অভাৱত উজুটি খাব লগীয়া হ'ল। জীৱন কালত প্ৰভুৰ কৰকমলৰ গ্ৰন্থখিনি তুলি দিব নোৱাৰি মৰ্মান্তিক বেজাৰ পাইছিলোঁ।

যি কি হওঁক ১৯৯৬ চনত তেখেতৰ জন্ম-শতবাৰ্ষিকী উৎসৱ অসমৰ কেবা ঠাইতো ভক্তসকলে যথোপযুক্তভাৱে পালন কৰিলে। গুৱাহাটী মহানগৰীত স্বামীজীৰ ভালেমান শিষ্য-প্ৰশিষ্য আৰু গুণমুগ্ধ লোক আছে। যোৱা ৩১।৩।৯৬ তাৰিখে বশিষ্ঠাশ্ৰমৰ নিকটবৰ্ত্তী শান্তি-সাধনা আশ্ৰমত পূজ্য শ্ৰীহেমভাইক মুখ্য পৃষ্ঠপোষক আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য্য শ্ৰীকমলেশ্বৰ বৰাদেৱক সভাপতি ৰূপে লৈ **শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী জন্ম শত-বাৰ্ষিকী উদ্‌যাপন সমিতি** গঠন কৰা হ'ল। সমিতিৰ সম্পাদকৰ গুৰুভাৰ ল'বলৈ কোনো ব্যক্তি আগবাঢ়ি নহাত আমাৰ মাজত একপ্ৰকাৰ এটি সংকট উপস্থিত হৈছিল। অন্তত নানা সমস্যাৰ মাজত থাকিও সভাপতি প্ৰমুখ্যে আটাইৰে মৰমৰ দাবীত আমি সেই দায়িত্ব মূৰ পাতি ল'বলগীয়া হ'ল। লগতে **"একশৰণ নামধৰ্ম্ম আৰু কৃষ্ণানন্দ ব্ৰহ্মচাৰী"** নামৰ প্ৰস্তাৱিত বৃহৎ পৰিমানৰ স্মৃতি-গ্ৰন্থখনি সম্পাদনা কৰাৰ দায়িত্বও কান্ধ-পাতি ল'বলগীয়া হ'ল। যোৱা আগষ্ট মাহত তাৰিখে উদযাপন সমিতিৰ সাধাৰণ সম্পাদকৰ দায়িত্ব বহন কৰাৰ দিনৰেপৰা ৬ খন কাৰ্য্যনিৰ্বাহক সভা আহ্বান কৰি সমিতিৰ বিষয়ববীয়া, মুখ্য পৃষ্ঠপোষক, উপদেষ্টা মণ্ডলীৰ কাৰ্য্যকৰী সহায়ত আমি কামত ভালেখিনি অগ্ৰসৰ হ'লোঁ। অভাৱনীয় অৰ্থ সঙ্কটৰ মাজত তত্ত্ব-মধুৰ ৰচনা সম্ভাৰেৰে স্মৃতি-গ্ৰন্থখনিও যুগুত কৰি উলিয়াব

পৰা হ'ল। সমিতিৰ বিষয়ববীয়া, সদস্য আৰু গুৱাহাটীৰ ভালেমান স্বামীজীৰ গুণমুগ্ধ ব্যক্তি অকুণ্ঠচিত্তে আমালৈ দান-বৰঙণি আগবঢ়াই আমাক চিৰঋণী কৰি ৰাখিলে।

প্ৰস্তাৱিত অভিনন্দন গ্ৰন্থখনিৰ বাবে কেইটামান মূল্যৱান প্ৰবন্ধ আমি আগতে পাই থৈছিলোঁ। পিছলৈ আমাৰ অনুৰোধক্ৰমে স্মৃতি-গ্ৰন্থৰ কাৰণেও ভালেমান পণ্ডিত, বিজ্ঞলোকে আমালৈ প্ৰবন্ধ আগবঢ়ালে। গ্ৰন্থখনিত স্বামীজীৰ প্ৰণীত প্ৰবন্ধ দুটিৰ উপৰিও তেখেতৰ জীৱনৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ শ্ৰীমদ্ভগৱত গীতা আৰু শ্ৰীশ্ৰীনাম-ঘোষা ভাবামৃতৰ অমূল্য পাতনি দুখনো পুনৰ মুদ্ৰণ কৰা হ'ল। এই ছেগতে প্ৰবন্ধ লেখকসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

আমাৰ বিশিষ্ট চিত্ৰশিল্পী, বন্ধু শ্ৰীত্ৰৈলোক্য দত্তই গ্ৰন্থখনিৰ প্ৰচ্ছদপট অঙ্কন কৰি দি আমাৰ শলাগৰ পাত্ৰ হৈছে।

পূৰ্বদেশ মুদ্ৰণৰ স্বত্বাধিকাৰ শ্ৰীপ্ৰশান্ত কুমাৰ শৰ্মা প্ৰমুখ্যে প্ৰেছৰ কৰ্মীবৃন্দই দিনেই নিশাই অপৰিসীম পৰিশ্ৰম কৰি স্মৃতি-গ্ৰন্থখনি মুকলি সভাত (২৭/১০/৯৬) উন্মোচন কৰিব পৰাকৈ ছপাই দি আমাৰ আন্তৰিক ধন্যবাদ পাইছে।

সৰ্বশেষত আমাৰ সম্পাদনা কাৰ্য্যত হোৱা অনিচ্ছাকৃত ভুল-ত্ৰুটীৰ বাবে সবাৰো ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

জয়তু শ্ৰীমৎ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী।

গুৱাহাটী
২৭ অক্টোবৰ, ১৯৯৬ ইং

কনকচন্দ্ৰ ডেকা
সম্পাদক

# সূচীপত্ৰ

# কৃষ্ণানন্দ ব্ৰহ্মচাৰী জন্ম শতবাৰ্ষিকী উদযাপন সমিতি
## ১৯৯৬ ইং

মুখ্য পৃষ্ঠপোষক : শ্ৰীহেমভাই

পৃষ্ঠপোষক : স্বামী হৃদয়ানন্দ

**উপদেষ্টা মণ্ডলী :**

শ্ৰীনাৰায়ণ দত্ত

শ্ৰীমদন মোহন পাঠক

কুমাৰী বিজুলী মিত্ৰ

**কাৰ্য্যনিৰ্বাহক সমিতি :**

সভাপতি : শ্ৰীকমলেশ্বৰ বৰা

কাৰ্য্যকৰী সভাপতি : শ্ৰীকৃষ্ণ কুমাৰ বৰা

উপ-সভাপতি : শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰি

সাধাৰণ সম্পাদক আৰু

স্মৃতিগ্ৰন্থ সম্পাদক : শ্ৰীকনকচন্দ্ৰ ডেকা

কোষাধ্যক্ষ : শ্ৰীধৰ্ম্মকান্ত বৰুৱা

সহকাৰী সম্পাদিকা : শ্ৰীমতী নয়ন দত্ত

**সদস্য ও সদস্যা :**

শ্ৰীসত্যনাথ দাস

ডাঃ শ্ৰীদৈত্যাৰি দাস

ডাঃ শ্ৰীমতী প্ৰিয়ম্বদা দাস

শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ

শ্ৰীদয়ালকৃষ্ণ বৰা

শ্ৰীমতী লাৱণ্য দাস

শ্ৰীশঙ্কৰচন্দ্ৰ দাস

শ্ৰীথানেশ্বৰ দেৱগোস্বামী

শ্ৰীকামেশ্বৰ ঠাকুৰীয়া

শ্ৰীহেমন্ত কুমাৰ গোস্বামী

শ্ৰীউদ্ধৱ তালুকদাৰ

শ্ৰীমতী ৰমলা ৰায় চৌধুৰী



কৰ্ম্মৰ সক ডাঙৰ, ভাল-বেয়া বিচাৰ নাই। অনাসক্ত বুদ্ধি, সৰ্ব্বত্ৰ জীৱাত্মা, বিগতস্পৃহ হৈ যিজনে স্বধৰ্ম্ম আচৰণ কৰি জীৱন নিৰ্ব্বাহ কৰে সেইজনে ব্ৰাহ্মণ হৈ বেদ পাঠ কৰক নাইবা 'হৰিজন' হৈ নৰ্দ্দমা চাফ কৰক, তত্ত্ব দৃষ্টিত দুয়োজনৰে কোনো ভেদ নাই। দুয়োজনেই সমান পৰমাৰ্থিক কল্যাণৰ অধিকাৰী। কৰ্ম্ম মাত্ৰেই গুণ বা দোষৰ কাৰণ নহয়। কৰ্ম্ম-কৰ্ত্তাৰ উদ্দেশ্য লৈহে গুণ আৰু দোষৰ বিচাৰ হয়। নৰহত্যা মাত্ৰেই হত্যাপৰাধী নহয়। হত্যাকাৰীৰ উদ্দেশ্য লৈহে দোষী-নিৰ্দ্দোষীৰ বিচাৰ হয়।

কৃষ্ণানন্দ

# আধ্যাত্মিক উত্তৰণত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অদ্বৈতবাদ

কমলেশ্বৰ বৰা

সৃষ্টিৰ আদিতে মানৱ সমাজৰ ক্ৰমবিকাশৰ পথত যেতিয়া চেতনাৰ প্ৰথম উন্মেষ হ'ল, তেতিয়া জড় জগতত অন্যান্য প্ৰাণীতকৈ মানুহৰ মনৰ দিগন্তত নতুন চিন্তা আৰু ধ্যান-ধাৰণাই সাকাৰ ৰূপ পালে। প্ৰাচীন সভ্যতাবিলাকৰ ভিতৰত উল্লেখনীয় মিচৰৰ সভ্যতাত ৰজা ইখনেটনৰ দিনতেই প্ৰথম ব্যক্তি সত্তা চেতনাৰ উন্মেষ হৈছিল। ভাৰতবৰ্ষ আৰু ইৰানত সেইখিনি সময়তেই বা তাৰ অলপ পাছতেই আৰম্ভ হৈছিল আৰ্য্যগোষ্ঠিক প্ৰব্ৰজন। সিন্ধু, গঙ্গা আৰু ইউফ্ৰেটিছৰ পাৰতেই উচ্চাৰিত হৈছিল বেদৰ ওঙ্কাৰ ধ্বনি আৰু জেন্দ আৱেস্তাৰ আহুৰ মজদাৰ স্তুতি বাণী। প্ৰকৃতিৰ লগত একাত্মবোধৰ লগতে মানুহে সৃষ্টিৰ ৰহস্যৰ কথা চিন্তা কৰিছিল, জীৱাত্মা আৰু পৰমাত্মাৰ মাজৰ সম্পৰ্কৰ কথা ব্যাখ্যা কৰিছিল আৰু গ্ৰীক দাৰ্শনিকসকলৰ দৰেই প্ৰশ্ন কৰিছিল Quo vedis---কঃ পন্থা ?

সৃষ্টিৰ ৰহস্য আৰু সত্য সন্ধানেই মানৱ মনৰ মূল আকূতি। আমি কোন ? ক'ৰপৰা আহিলোঁ, ক'লৈ যাম ? প্ৰকৃতি কি ? বিশ্বব্ৰহ্মাণ্ড কোনে সাজিলে ? আৰু এই সৃষ্টিকৰ্ত্তাৰ লগত অসংখ্য জীৱাত্মাৰ কি সম্পৰ্ক তাকেই ব্যাখ্যা যুগে যুগে বিভিন্ন দৰ্শন, ধৰ্ম্মই আৰু শেহতীয়াকৈ বিজ্ঞানে দিবলৈ চেষ্টা কৰি আহিছে। এনেৰ পাছৰপৰাই গুপ্ত যুগৰ শেষ ভাগলৈকে ভাৰতীয় চিন্তাধাৰাই আধ্যাত্মিক উপলব্ধিৰ মাজেৰে দাৰ্শনিক পৰম্পৰাৰ সৃষ্টি কৰিছিল।

ভাৰতীয় আধ্যাত্মিক চিন্তাৰ বাহক বেদান্ত বা উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু গীতাক প্ৰস্থানত্ৰয়ী বোলা হয়। এই শাস্ত্ৰসমূহৰ লগতে সমান্তৰালভাৱে উপজা নাৰায়ণী আৰু নাৰদীয় পাঞ্চৰাত্ৰ দৰ্শনৰপৰা উদ্ভূত ভাগৱত পুৰাণৰ ভক্তিপ্ৰধান ভাগৱতী ধৰ্ম্ম আৰু দৰ্শনে তামিলনাডুৰ আলৱাৰসকলৰপৰা আৰম্ভ কৰি পোন্ধৰ-যোল্ল শতিকাৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰকসকলৰ দিনলৈকে আধ্যাত্মিব ক্ষেত্ৰত এখন সুকীয়া স্থান দখল কৰিছিল।

বিৱৰ্ত্তন এটা চিৰ প্ৰমাণিত সত্য। আধুনিক বিজ্ঞানতো ই পূৰ্ণমাত্ৰাই স্বীকৃত এই বিৱৰ্ত্তনৰ ক্ষেত্ৰত বেদৰ প্ৰজাপতি, বৰুণ, ইন্দ্ৰৰপৰা পুৰুষ সূক্ত আৰু হিৰণ্যগৰ্ভ সূক্তত এজন মাত্ৰ সৰ্ব্বোত্তম স্ৰষ্টাকৰ্ত্তাই সমস্ত বিশ্বব্ৰহ্মাণ্ড চৰাচৰ সৃষ্টি কৰাৰ আধ্যাত্মিক উত্তৰণৰ কথা দেখিবলৈ পাওঁ।

হিৰণ্যগৰ্ভঃ সমৱৰ্ত্ততাগ্ৰে ভূতস্যজাতঃ পতিৰেক আসীৎ।
স দাধাৰ পৃথিৱীং দ্যামুতেমা কস্মৈ দেৱায় হবিষা ৱিধেম॥

অৰ্থাৎ যি হিৰণ্যগৰ্ভ সকলোতকৈ আদি আৰু যি সকলো প্ৰাণীৰ স্বামী আৰু পৃথিৱী তথা আকাশকো ধাৰণ কৰি আছে, আমি সেই হিৰণ্যগৰ্ভৰ বাহিৰে কাক হবি অৰ্পণ কৰিম? আধুনিক বিজ্ঞানৰ দিশৰপৰা এই সূক্তৰ এটা বিশেষ তাৎপৰ্য্য আছে। ষ্টিফেন হকিনচ্ বোলা বিশ্ববিখ্যাত বৈজ্ঞানিকে "The history of time" বোলা গ্ৰন্থখনত ব্ৰহ্মাণ্ডত থকা কৃষ্ণ গহ্বৰ বা "Black hole"ৰ সৃষ্টিৰ লগত থকা সম্পৰ্কৰ কথা যি লেখিছে, সেইখিনি বহুল পৰিমাণে ঋগবেদৰ হিৰণ্যগৰ্ভ সূক্তৰ সমাৰ্থক। **A primordial black hole with an initial mass of a thousand million tons would have a lifetime roughly equal to the age of the universe. Such holes hardly deserve the epithet black; they really are white hot and are emitting energy at a rate of about ten thousand megawatts**

........According to the general theory of relativity, there must have been a state of infinite density in the past, the big bang; which would have been an effective beginning of time। সেইদৰে বেদৰ পুৰুষ সূক্তত থকা

সহস্ৰশীৰ্ষা পুৰুষঃ সহস্ৰাক্ষঃ সহস্ৰপাৎ
স ভূমিং বিশ্বতো বৃত্বাত্যতিষ্ঠদ্দশাংগুলম ।

( সেই পুৰুষৰ অসংখ্য শিৰ, অসংখ্য নেত্ৰ, অসংখ্য চৰণ আছে। তেওঁ বিশ্বৰ সকলো স্থানকে আবৃত কৰিও হৃদয়ত সূক্ষ্ম ৰূপে আছে। ) এই সূক্তয়ো মানৱ মনৰ উত্তৰণত একেজন পৰমপুৰুষৰ কথাকেই কৈছে। হিৰণ্যগৰ্ভ আৰু পুৰুষ সূক্তত যিজন পৰম পুৰুষৰ কথা কোৱা হৈছে, কালক্ৰমত তেৱেঁই উপনিষদৰ পৰম ব্ৰহ্ম আৰু বৈষ্ণৱ ভাৱাদৰ্শত বিষ্ণু, কৃষ্ণ বা হৰি ৰূপে প্ৰতিভাত হৈছে। জ্ঞানমাৰ্গী শঙ্কৰাচাৰ্য্যই নৱম শতিকাত ব্ৰহ্মসূত্ৰৰ ভাষ্য কৰোঁতে শূদ্ৰক ব্ৰহ্মজ্ঞানৰ অজ্ঞানী আৰু আনকি বেদমন্ত্ৰ উচ্চাৰণ কৰা শূদ্ৰৰ জিভা কাটিবলৈ বিধান তাৰ পোনপটীয়া উলঙ্ঘন কৰি শ্ৰীমন্ত শঙ্কৰ প্ৰমুখ্যে বৈষ্ণৱ গুৰুসকলে লেখিছিল—

সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে স্ফুৰে হৰি বাণী ॥

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণত লেখিছে—

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।

শঙ্কৰাচাৰ্য্যৰপৰা শঙ্কৰদেৱলৈকে আঠশটা বছৰত ভাৰতীয় চিন্তা-ধাৰাৰ অভূতপূৰ্ব্ব পৰিবৰ্ত্তন ঘটিছিল। স্মাৰ্ত্তপন্থী শঙ্কৰাচাৰ্য্যৰ জ্ঞান-মাৰ্গী সংৰক্ষিণী অদ্বৈতবাদী সূত্ৰৰ বিপৰীতে ৰামানুজকে আদি কৰি বল্লভাচাৰ্য্য, মাধৱাচাৰ্য্য, শঙ্কৰদেৱ, চৈতন্যদেৱ আদিয়ে পাক-

ৰাত্ৰীয় চিন্তাধাৰা অনুসৰণ কৰা ভাগৱত পুৰাণৰ ভেটিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ কৰি সৰ্ব্বসাধাৰণ মানুহ অনুপ্ৰাণিত কৰিছিল।

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী,
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিয়া
বহে ব্ৰহ্মাণ্ডক ভেদি॥

মহাপুৰুষ শঙ্কৰদেৱে ভাগৱত পুৰাণক প্ৰস্থানত্ৰয়ী শাস্ত্ৰসমূহৰ সমাৰ্থক স্থান দিছে। কেৱল জ্ঞানমাৰ্গী অহং ভাবক ভাগৱত ভক্তিৰ লীলাই উটোৱাই নিছে। মহাপুৰুষ মাধৱদেৱে নামঘোষাত এইদৰে কৈছে—

সমস্ত বেদান্ত সাৰ মহাভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিলে যিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই।

পণ্ডিত বাপচন্দ্ৰ মহন্তই শঙ্কৰদেৱৰ দৰ্শন গ্ৰন্থত এইদৰে লেখিছে— "উপনিষদ বা বেদান্ত ভিত্তিক তত্ত্বজ্ঞান গীতাত পোৱা যায়, কিন্তু তত্ত্বজ্ঞানৰ লগত ৰসময়ী ভক্তি নহ'লে সাধনমাৰ্গ পূৰ্ণাঙ্গ নহয় বুলি ভবা কাৰণেই নাৰদমুনিৰ উপদেশমতে ব্যাসদেৱে ভাগৱত গ্ৰন্থ ৰচনা কৰিছিল। শঙ্কৰদেৱৰ দৰ্শনত গীতাৰ প্ৰভাৱ অতি সামান্য হোৱাৰো এয়ে কাৰণ।"

স্বাভাৱিকতে প্ৰশ্ন উঠিব পাৰে যে প্ৰস্থানত্ৰয়ীৰ ওপৰত যদি মহাপুৰুষ শঙ্কৰদেৱৰ চিন্তাধাৰা আৰু দৰ্শন প্ৰতিষ্ঠিত নহয় তেনেহ'লে কিহৰ আধাৰত এই দৰ্শনে প্ৰতিষ্ঠা আৰু বিস্তাৰ লাভ কৰিছিল? এইটোও চাবলগীয়া যে ভাৰতৰ সমসাময়িক বৈষ্ণৱ গুৰুসকলৰ প্ৰচাৰিত ভক্তি ধৰ্ম্মতকৈ আমাৰ গুৰুজনাৰ প্ৰচাৰিত ধৰ্ম্ম আৰু দৰ্শনে স্বকীয়া বৈশিষ্ট্যৰ দাবী কৰিব পাৰে।

জড় প্ৰকৃতি আৰু চৈতন্যময় পুৰুষ এই দুই মূল তত্ত্বকে বিশ্ব সৃষ্টিৰ মূল কাৰণ স্বৰূপে ভাগৱত পুৰাণত বহলভাৱে আলোচনা কৰিছে। মহাপুৰুষ ৰচিত অনাদিপাতন নিমি-নৱসিদ্ধ সংবাদৰ যোগেদি তেৰাই সৃষ্টি, স্থিতি, লয়ৰ ৰূপত ভগৱানৰ লীলাৰ স্বৰূপ দেখুৱাইছে। অন্যান্য বৈষ্ণৱ সাধকসকলৰ লেখনীত এই সৃষ্টি তত্ত্বৰ কথা ইমান স্পষ্ট হোৱা নাই। এই ভাৱধাৰাৰ লগত ভাগৱত পুৰাণৰ আশ্ৰয় তত্ত্বত সমাহাৰ হোৱা সাংখ্য যোগ, বেদান্ত আৰু ভাগৱত মতৰ কথাকে মহাপুৰুষে অনাদি পাতনত এনেদৰে বৰ্ণাইছে—

একেশ্বৰে আছো আমি আদি নিৰঞ্জন।
সৃষ্টি যে নাহিকে মোক নকৰে শোভন॥
চৈধ্যয় ভুৱন হৃদয়তে দিলো ঠাই।
প্ৰকৃতি দেৱীয়ে আছে গৰ্ভতে লুকাই॥
জড় হুয়া আছে তাৰ নাহিকে চেতন।
আমি মহা চৈতন্যপুৰুষ নিৰঞ্জন॥

অন্যান্য বৈষ্ণৱ গুৰুসকলৰ বিপৰীতে মহাপুৰুষ শঙ্কৰদেৱে লক্ষ্মী দেৱীৰ বা ৰাধাৰ স্থান এক শৰণীয়া নাম ধৰ্মত গৌণ কৰি থৈছে।

মহাপুৰুষীয়া ধৰ্মত সাধনাৰ পৰিসমাপ্তিৰূপে, গুৰু, দেৱ, নাম আৰু ভকত এই চাৰি বস্তু অপৰিহাৰ্য্য। এই চাৰি বস্তু মহাপুৰুষীয়া ধৰ্মৰ চাৰিটা লাই-খুঁটা। সমস্ত ভকতিৰ উৎস, অনুভৱ, ফল আৰু মুক্তি ইয়াতে নিহিত হৈ আছে। মাধৱ পুৰুষৰ নামঘোষাত এই দৰ্শন আৰু ভক্তি অতি সুন্দৰভাৱে প্ৰতিফলিত হৈছে—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি
সমস্ত মস্তকমণি নিজ ভকতৰ বৈশ্য
ভজো হেন দেৱ যদুপতি।

ইয়াৰ বিপৰীতে ৰামানুজৰ বিশিষ্টা দ্বৈতবাদ, মাধৱাচাৰ্য্যৰ দ্বৈতবাদ, নিম্বাৰ্কৰ দ্বৈতাদ্বৈতবাদ, বল্লভাচাৰ্য্যৰ শুদ্ধাদ্বৈতবাদৰ নিৰ্গুণ

ব্ৰহ্মৰ কথা সীমিত অৰ্থতহে ব্যৱহৃত হৈছে। মহাপুৰুষ শঙ্কৰদেৱে স্পষ্ট ভাষাত প্ৰকাশ কৰিছে—

মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ
চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন,
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥

মহাপুৰুষ শঙ্কৰদেৱে প্ৰচাৰ কৰা অদ্বৈতবাদী ভক্তি দৰ্শনক অসমীয়া সমাজৰ আধ্যাত্মিক উত্তৰণৰ ক্ষেত্ৰত সৰ্ব্বশ্ৰেষ্ঠ আৰু কালজয়ী অৱদান বুলিব পাৰি।



# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ সাহিত্যিক অৱদান

নাৰায়ণ দত্ত

সাহিত্য বুলিলে কি বুজা যায় নাইবা সাহিত্যৰ ভিতৰত কেনে কথা থকাটো দৰ্কাৰ সেই বিষয়ে আলঙ্কাৰিকসকলৰ মাজত মতভেদ থাকিলেও সকলোৱে স্বীকাৰ কৰে যে প্ৰকৃততে সাহিত্য এক মিলন ক্ষেত্ৰ। শব্দ-অৰ্থ, ভাব-ভাষা, ৰূপ-ৰস, বাস্তৱ-অবাস্তৱ লৌকিক-অলৌকিক আদিৰ শিল্পসুলভ মিলনৰ ফলত সাহিত্যৰ সৃষ্টি হ'লেও মৰ্ত্ত্যৰ মাটি-পানী-বায়ু আদিৰ মাজত জীয়াই থাকি নিত্য-অনিত্যৰ গৰাকী চিৰসুন্দৰৰ লগত, মহা চৈতন্যৰ লগত অণু চৈতন্য জীৱৰ মিলনৰ উপায়স্বৰূপ যি সাহিত্য সিহে শ্ৰেষ্ঠ সাহিত্যৰ শ্ৰেণীত পৰে বুলি আমাৰ বিশ্বাস। মনুষ্য জনমটো উদ্দেশ্যহীন বা লক্ষ্যহীন বুলি ভবা সমালোচকসকলে সাহিত্যক কেৱল আনন্দজনক কলা হিচাপে গণ্য কৰিলেও সি কেতিয়াও সনাতন সত্য হ'ব নোৱাৰে। মহাপুৰুষ শঙ্কৰদেৱে গীত-নাট-পদপুথি মানুহক সন্তোষ আনন্দ দিবৰ বাবে ৰচনা কৰা নাছিল। তেখেতৰ ৰচনাসমূহৰ উদ্দেশ্য আছিল মানৱ ভগৱৎমুখী হৈ 'অথিৰ ধনজন জীৱন যৌৱন'ক লৈ নিত্যধন পৰমানন্দস্বৰূপ ঈশ্বৰৰ ওচৰলৈ যাতে আগবাঢ়ি যাব পাৰে। সংসাৰৰ নশ্বৰতাৰ মাজত চিৰসুন্দৰৰ উপলব্ধি কৰি সৰ্ব্বশ্ৰেষ্ঠ নৰ জীৱনৰ সাৰ্থকতা লাভৰ কথা ক'বলৈ যাওঁতেই গুৰুজনাৰ ৰচনাসমূহ মহান সাহিত্যত পৰিণত হৈছে।

বৰ্ত্তমান যুগৰ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱো সাহিত্যিক নহয়, এজন বিশিষ্ট ধৰ্ম্মগুৰুহে। আজীৱন সাধনালব্ধ ভক্তি-জ্ঞানেৰে

মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিবলৈ কৰা ৰচনাসমূহেই সুসাহিত্যৰূপে পৰিগণিত হৈছে। বৰ্ত্তমান চাৰি-কুৰি চৌধ বছৰীয়া স্বামীজীৰ সুদীৰ্ঘ জীৱন কালত অসম আৰু বঙ্গদেশত ধৰ্ম্মীয় অনুষ্ঠান স্থাপন আৰু ধৰ্ম্মবাণী প্ৰচাৰ কৰাৰ মাজতেই পৰাধীন ভাৰতৰ মুক্তিযুদ্ধত জঁপিয়াই পৰা হেতুকে দুবাৰ কাৰা জীৱনৰ তিতা-কেঁহা অভিজ্ঞতা লাভ কৰিছিল। তেওঁ সম্পাদনা কৰা শ্ৰীমদ্ভগৱদ্গীতাৰ পাতনিত লিখিছে, "ইং ১৯২১ চনত অসহ-যোগ আন্দোলনত কাৰাবাসত চিলেট চেণ্ট্ৰেল জেলত পোনতে এই গ্ৰন্থখনি লিখাত হাত দিয়া হয়। ......সেই সময়ত গীতা আৰু নানা ধৰ্ম্মশাস্ত্ৰ আলোচনা কৰিবলৈ সুবিধা হৈছিল। সৰু কালৰে-পৰা মহাভাৰত আৰু গীতাৰ প্ৰতি আমাৰ অনুৰাগ আছিল। দেশৰ মুক্তিযুদ্ধত গীতাৰ প্ৰতি প্ৰবল অনুৰাগ জন্মে। কাৰাবাসৰ সময়ত সাধু পণ্ডিতসকলৰ সঙ্গ লাভ কৰি গীতাৰ প্ৰতি আমাৰ অনুৰাগ আৰু প্ৰবল হয়। মনৰ এই প্ৰবল আকাঙ্ক্ষাতে সমূলি যোগ্যতা নাথাকিলেও সাৰ্ব্বভৌম মহান গীতাৰ নিচিনা গ্ৰন্থ লিখিবলৈ মন উদ্বুদ্ধ হৈ উঠে।"

মহাপুৰুষ ভট্টদেৱৰ কথাগীতা আৰু গোবিন্দ মিশ্ৰৰ পদগীতা অসমীয়া গীতা সাহিত্যৰ দুখন উল্লেখযোগ্য গ্ৰন্থ। গদ্য সাহিত্য হিচাপে ভট্টদেৱৰ কথাগীতাৰ বিশেষ মূল্য থাকিলেও সৰ্ব্বসাধাৰণে সহজে বুজি নোপোৱা কাৰণে তাৰ জনপ্ৰিয়তা নাই। গোবিন্দ মিশ্ৰৰ গীতাখনৰ জনপ্ৰিয়তা আছে যদিও সি মূল গীতাৰ হুবহু অনুবাদ নহয়। মূল গীতাৰ সোৱাদ অসমীয়া পঢ়ুৱৈ সমাজে নোপোৱা কথালৈ মন কৰি স্বামীজীয়ে মূল সংস্কৃত শ্লোক, শব্দাৰ্থ আৰু শ্লোকৰ অৰ্থৰ উপৰিও কঠিন কথাবোৰৰ ব্যাখ্যাত্মক আলোচনা কৰিছে। সৰ্ব্ব উপনিষদৰ সাৰমৰ্ম্ম গীতা বুজাটো অতি কঠিন। অকল পাণ্ডিত্য বা চেষ্টাৰদ্বাৰা ইয়াক বুজিব নোৱাৰি। 'ভক্ত্যা মামভিজানাতি' বুলি ভগৱানে নিজে কোৱা কথালৈ মন কৰিলে বুজা যায় যে ভক্তি বিনে গীতা

বুজিব নোৱাৰি। স্বামীজীৰ অসাধাৰণ পাণ্ডিত্য আৰু একান্ত ভক্তি থকা হেতুকে গীতাৰ দৰে গভীৰ তত্ত্বৰ কথা লিখাৰ যোগ্যতা যে তেওঁৰ আছে তাক নক'লেও হয়। পৰম ভক্ত স্বামীজীয়ে সাধনত সিদ্ধি লাভ কৰি গভীৰ উপলব্ধিৰে লিখা গীতা-ব্যাখ্যা যে উচ্চ পৰ্য্যায়ৰ ৰচনা হ'ব তাত সন্দেহৰ ঠাই নাই।

অসমৰ বৈষ্ণৱ কবি-সাহিত্যিকসকলৰ দৰে স্বামীজীও শ্ৰীধৰ-স্বামীৰ ভক্তিপ্ৰধান টীকাৰ ওপৰতে সৰ্ব্বাধিক গুৰুত্ব আৰোপ কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্মৰ মূল কথা আৰু ভক্তিৰ প্ৰাধান্যসূচক শ্লোকবোৰৰ অৰ্থ সুগম কৰাৰ অৰ্থে নামঘোষা, কীৰ্ত্তনঘোষা, বৰগীত, কথাগীতা, চৈতন্যচৰিতামৃত আদি গ্ৰন্থৰ উদ্ধৃতি দি গীতাখন অধিক জনপ্ৰিয় কৰাত স্বামীজী কৃতকাৰ্য্য হৈছে। কঠিন দাৰ্শনিক তত্ত্বৰ সৰল প্ৰকাশ আৰু মধুৰ ভাব প্ৰকাশক ভাষা প্ৰয়োগত স্বামীজী বিশেষ পাৰদৰ্শিতা লাভ কৰা হেতুকে তেওঁৰ গীতাখনে অকল অসমতে নহয়, অসমৰ বাহিৰতো আদৰ পাইছে। বৰ্ত্তমান অসমীয়া ভাষাত দুই-চাৰিখন গীতাৰ অনুবাদ ওলাইছে যদিও স্বামীজীকে অসমীয়া গীতা সাহিত্যৰ প্ৰকৃত বাটকটীয়া বুলি ক'ব পাৰি। স্বামীজীৰ গীতাখনৰ আদৰ ক্ৰমে বাঢ়ি আছে। ইতিমধ্যে ইয়াৰ চাৰিটা সংস্কৰণ শেষ হৈছে।

সনাতন হিন্দু ধৰ্ম্মৰ মূল গ্ৰন্থ চাৰি বেদ। এই বেদেই হিন্দুৰ প্ৰামাণ্য গ্ৰন্থ হোৱাৰ দৰে মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মৰো চাৰি গ্ৰন্থ কীৰ্ত্তনঘোষা, নামঘোষা, দশম আৰু ভক্তিৰত্নাৱলীক মূল গ্ৰন্থৰূপে গ্ৰহণ কৰা হয়। কীৰ্ত্তনঘোষা আৰু দশম মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনা; নামঘোষা আৰু ভক্তিৰত্নাৱলী মহাপুৰুষ মাধৱদেৱৰ ৰচনা। নিজৰ জীৱন-যৌৱন, পাণ্ডিত্য সকলো কৃষ্ণচৰণত অৰ্পণ কৰি মাধৱ-দেৱে একশৰণীয়া ভক্তৰ আদৰ্শস্থানীয় হৈ গুৰুসেৱাত মন-প্ৰাণ সঁপি দি কৃষ্ণভক্তি তথা সেৱাৰসৰ যি নিদৰ্শন দাঙি ধৰিছে তাৰ তুলনা পাবলৈ নাই। নামঘোষাত গুৰু, দেৱ, নাম, ভকতৰ নিগূঢ় তত্ত্ব,

মানৱ জীৱনৰ উদ্দেশ্য, ভক্তিপ্ৰেমৰ অপাৰ্থিৱ আনন্দ আদিৰ কথা স্বতঃস্ফূৰ্ত্তভাৱে ভক্তিসিদ্ধ পুৰুষ মাধৱদেৱৰ লিখনিত যিভাৱে প্ৰকাশ পাইছে তাক বুজিবলৈ সহৃদয় ভক্ত নহ'লে আনৰ সামৰ্থ্য নাই। নামঘোষাত মাধৱদেৱ জীৱন্ত হৈ আছে। অসমত এই পুথিখন প্ৰায় সকলোৱে ভাল পায় আৰু ইয়াক শ্ৰদ্ধাৰ চকুৰে চায়। নামঘোষাৰ অৰ্থ বুজাটো অতি কঠিন। স্বৰ্গীয় অমৃতভূষণ অধিকাৰ, হলিৰাম মহন্ত আৰু হৰিনাৰায়ণ দত্তবৰুৱাই নামঘোষাৰ কিছু অৰ্থ আৰু ব্যাখ্যা কৰিছে। তেওঁলোকৰ ৰচনা সংক্ষিপ্ত আৰু তাত সকলোবোৰ ঘোষাৰ তাত্ত্বিক ব্যাখ্যাও নাই।

একশৰণ নামধৰ্ম্মৰ প্ৰত্যেকটো দিশ বুজাৰ বাবে নামঘোষাৰ অতি প্ৰয়োজন। ধৰ্ম্ম প্ৰচাৰকসকলে নামঘোষাৰ অৰ্থেৰে বাট বুলি আনকো সেই বাটেৰে নিয়াৰ চেষ্টা কৰে। মহাপুৰুষজনাৰ ৰচনাত ভ্ৰম, প্ৰমাদ, বিপ্ৰলিপ্সা আৰু কৰণাপাটৱ দোষ নাথাকিলেও ব্যাখ্যাকাৰীসকল সহৃদয় ভক্ত নহ'লে সেই দোষৰপৰা মুক্ত হোৱাটো সন্দেহজনক। বিভিন্ন ব্যাখ্যাৰ ফলতেই বৰ্ত্তমান মহাপুৰুষীয়া ধৰ্ম্মৰ ক্ষেত্ৰত মতান্তৰ পৰিলক্ষিত হোৱাত স্বামীজীয়ে হাতত কাপ তুলি লৈ 'শ্ৰীশ্ৰীনামঘোষা ভাবামৃত' নামৰ বৃহৎ গ্ৰন্থখন ৰচনা কৰে। তেওঁৰ নিজৰ কথাতে "আপাতদৃষ্টিত নামঘোষাত কিছুমান পৰস্পৰ বিৰোধী ভাবৰ ঘোষা থকাৰ বাবে গুৰুজনাৰ ধৰ্ম্মমতবাদ প্ৰচাৰৰ ক্ষেত্ৰত মনোধৰ্ম্মীসকলে সেইবোৰক লৈ টনা-আঁজোৰা কৰি তাৰাসৰৰ শুদ্ধ ধৰ্ম্ম মতবাদ বিকৃতভাৱে চিত্ৰিত কৰা দেখা যায়।" স্বামীজীৰ গ্ৰন্থত মূল ঘোষা, সৰলাৰ্থ আৰু গুৰুপ্ৰসাদ নামৰ ব্যাখ্যা থকাৰ উপৰিও ঘোষাৰ ভেটিস্বৰূপ মূল সংস্কৃত শ্লোকৰ উদ্ধৃতিও আছে। গুৰুপ্ৰসাদত ঘোষাটিৰ গূঢ়াৰ্থ, প্ৰাসঙ্গিকতা আদি অভ্ৰান্ত-ভাৱে ফঁহিয়াই দি প্ৰয়োজনবোধে আন শাস্ত্ৰৰ উক্তিৰো সংযোগ ঘটাই অতি স্পষ্ট আৰু গুৰুগম্ভীৰ প্ৰসাদ গুণযুক্ত প্ৰাঞ্জল ভাষাৰে বিষয়বস্তু প্ৰকাশ কৰা হৈছে। একশৰণ নামধৰ্ম্মৰ কীৰ্ত্তিস্তম্ভস্বৰূপ

অমূল্য সাহিত্য নামঘোষাই হৰিনাম ৰস প্ৰেম অমৃতৰ ধাৰা বৈকুণ্ঠৰপৰা মৰ্ত্ত্যবাসী মানৱৰ বাবে বোৱাই আনিছিল যদিও সেই সুঁতিটোও কালক্ৰমত নানা মানসিক আৱৰ্জনাই কিছু বাধাৰ সৃষ্টি কৰাত 'শ্ৰীশ্ৰীনামঘোষা ভাবামৃতে'ৰে স্বামীজীয়ে সেই বাধা আঁতৰাই দিয়াত সমগ্ৰ মানৱৰে পৰম মঙ্গল হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস। প্ৰকৃত মহৎ সাহিত্যই আনন্দ দিয়াৰ লগতে মানৱৰ হিত সাধন কৰিলেই সাহিত্যিকৰ শ্ৰমৰ সাৰ্থকতা হয়। শ্ৰীশ্ৰীনামঘোষাৰ ভাবামৃতক ৬৩ পৃষ্ঠাৰ পাতনিত গ্ৰন্থ ৰচনাৰ প্ৰেৰণাৰ স্থল, মূল নামঘোষাৰ বিষয়বস্তুৰ ইঙ্গিত, গ্ৰন্থ ৰচনাৰ প্ৰয়োজন আৰু একান্ত ভক্তৰ বিনীত সেৱা ভাৱেৰে কৰা একশৰণ নামধৰ্ম্মৰ আলাচনাই উল্লেখযোগ্য স্থান লাভ কৰিছে। এই পাতনিখনকো নামঘোষাৰ আলোচনাত্মক গ্ৰন্থ বুলিব পাৰি।

'একশৰণ' নামৰ আন এখন পুথিত স্বামীজীয়ে একশৰণ নাম-ধৰ্ম্মৰ উৎপত্তি, বিকাশ আৰু মানৱৰ বাবে সেই ধৰ্ম্মৰ প্ৰয়োজনৰ কথা বিভিন্ন শাস্ত্ৰীয় যুক্তি আৰু উদ্ধৃতিৰে সুন্দৰ অথচ সংক্ষিপ্তভাৱে প্ৰকাশ কৰিছে। বহু বছৰ আগেয়ে প্ৰকাশিত উক্ত গ্ৰন্থ বৰ্ত্তমান নতুনকৈ ছপা কৰা দেখা নেযায়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পাঁচ শ বছৰীয়া জন্মোৎসৱ উপলক্ষে ইং ১৯৪৮ চনত বৰপেটা সত্ৰত অনুষ্ঠিত দ্বিতীয় দিনৰ উৎসৱৰ কাৰ্য্যসূচীত মহাপুৰুষীয়া ধৰ্ম্মৰ সম্বন্ধে আলোচনা হৈছিল। সেই সভাত সভাপতিত্ব কৰি স্বামীজীয়ে 'মহাপুৰুষীয়া ধৰ্ম্মমত' নামৰ এখন অভিভাষণ পাঠ কৰিছিল। তাত স্বামীজীৰ মহাপুৰুষীয়া ধৰ্ম্ম তথা গীতা-ভাগৱতৰ গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়। ৩৬ পৃষ্ঠাৰ সেই অভিভাষণখনক এখন অমূল্য ক্ষুদ্ৰ গ্ৰন্থ বুলি কোৱাটোৱে উচিত যেন লাগে। মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মৰ মূল কথাবোৰ তাত অতি স্পষ্ট আৰু সুন্দৰভাৱে দাঙি ধৰাত পাঠকে সহজে বিষয়বস্তু হৃদয়ঙ্গম কৰিব পৰা হৈছে। উৎসৱৰ স্মৃতিগ্ৰন্থত আছে, "উৎসৱৰ ৫ দিনীয়া মূল সভাৰ ৭ দিন

আগৰপৰা এসপ্তাহ সিদ্ধান্তমূলক আলোচনী সভা বহে। সেই সভাত অসমৰ বিভিন্ন ঠাইৰ সত্ৰৰ সত্ৰাধিকাৰ, ভকত, গোসাঁই, মহন্ত, পণ্ডিত আৰু বিশেষজ্ঞ লোকসকলে যোগদান কৰে। সভাত সভাপতিত্ব কৰে প্ৰথম ৬ দিন শ্ৰদ্ধাস্পদ শ্ৰীযুত কৃষ্ণানন্দ ব্ৰহ্মচাৰী মহোদয়ে আৰু সপ্তম দিনা শ্ৰদ্ধাস্পদ শ্ৰীযুত পীতাম্বৰ দেৱগোস্বামী গড়মূৰীয়া সত্ৰাধিকাৰ মহোদয়ে।" মহাপুৰুষীয়া ধৰ্ম্ম সম্বন্ধে হোৱা প্ৰায় সাত শ প্ৰশ্নৰ সন্তোষজনকভাৱে স্বামীজীয়ে উত্তৰ দিছিল। প্ৰশ্নোত্তৰবোৰ এখন পুথি আকাৰে বৰপেটা সত্ৰই প্ৰকাশ কৰে।

সৰ্ব্বভাৰতীয় গীতা সম্মিলনত প্ৰকাশ কৰা স্মৃতিগ্ৰন্থ, মহেন্দ্ৰ মোহন চৌধুৰী স্মৃতিগ্ৰন্থ, সাৰথি আলোচনী আৰু দুই-চাৰি ঠাইত স্বামীজীৰ কেবাটাও মূল্যৱান প্ৰৱন্ধ প্ৰকাশ পাইছে। বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যৰ প্ৰাণকেন্দ্ৰ কোচবিহাৰ ৰাজ্যৰ বিভিন্ন ঠাইত দিয়া ধৰ্ম্মীয় ভাষণবোৰ বহুদিন আগেয়ে 'কোচবিহাৰ দৰ্পণ' নামৰ বাৰ্ত্তালোচনী এখনত প্ৰকাশ পাইছিল। 'শ্ৰীশ্ৰীকৃষ্ণানন্দ কথামৃতম্' নামৰ গ্ৰন্থ এখনতো স্বামীজীৰ কেবাটাও ভাষণ প্ৰকাশ কৰা হৈছে। সেইবোৰ বঙালী ভাষাত দিয়া একশৰণ নামধৰ্ম্মৰ অমূল্য ভাষণ। সাৰথি, কথামৃত, কথাপ্ৰসঙ্গ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী আদি আলোচনী আৰু গ্ৰন্থত স্বামীজীৰ কেবাটাও ভাষণ প্ৰকাশ কৰা হৈছে। সেই ভাষণবোৰত বেদ-বেদান্ত, গীতা-ভাগৱত আদিৰ অমূল্য কথাবোৰ মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱৰ ধৰ্ম্মৰ মাজেৰে কিদৰে প্ৰবাহিত হৈ আছে আৰু মানৱ জীৱনৰ সাৰ্থকতাৰ বাবে কি কৰা উচিত তাকে মৌ বৰষা ভাষাৰে প্ৰকাশ কৰিছে। অসমীয়া ধৰ্ম্ম সাহিত্যলৈ আগবঢ়োৱা স্বামীজীৰ অৱদান বৰ শকত নহ'লেও মানৱৰ হিত সাধনকাৰী তেওঁৰ সাহিত্যই চিৰযুগমীয়া স্থান লাভ কৰাৰ যোগ্যতা অৰ্জ্জন কৰিছে।

# পুৰাণ-সূৰ্য মহাভাগৱত

ভৱপ্ৰসাদ চলিহা

মহাপুৰুষ শঙ্কৰদেৱে প্ৰচাৰ কৰা 'একশৰণ হৰিনাম ধৰ্ম' বা 'মহাপুৰুষীয়া ধৰ্ম'ৰ ঘাই আধাৰ গ্ৰন্থ হৈছে 'ভাগৱত পুৰাণ'। গীতা আৰু অন্যান্য পুৰাণাদি শাস্ত্ৰৰপৰাও প্ৰয়োজন বোধে নানা কথা আহৰণ কৰিলেও ভাগৱত পুৰাণেই মহাপুৰুষীয়া ধৰ্মৰ মূল ভেটি। সেয়ে এই ধৰ্মক 'ভাগৱতী ধৰ্ম'ও বোলা হয়। শঙ্কৰদেৱে নিজেই এই ধৰ্মক 'ভাগৱত ধৰ্ম' বুলিছে ( কীৰ্তন/নামাপৰাধ )। 'ভগ' শব্দৰ লগত অস্ত্যৰ্থে 'ৱতুপ' প্ৰত্যয় যোগ হৈ 'ভগৱান' শব্দ সিদ্ধ হৈছে। 'ভগ' শব্দৰ অৰ্থ ঐশ্বৰ্য বা বিভূতি। সমস্ত ঐশ্বৰ্য বা বিভূতিৰ গৰাকী অনন্ত কোটি ব্ৰহ্মাণ্ডৰ নিয়ন্তা আৰু অধিকাৰী, অনাদি, অনন্ত, সৰ্বজ্ঞ, সৰ্বশক্তিমান পৰমেশ্বৰেই ভগৱান। এই অদ্বয় জ্ঞানস্বৰূপ পৰমেশ্বৰক বুজাবলৈ তত্ত্ববিদসকলে ব্ৰহ্ম, পৰমাত্মা, ভগৱান আদি বিভিন্ন শব্দ ব্যৱহাৰ কৰিছে—

ৱদন্তি তত্ত্ববিদস্তত্ত্বং যজ্‌জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰামাত্মেতি ভগৱানিতি শব্দ্যতে॥

—ভাগৱত ১।২।১১

যি শাস্ত্ৰত সেই ভগৱানৰ স্বৰূপ, লীলা, মহাত্ম্য আদি আৰু তেওঁক পাবৰ উপায় বিস্তৃতভাৱে বৰ্ণিত হৈছে সেয়ে 'ভাগৱত' বা 'মহাভাগৱত' শাস্ত্ৰ।

সকলো শ্ৰুতিশাস্ত্ৰ অৰ্থাৎ বেদৰ সাৰ হৈছে এই ভাগৱত (সৰ্বশ্ৰুতি শিৰোৰত্ন ভাগৱত)। সকলো নিগম শাস্ত্ৰ অৰ্থাৎ ঈশ্বৰ নিৰূপক শাস্ত্ৰসমূহ হৈছে কল্পতৰু বৃক্ষস্বৰূপ। ভাগৱত সেই কল্পতৰু বৃক্ষৰ

ফল স্বৰূপ। সেয়ে ভাগৱতৰ আদিতে 'মঙ্গলাচৰণম'ত ভাগৱতকাৰে কৈছে-

নিগমকল্পতৰোৰ্গলিতং ফলং
শুকমুখাদমৃতদ্রৱসংযুতম্।
পিৱত ভাগৱতৰসমালয়ং
মুহুৰহো ৰসিকা ভুৱি ভাবুকাঃ॥

অৰ্থাৎ,

সকল নিগম কল্পতৰু তাৰ ফল মহাভাগৱত
শুক মুখে আসি ভূমিত ভৈলা বিদিত।
ৰসৰ চতুৰ যিটো জন কৃষ্ণৰ চৰণে দিয়া মন
পৰম সন্তোষে পিয়োক ফল অমৃত॥

--- নামঘোষা/৬০৩

সাধুসকলৰ মাজত আগতে ৰামায়ণ, মহাভাৰত, পুৰাণাদি অন্যান্য শাস্ত্ৰৰ চৰ্চা হৈছিল। কিন্তু কোটি সূৰ্যসম ভাগৱত শাস্ত্ৰ প্ৰকাশ হোৱাৰ লগে লগে, সূৰ্যোদয়ত সকলো গ্ৰহ-নক্ষত্ৰ অদৃশ্য হোৱাৰ দৰে, সেই সকলোবোৰ শাস্ত্ৰ নিষ্প্ৰভ হৈ পৰে। সেয়ে ভাগৱতত কৈছে—

ৰাজন্তে তাবদন্যানি পুৰাণানি সতাং গণে।
যাৱদ্ভাগৱতং নৈব শ্ৰুয়তেঽমৃত সাগৰম্॥

—ভাগৱত/১২।১৩।১৪

মাধৱদেৱে নামঘোষাত ইয়াৰ অৰ্থ ভাঙিছে এইদৰে—

ভাৰত পুৰাণ আদি যত প্ৰকাশ কৰয় নানা মত
যত মহাজন সবৰ সভা মধ্যত।
পৰম-আনন্দ-ৰসময় কোটি সূৰ্য সম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৱে বেকত॥

— নামঘোষা/৬৭৮

এই ভাগৱত শাস্ত্ৰৰ ৰচয়িতা পৰাশৰ সুত মহামুনি ব্যাস। তেওঁ যমুনাৰ বালিত অৰ্থাৎ দ্বীপত জন্মিছিল কাৰণে আৰু গাৰ বৰণ ক'লা আছিল কাৰণে তেওঁক কৃষ্ণ-দ্বৈপায়ণ ব্যাস বোলা হয়। তেৱেঁই বেদৰ মন্ত্ৰসমূহ ঋক, যজুঃ, সাম আৰু অথৰ্ব এই চাৰি ভাগত ভাগ কৰিছিল বাবে তেওঁৰ আন এটা নাম হ'ল বেদব্যাস ( বিব্যাস ৱেদান্ ইতি বেদব্যাসঃ )। আকৌ সদায় বদৰিকাশ্ৰমত বাস কৰিছিল কাৰণে তেওঁ বাদৰায়ণ ব্যাস নামেও জনাজাত। এইগৰাকী মহামুনি ব্যাসেই মহাভাৰতৰ উপৰি অষ্টাদশ পুৰাণৰ ৰচয়িতা বুলি প্ৰসিদ্ধ।

ব্যাসদেৱে কিয় আৰু কেনেকৈ সৰ্বশাস্ত্ৰৰ শিৰোমণি এই ভাগৱত পুৰাণ ৰচনা কৰিলে তাৰ এটা কাহিনী ভাগৱতৰ আৰম্ভণিতে পোৱা যায়। ব্ৰহ্মবিদ্ মহাপণ্ডিত ব্যাসদেৱে অলেখ শাস্ত্ৰ প্ৰণয়ন কৰিও মনত অকণো শান্তি পোৱা নাছিল। এদিনাখন তেওঁ অস্থিৰ মনেৰে বদৰিকাশ্ৰমত বহি থাকোঁতে হঠাতে দেৱৰ্ষি নাৰদ আহি উপস্থিত হ'ল। সৰ্বজ্ঞ নাৰদে ব্যাসৰ অৱস্থা দেখি হাঁহি হাঁহি সুধিলে—

হাসিয়া বোলন্ত ঋষি কহিয়ো বৃত্তান্ত।
কিবা হেতু নাহিকে তোক্ষাৰ চিত্ত শান্ত॥
মহা উচপিচ কিয় থিৰ নুহি চিত্ত।
মহন্তৰো মোহ ইটো কিনো বিপৰীত॥
চাৰিও বেদৰ কৰিলাহা শাখা ভেদ।
যাৰ যেন জাতি ধৰ্ম দিলা পৰিচ্ছেদ॥
কৰিলাহা ভাৰত পুৰাণ অষ্টাদশ।
জগতত ব্যাপিলে তোক্ষাৰ মহাযশ॥
ব্ৰহ্মকো সাক্ষাত কৰি কৰা সমাধিত।
তথাপি তোক্ষাৰ কেনে অসন্তুষ্ট চিত্ত॥
কহিয়োক ঋষি মোত ইহাৰ কাৰণ।

তাৰ উত্তৰত ব্যাসদেৱে ক'লে—

হওঁ যদি আমি বেদ শাস্ত্ৰত পাৰ্গত।
কৰোঁ নিতে ঈশ্বৰ অৰ্পণা কৰ্ম্ম যত॥
মহাজ্ঞানপূৰ্ণ আমি জগতে বিখ্যাত।
হোন্ত সমাধিতে ব্ৰহ্ম আপুনি সাক্ষাত॥
তথাপি নুগুচে মোৰ মনে অসন্তোষ।
নপাওঁ বিমৰিষি কিবা কৰি আছো দোষ॥
আপুনি অগাধ বুদ্ধি অংশ অৱতাৰ।
পুছোহো তোম্হাত কৈয়ো কাৰণ ইহাৰ॥

তেতিয়া দেৱৰ্ষি নাৰদে সকলো কথা বিবৰি ক'লে আৰু তাৰ প্ৰতিকাৰৰ উপায় দিলে—

নাৰদ বদতি শুনা মহামুনি ব্যাস।
তুমিসে কৰিলা সৱে জগতকে নাশ॥
নিৰন্তৰে পশুৰ লোৱাইলা তুমি প্ৰাণ।
নাহি মন্দ কৰ্ম আৰ ইহাৰ সমান॥
আকস্মিতে লোকক কৰাইলা হিংসা কৰ্ম।
নুবুজিলা তুমিও বেদৰ তত্ত্ব মৰ্ম॥
গৰিহিত কৰ্মকো কহিলা ধৰ্ম বুলি।
তোমাৰ বচনে লোক নাশিল সমূলি॥
স্বভাৱে লম্পট বিষয়ত অনুৰাগ।
স্বৰ্গ পাইবো বুলি ৰঙ্গে কাটে হংস ছাগ॥
কৰৈ নানা হিংসা ধৰ্ম নানা দেৱ পূজে।
পুণ্য ক্ষয় ভৈলে তুনাই নৰকত মজে॥
যদি জ্ঞানীগণে তাক কৰে নিবাৰণ।
আউৰ তাৰ বাক্যক নমানে একোজন॥
বোলে উপালম্ভ কৰি বচন খণ্ডিত।
ব্যাসতো অধিক ভৈল এহন্তে পণ্ডিত॥

প্ৰকটি কহিলা তুমি আনসে ধৰ্মক।
নকৈলা প্ৰখ্যাত কৰি কৃষ্ণ কীৰ্তনক ॥
সিজিল তোমাৰ ঋষি পৰম অন্যায়।
নাহি সুস্থ চিত্ত তব সেহি অভিপ্ৰায় ॥
মোৰ উপদেশে কৰা ভাগৱত শাস্ত্ৰ।
প্ৰচাৰোক গোবিন্দৰ গুণ-নাম মাত্ৰ ॥
শ্ৰৱণ কীৰ্তন মাত্ৰ কৰোক নিঃশেষ।
দূৰ হোক তোমাৰ মনৰ মহা ক্লেশ ॥

—ভাগৱত/১ম স্কন্ধ

ব্যাসৰ প্ৰতি নাৰদৰ এই বাণী অতি মূল্যৱান। ইয়াৰ মাজতেই সমস্ত ভাগৱতৰ সাৰমৰ্ম নিহিত আছে। নাৰদৰ এইখিনি কথাই গোটেই ভাগৱতৰ সঁচাৰ-কাঠি স্বৰূপ। নাৰদৰ উপদেশ মতেই ব্যাসদেৱে সৰ্বশাস্ত্ৰৰ সাৰ স্বৰূপ ভাগৱত শাস্ত্ৰ প্ৰণয়ন কৰি পৰম শান্তি লাভ কৰিলে। তেওঁ সমাধিৰ দ্বাৰা ভগৱানৰ সকলো কাৰ্য-কলাপ, লীলা-চৰিত্ৰ আৰু তেওঁৰ মহিমা আয়ত্ত কৰি বিস্তৃতভাৱে এই শাস্ত্ৰত বৰ্ণনা কৰিছে। দেৱৰ্ষি নাৰদে যি ভাগৱত-কথা তেওঁৰ পিতাক ব্ৰহ্মাৰ মুখৰপৰা শুনিছিল সেই কথাও ব্যাসদেৱক সোঁৱৰাই দিলে। পূৰ্বে পদ্ম-কল্পত অৰ্থাৎ সৃষ্টিৰ প্ৰাৰম্ভত পিতামহ ব্ৰহ্মাই সৃষ্টি-কাৰ্য সম্বন্ধে একো নিৰ্ণয় কৰিব নোৱাৰি নিজৰ থকা ঠাই পদ্মৰ ভিতৰতে ভগৱানক তপস্যা কৰে। তপস্যাত সন্তুষ্ট হৈ ভগৱানে ব্ৰহ্মাক সৃষ্টিতত্ত্ব তথা ভগৱত্তত্ত্বৰ বিষয়ে যি উপদেশ দিয়ে তাক ৪টা শ্লোকত ভাগৱতৰ দ্বিতীয় স্কন্ধৰ নৱম অধ্যায়ত বৰ্ণনা কৰা হৈছে। এই চাৰিটা শ্লোকেই 'চতুঃশ্লোকী ভাগৱত' বুলি প্ৰসিদ্ধ। মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ অসমীয়া ভাগৱতত এই চতুঃশ্লোকী ভাগৱতৰ পদ ভাঙনি কৰিছে এইদৰে—

ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি কৃষ্ণ নিগদতি।
চতুঃশ্লোকে ভাগৱত লোৱা প্ৰজাপতি ॥

জগতৰ পূৰ্বে মই মাত্ৰ থাকো জান।
কাৰ্য-কাৰণৰ কিছু নাছিলেক আন॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মানে সৱে মঞি বিচাৰত॥
মঞি মাত্ৰ অৱশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙিলে যেন সোণা স্বৰূপত॥
অবস্তুক দেখাৱয় বস্তুক আবৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি॥

ইত্যাদি। ব্যাসদেৱে তেওঁৰ ভাগৱত শাস্ত্ৰ নিজ পুত্ৰ আত্মতত্ত্বজ্ঞ শুকদেৱক পঢ়ায়। শুকদেৱে সেই ভাগৱত ব্ৰহ্মশাপত মুমূৰ্ষু পৰীক্ষিতক শুনায় আৰু তেওঁ পৰম গতি পায়। শুকদেৱে পৰীক্ষিতক ভাগৱত ধৰ্মৰ উপদেশ দি থাকোঁতে ৰোমহৰ্ষণ সূতৰ পুত্ৰ উগ্ৰশ্ৰৱা সৌতিও তাত উপস্থিত থাকি একান্ত মনে সেই ভাগৱত শুনি আছিল। পিছত মহাত্মা সৌতিয়ে নৈমিষাৰণ্যত শৌনকাদি ঋষি-সকলৰ আগত সেই ভাগৱত কীৰ্তন কৰে। তাৰ পিছৰপৰাই ভাগৱত শাস্ত্ৰ জগতত বিয়পি পৰে।

ভাগৱত-বৰ্ণিত উপৰোক্ত ভাগৱত-সৃষ্টিৰ কাহিনীৰপৰাই বুজিব পাৰি এই শাস্ত্ৰ কিমান গুৰুত্বপূৰ্ণ। এই শাস্ত্ৰৰ প্ৰণয়নৰ লগে লগে পূৰ্বৰ অনেক শাস্ত্ৰৰ গুৰুত্ব কমি গৈছে, কাৰণ 'পুৰাণ-সূৰ্য' ভাগৱত শাস্ত্ৰই বেদ-বেদান্ত, ভাৰত-পুৰাণ আদি সমস্ত শাস্ত্ৰৰ সাৰ সংগ্ৰহ. 'নিগম-কল্পতৰোৰ্গলিতং ফলম্'। ইয়াত এহাতে পূৰ্ণব্ৰহ্ম কৃষ্ণৰ লীলা-চৰিত্ৰ বৰ্ণনা কৰা হৈছে, আৰু আন হাতে ভগৱৎ-প্ৰাপ্তিৰ সৰ্বোত্তম উপায় হৰিনামৰ মাহাত্ম্য ঘোষণা কৰা হৈছে।

এতেকে সবাৰো সাৰ পুৰাণৰ মধ্যে গুহ্য
জানা মহা শাস্ত্ৰ ভাগৱত।
শ্ৰৱণ মাত্ৰকে তাৰ সকলে দুৰ্গতি হৰে
হৰিকো পাৱয় হৃদয়ত॥

সৰ্বশ্ৰুতি শিৰোৰত্ন ভাগৱত বন মাজে
হৰিনাম সিংহ প্ৰকাশয় ।
তাৰ মহাধ্বনি শুনি নিজ পৰিয়াল সমে
তৰ্কব্যাঘ্ৰী পলায় হুয়া ভয় ॥
—নামঘোষা/৪৪

পাণ্ডিত্য কিম্বা টীকা-ভাষ্যৰ সহায়ত ভাগৱতৰ নিগূঢ় তত্ত্ব বুজা টান। ভগৱানত একান্ত শৰণৰ দ্বাৰাহে এই তত্ত্ব উপলব্ধি কৰা সম্ভৱ।

ইটো মহাভাগৱত সমস্ত শাস্ত্ৰৰ তত্ত্ব
বেদ-বেদান্তৰো সাৰ ভাগ ।
তৰ্ক ব্যাকৰণ আদি সমস্তে শাস্ত্ৰক পঢ়ি
অৰ্থক নপাৰে আৰ লাগ ॥
কিন্তু কৃষ্ণ চৰণত একান্ত ভকতি যাৰ
সিসে আৰ বুজে অভিপ্ৰায় ।
কৃষ্ণত ভকতি বিনে পঢ়ি শুনি ৰাত্ৰি দিনে
জানিবে বাপৰ গহ নাই ॥

ভাগৱত শাস্ত্ৰৰ দাৰ্শনিক ভিত্তি হৈছে বেদান্ত। বেদান্ত-দৰ্শন ভাৰতীয় ষড়দৰ্শনৰ অন্যতম। ভাগৱতক বেদান্তৰ সাৰ বুলি কোৱা হৈছে—

সৰ্ববেদান্তসাৰং হি ভাগৱতমিষ্যতে ।
তদ্ৰসামৃততৃপ্তস্য নান্যত্ৰ স্যাদ্ৰতিঃ ক্বচিৎ ॥
—ভাগৱত ১২।১৩।১৫

* * *

সমস্ত বেদান্ত সাৰ শ্ৰীভাগৱত শাস্ত্ৰ ।
—নামঘোষা/১৮

* * *

পুৰাণ-সূৰ্য মহাভাগৱত ।
বেদান্তৰো ইটো পৰম তত্ত্ব ॥
—কীৰ্তন/নামাপৰাধ

শ্ৰীধৰ স্বামীয়ে দেখুওৱাৰ দৰে ভাগৱতে অদ্বৈতবাদী দৰ্শনকেই প্ৰকাশ কৰিছে। শঙ্কৰদেৱৰো মত সেয়ে। মহাপুৰুষে অন্যান্য আচাৰ্যসকলৰ দৰে বেলেগে বেদান্ত সূত্ৰৰ ভাষ্য ৰচনা নকৰি সৰ্ব-বেদান্তসাৰ ভাগৱতৰ মতেই দাৰ্শনিক তত্ত্ব গ্ৰহণ কৰিছে আৰু তাৰ আধাৰতে তেওঁৰ সমস্ত গ্ৰন্থ ৰচনা কৰি তেওঁৰ ধৰ্মীয় বাণী প্ৰচাৰ কৰিছে।



# সৃষ্টিৰহস্য

জিতেন্দ্ৰনাথ দাস

অনাদি পুৰুষ কৃষ্ণ জগত কাৰণ,
স্ৰজিলা মায়াক সঙ্গে লৈয়া ভূতগণ।
জীৱৰ বিষয়সুখ নিমিত্তে ঈশ্বৰ,
পঞ্চভূতে স্ৰজিলা বিবিধ কলেবৰ।
মায়ায়ে উপায়ে প্ৰাণী স্ৰজিলা অশেষ,
তাতে অন্তৰ্য্যামীৰূপে ভৈলন্ত প্ৰবেশ।
বিভঞ্জিয়া আপোনাক প্ৰভু নাৰায়ণ,
স্ৰজিলা ইন্দ্ৰিয় যত ভূত প্ৰাণ মন।
ইন্দ্ৰিয়ৰ সঙ্গে জীৱ ভুঞ্জে বিষয়ক,
আত্মা বুলি মানে মায়াময় শৰীৰক।

* * *

মিছা মায়াময় উপজে মৰে জীৱ,
এহি লীলা আতে প্ৰীতি যেন্ত সদাশিৱ।

ওপৰৰ পদ কেইফাকি শ্ৰীমন্ত শঙ্কৰদেৱ-বিৰচিত "নিমি-নৱসিদ্ধ সংবাদ" পুথিৰপৰা উদ্ধৃত। এই পদ কেইফাকিৰ দ্বাৰা সৃষ্টিৰ ৰহস্য সংক্ষিপ্তকৈ বৰ্ণোৱা হৈছে।

বিশ্বব্ৰহ্মাণ্ড সৃষ্টি হোৱাৰ আগত কিনো আছিল? মাথোঁ চৈতন্যময় ব্ৰহ্ম,—আন একো নাই।* কোনো এটা সময়ত সেই চৈতন্যময় শক্তিৰ অভিলাষ হ'ল,—লীলাখেলাৰ। কিয় হ'ল,

---

* আত্মা বাইদমেক এবাগ্ৰ আসীৎ। নান্যৎ কিঞ্চন মিষৎ। স ঈক্ষত লোকন্নু সৃজা ইতি। —ঐতৰেয় উপনিষদ।

কোনেও তাৰ উত্তৰ দিব নোৱাৰে, মাত্ৰ তাৰ ফলাফলহে দেখা পাব পাৰে। সেই অভিলাষৰ ফলাফল হ'ল,—সৃষ্টি।*

পূৰ্ণ চৈতন্যময় শক্তিৰপৰা উদ্ভৱ হোৱা সৃষ্টি চেতনাৰে ভৰপূৰ হ'ব লাগিছিল। কিন্তু নিজৰে অবিকল প্ৰতিলিপি-স্বৰূপ সৃষ্টি এখন ৰচনা কৰাৰপৰা লীলা খেলাৰ উদ্দেশ্য সিদ্ধ হ'ব নোৱাৰে। নিজতকৈ বেলেগ সত্তা অৰ্থাৎ 'অনাত্মা' বা অচেতন বা অৰ্দ্ধচেতন সত্তাৰ লগতহে খেলানামৰ-যোগ্য-খেলা সম্ভৱ হ'ব পাৰে। সেই হেতুকে পূৰ্ণ চৈতন্যময়ে এনে এখন সৃষ্টি সাজিলে, য'ত চৈতন্যৰ পূৰ্ণতা নাই। অপূৰ্ণ চৈতন্য,—একেবাৰে অচৈতন্য নহয়। অচৈতন্যৰ লগতে চৈতন্যও মিহলি কৰি দিলে। অথবা চৈতন্যক অচৈতন্যৰ দ্বাৰা বেৰি থ'লে। অচেতন বস্তুক আমি জড় বুলি কওঁ। পূৰ্ণ-চৈতন্যই অচেন জড়ক সৃজন কৰিলে আৰু নিজে তাৰ আঁৰত লুকাই থাকিল। লুকাই থকা পূৰ্ণ চৈতন্যক আঁৰৰ সিপাৰে আৱিষ্কাৰ কৰাই হ'ল সৃষ্ট-জীৱৰ কৰ্ত্তব্য। এয়ে খেলাৰ আৰম্ভণি।

জড়ক নানা ৰূপত সজাবৰ অৰ্থে, পূৰ্ণ চৈতন্যই ইয়াৰ মাজত এনে শক্তিৰ সঞ্চাৰ কৰিলে যাৰ ফলত ই ক্ৰমান্বয়ে আপোনা-আপুনি নানা ৰূপত বিকাশ হ'ব ধৰিলে, যেনে—সাগৰৰপৰা পানীত ভাপ, ভাপৰ-পৰা মেঘ, মেঘৰপৰা বৰষুণ, বৰষুণৰপৰা নৈ, আৰু নৈৰ দ্বাৰা সাগৰৰ লগত মিলন, যাৰ ফলত ভাপ হৈ উৰি যোৱা পানীখিনি আকৌ সাগৰলৈ ঘূৰি আহিল। জড়শক্তিয়ে বিশেষ নীতি-নিয়মেৰে কাম কৰি গৈ থাকিল, আৰু এইবিলাককে পদাৰ্থ বিজ্ঞানে অধ্যয়ন কৰি আছে।

পূৰ্ণ চৈতন্যময় ঈশ্বৰে যি শক্তিৰ দ্বাৰা জড়-চৈতন্য-মিশ্ৰিত বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰিলে, সেই শক্তিক 'মায়া' বোলা হয়। 'মা' ধাতুৰ মূল অৰ্থ হ'ল,—তৈয়াৰ কৰা, সৃজন কৰা। ঈশ্বৰৰ এই

* "লোকবৎ তু লীলা কৈৱল্যম্"—ব্ৰহ্মসূত্ৰ। একো-দেবো নিত্য লীলানু-ৰক্তঃ—বাঃ উপনিষদ্। (ৰাধাকৃষ্ণণৰ গীতাভাষ্যৰ পাতনিত উদ্ধৃত)

দিশটোক 'মায়া' বোলা হয়। কিন্তু 'মায়া'ক 'ছলনা', 'মিছা' বা 'মৰীচিকা' বুলি ধৰি লোৱাটো ভুল। মায়াক অস্ত্র হিচাপে ব্যৱহাৰ কৰি ঈশ্বৰে জড়-চৈতন্য-মিশ্ৰিত সংসাৰ সৃজন কৰিছে আৰু তাত একমাত্র জড়কে জীৱসকলে আঁকোৱালি ধৰি থাকিলে বিপদত পৰে, বিপথে যায় আৰু বিনষ্ট হয়,—সেই অৰ্থতহে মায়াক ছলনাময়ী বুলি কোৱা হয়। কিন্তু সেইটো মায়াৰ দোষ নহয়। জড়ৰ লগৃতে মেৰ খাই থকা চেতনাক মানুহে বিচাৰে উলিয়াব লাগে, এয়ে ঈশ্বৰে পতা খেলা। বিচাৰি উলিয়াবৰ সুবিধাৰ্থে ঈশ্বৰে মানুহকো সা-সঁজুলি দিছে, মন, বুদ্ধি, বিবেচনা-শক্তি।

হিন্দুশাস্ত্র অৰ্থাৎ সাংখ্য দৰ্শনৰ মতে, এই জড়-চেতনা মিশ্ৰিত পৃথিৱীত, পাঁচোটা মৌলিক বস্তুৰ অৱস্থিতি ধৰি লোৱা হয়,— আকাশ, বতাহ, জুই, পানী আৰু মাটি। ইয়াৰেপৰা উৎপন্ন হৈছে ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ, আৰু এইবোৰক ভোগ কৰিবৰ সুবিধাৰ্থে, ঈশ্বৰে জীৱক চকু, নাক, কাণ, জিভা, ছাল আদি ইন্দ্ৰিয়ৰ সৃজন কৰে। এই সকলোবোৰ যোগাযোগ কৰিবৰ বাবে, ওপৰ-খাপৰ জীৱৰ মাজত ঈশ্বৰে 'মন'ৰ সৃষ্টি কৰে। মনৰ উপৰি ভাগত 'বুদ্ধি'য়ে সত্যাসত্য আৰু উচিতানুচিত বিচাৰ কৰে আৰু ই ব্যক্তিক সৎপথেৰে চলাই নিবৰ চেষ্টা কৰে। মন, বুদ্ধি, বিবেচনাশক্তি, দয়া, মৰম, ধৈৰ্য্য, সহনশীলতা আদি সুবৃত্তিবোৰক আমি চৈতন্যপূৰ্ণ সদগুণ বুলি কওঁ। কিন্তু মানুহ,—অকল মানুহেই নহয় সকলো জীৱই— চেতনা আৰু জড় দুয়োৰে সংমিশ্ৰণ,—কেৱল পৰিমাণৰ কম-বেছি। কেঁচু আদি অতি নিকৃষ্ট জীৱবিলাকৰ ভিতৰৰ জড়ৰ পৰিমাণ বেছি, চেতনাৰ পৰিমাণ কম। কিন্তু মানুহৰ বেলিকা চেতনাৰ ভাগটো সকলো জীৱতকৈ বেছি। আদিম কালত মানুহৰ চেতনাখিনিৰো কম-পৰিমাণেহে বিকাশ হৈছিল। অন্য জন্তুৰ দৰে সিও প্ৰবৃত্তিৰ তাড়নাতে ঘূৰি ফুৰিছিল,—কেৱল খাদ্য অন্বেষণ আৰু সন্ততি-বৃদ্ধিৰ হেতু। ক্ৰমাৎ তাৰ চেতনাৰ বিকাশৰ পৰিসৰ বাঢ়িল।

আমাৰ শাস্ত্ৰমতে (তৈত্তিৰীয় উপনিষদ), চেতনা-বিকাশৰ পাঁচোটা স্তৰ,—অন্ন, প্ৰাণ, মন, বিজ্ঞান আৰু আনন্দ। মানৱ জাতিয়ে প্ৰথম তিনিটা স্তৰ, অৰ্থাৎ অন্ন, প্ৰাণ আৰু মনৰ স্তৰ পাৰ হৈ চতুৰ্থ স্তৰ অৰ্থাৎ 'বিজ্ঞান'ৰ স্তৰত আছে। 'বিজ্ঞান' মানে ইয়াত 'পদাৰ্থ বিজ্ঞান'ৰ কথা কোৱা নাই, 'বিজ্ঞান' মানে 'বিশেষ জ্ঞান' অৰ্থাৎ পূৰ্ণচেতনা। মানৱৰ চেতনাৰ পূৰ্ণবিকাশ এতিয়াও হোৱা নাই। যিখিনি মাত্ৰ বিকাশ হৈছে, তাৰে সহায়ত সি অন্ন (অৰ্থাৎ জড় বা পদাৰ্থ)ক নিজৰ মতেৰে চলাই আছে, প্ৰাণ (অৰ্থাৎ জীৱ জগত)ত সি প্ৰভুত্ব কৰিছে, মনৰ গতিবিধিৰ বহুখিনি আৱিষ্কাৰ কৰিছে, কিন্তু 'বিশেষ জ্ঞান' বা পূৰ্ণচেতনাৰ ক্ষেত্ৰত সি সম্পূৰ্ণ কৃতকাৰ্য্য হ'ব পৰা নাই। কিয়নো তাৰ মনৰ ভিতৰত এনে কিছুমান বস্তু আছে, যিবোৰে তাক সদায় পিছৰ ফালে আৰু তলৰ ফালে টানি আছে। কাম, ক্ৰোধ, লোভ, মোহ, আদি প্ৰবৃত্তিবোৰে তাক বিপথে পৰিচালিত কৰিবৰ চেষ্টা কৰি আছে, আৰু চেতনাৰ বিকাশত বাধা জন্মাই আছে। ইহঁতৰপৰাই হিংসা, দ্বেষ, ক্ষমতা-লিপ্সা, অহঙ্কাৰ আদিৰ উদ্ভৱ হয়। দ্বন্দ্ব-খৰিয়াল, মৰা-কটা, যুদ্ধ-বিগ্ৰহ আদি ইহঁতৰে কৰ্ম্ম। প্ৰবৃত্তিৰ দাস হৈ কেতিয়াবা মানৱজাতি সমূলঞ্চে ধ্বংস হ'ব পাৰে। আণবিক অস্ত্ৰৰ সৃষ্টিয়ে তেনে সম্ভাৱনাকে সূচাইছে। 'বিজ্ঞান'ৰ অৰ্থাৎ পূৰ্ণচেতনাৰ স্তৰ পাৰ নোহোৱালৈকে 'আনন্দ'ৰ স্তৰৰ কথা ভাবিবই নোৱাৰি। ব্যক্তিগত ৰূপত বহুতো জীৱন্মুক্ত মহাপুৰুষে এই আনন্দ স্তৰ প্ৰাপ্ত কৰিলে কিন্তু সামগ্ৰিকৰূপে হয়তো এই স্তৰ নোপোৱাকেই মানৱজাতি বিশ্বৰপৰা অন্তৰ্হিত হ'ব পাৰে।

প্ৰবৃত্তিবোৰৰপৰা যদি এনে মাৰাত্মক পৰিণাম হ'ব পাৰে, তেনেহ'লে সৃষ্টিকৰ্ত্তাই কেলেই এইবোৰক বিশ্বৰ মাজত সুমুৱাই দিলে? 'নিমি-নৱসিদ্ধ সংবাদ' পুথিৰপৰা দিয়া উদ্ধৃত ইয়াৰ উত্তৰ দিয়া হৈছে,—"এহি লীলা, আতে প্ৰীতি হোন্ত সদাশিৱ।" সৃষ্টি-

কৰ্ত্তা যদি 'পূৰ্ণ চৈতন্যময়' হয়, তেনেহ'লে তেওঁৰ বিপৰীত অৰ্থাৎ 'চৈতন্যহীন'ৰ আবিৰ্ভাৱ হ'লেহে খেলাৰ সঙ্গতি লাগিব। সৃষ্টিকৰ্ত্তা যদি 'মঙ্গলময়' হয়, তেনেহ'লে 'অমঙ্গলীয়া', 'আহুকলীয়া' যোদ্ধা পালেহে খেলাৰ গুৰুত্ব বাঢ়িব। জড় আৰু প্ৰবৃত্তিৰ প্ৰাচীৰ প্ৰস্তুত কৰি, তাৰ আঁৰত সৃষ্টিকৰ্ত্তা লুকাই আছে। জীৱসমূহক, বিশেষকৈ মানৱজাতিক, তেওঁ চেতনাশক্তি প্ৰচুৰ পৰিমাণে দিছে। সেই চেতনা-শক্তিৰ সহায়ত সি মন আৰু বুদ্ধিৰ দৰে চোকা অস্ত্ৰ প্ৰস্তুত কৰিব পাৰিছে। এই চোকা অস্ত্ৰৰ দ্বাৰা জড় আৰু প্ৰবৃত্তিৰ দুৰ্ভেদ্য প্ৰাচীৰ সি ভেদ কৰক,—এয়ে তেওঁৰ ইচ্ছা। প্ৰাচীৰ ভেদ কৰি মানুহ 'পূৰ্ণ চৈতন্যময়'ৰ মুখামুখি হওক,—এয়ে তেওঁৰ লীলা।

যদি তাকে নকৰি, সমগ্ৰ মানৱজাতিয়ে চৈতন্যময়ৰ প্ৰতি পিঠি দিয়ে, প্ৰবৃত্তিৰ তাড়নাত বিষয় সম্ভোগত মতলীয়া হয়, আৰু হিংসা-দ্বেষ, দ্বন্দ্ব-খৰিয়াল, যুদ্ধ-বিগ্ৰহত লিপ্ত হয়, তেনেহ'লে সৃষ্টি-কৰ্ত্তাই পতা খেলখনত মানৱজাতি পৰাজিত হ'ব, আৰু এইখন সৃষ্টিৰ আৱশ্যকতাৰ অন্ত পৰিব। তেতিয়া সৃষ্টিকৰ্ত্তাই প্ৰলয়ৰ দ্বাৰা এই সৃষ্টিৰ সংহাৰ কৰিব।

বহু অমঙ্গলপ্ৰদ হেন কৰ্ম্ম গতি,
পায়া নৰে সংসাৰত ভ্ৰমে বিসঙ্গতি।
নিতান্ত অৱশ হুয়া প্ৰলয় যাৱত,
জন্ম-মৃত্যু-ৰূপ-দুখ ভুঞ্জে নানামত।
কালৰূপী কৃষ্ণ যিটো জগত আধাৰ,
কৰন্ত লীলায়ে পাছে সৃষ্টিক সংহাৰ॥

নিমি-নৱসিদ্ধ সংবাদ।

# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী সম্পাদিত গীতা

নৱদ্বীপ ৰঞ্জন পাটগিৰি

শ্ৰীমদ্ভাগৱদ্গীতাৰ বিশ্বজনীনতা সম্পৰ্কে তুনাই দোহাৰিবৰ প্ৰয়োজন নাই। পৃথিৱীৰ ভিতৰত এনে কোনো সভ্য ভাষা নাই, যি ভাষাত গীতাৰ ভাঙনি ৰচিত হোৱা নাই; এনে কোনো সভ্য জাতি নাই, যি গীতা পঢ়ি তাক এখন অতি গভীৰ দৰ্শন শাস্ত্ৰ বুলি স্বীকাৰ কৰা নাই।

গেলেলোজ নামৰ এজন গ্ৰীক পণ্ডিতে গ্ৰীক ভাষালৈ, ষ্টেনিশ্লেও নামৰ এজন ইটালী দেশীয় পণ্ডিতে ইটালীয়ান ভাষালৈ, বৰ্লোফ নামৰ এজন ফৰাচী দেশীয় পণ্ডিতে ফৰাচী ভাষালৈ আৰু লেচেন নামৰ এজন পণ্ডিতে লেটিন ভাষালৈ গীতা অনুবাদ কৰিছে। উইনকিন, টমছন, জ'ন ডেভিছ, সেটিউ আৰ্ণোল্ড, এনী বেছান্ত আদিয়ে ইংৰাজী ভাষালৈ গীতা অনুবাদ কৰিছে। ভাৰতবৰ্ষত ওৱাৰেন হেষ্টিংচ গবৰ্ণৰ জেনেৰেল হৈ থাকোঁতে তেখেতৰ পৃষ্ঠপোষকতাত সংস্কৃত সাহিত্য চৰ্চ্চাৰ এটা নৱজাগৰণৰ ঢল প্ৰৱৰ্তিত হৈছিস। সেই সময়তে চাৰ্লচ উইলকিনে গীতাৰ ইংৰাজী অনুবাদ কৰাত, ভাৰতবৰ্ষৰ আৰ্য্য ঋষি-মুনিসকলৰ উচ্চ দাৰ্শনিক চিন্তাৰ প্ৰতি গোটেই জগত তবধ লাগিছিল।

শ্ৰীমদ্ভাগৱদ্গীতাৰ নিচিনা গ্ৰন্থৰ শিক্ষাৰ মহত্ব উপলব্ধি কৰিয়েই মেক্সমূলাৰৰ নিচিনা বিশ্ববৰেণ্য পণ্ডিতে ভাৰতবৰ্ষ সম্বন্ধে মন্তব্য দিছিল, —"মোক যদি কোনোবাই সোধে যে কোনখন আকাশৰ তলত মানৱ সম্পূৰ্ণ বিকাশ ঘটি জীৱনৰ বৃহত্তম সমস্যাৰাজিৰ প্ৰতি সম্যকভাৱে হ'লেও সমাধান উলিয়াব পাৰিছে, যি সমাধান প্লেটো বা কাণ্ট আদিৰ

দৰ্শন পঢ়িও আন মানৱ সমষ্টিয়ে উলিয়াব পৰা নাই, তেন্তে মই আঙুলিয়াই দেখুৱাম ভাৰতবৰ্ষলৈ। আৰু মই যদি মোক নিজকে সুধিবলগীয়া হয় যে কোন দেশৰ দৰ্শন আৰু সাহিত্যৰপৰা, আমি, পাশ্চাত্যৰ এইসকল লোকে, যিসকলে ৰোম, গ্ৰীক আৰু চেমেটিক গোষ্ঠিৰ ইহুদীক দৰ্শন আৰু সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিত হৈয়ো জীৱনৰ প্ৰকৃত অৰ্থ, একো বুজা নাই, কিন্তু প্ৰাচ্যৰ এখন দেশৰ দৰ্শন আৰু সাহিত্যৰপৰা জীৱনৰ প্ৰকৃত অৰ্থ, জীৱনৰ পাৰমাৰ্থিক সত্যতা, আত্মাৰ অমৰত্ব বুজিব পাৰোঁ,—তেতিয়াও মই আঙুলিয়াই দেখুৱাম ভাৰতবৰ্ষলৈ।”

ধৰ্ম আৰু দাৰ্শনিক তত্ত্বৰ এনে এখন বিশ্বজনীন, সাৰ্বভৌম মহান গ্ৰন্থৰ শ্লোকৰ অনুবাদ, ব্যাখ্যা, নানান শাস্ত্ৰৰ লগত তুলনামূলক বিশ্লেষণ আদিৰে সম্পাদনাৰ কাম জীৱনৰ যৌৱন কালতে শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে হাতত লৈছিল। মহামানৱ মহাত্মা গান্ধীৰ সত্য, অহিংস আৰু প্ৰেমৰ নীতিৰে পৰিচালিত হৈ ১৯২১ চনৰপৰা ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অসহযোগ আন্দোলন আৰম্ভ হোৱাত শ্ৰীমৎ-স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ো স্বাধীনতাৰ সংগ্ৰামত যোগ দি কাৰাবাস খাটিবলগীয়া হৈছিল। গীতাৰ সত্য আৰু অহিংসৰ নীতিৰে যি অনুপ্ৰাণিত, সি মুক্তি যুঁজাৰু হ'বই। গীতাৰ কুৰুক্ষেত্ৰৰ যুদ্ধ অন্যায়ৰ বিৰুদ্ধে ন্যায় প্ৰতিষ্ঠাৰ যুদ্ধ ; ভাৰতৰ স্বাধীনতাৰ যুদ্ধও অন্যায় সাম্ৰাজ্যবাদী শোষণৰ বিৰুদ্ধে মুক্তিৰ ন্যায় প্ৰতিষ্ঠাৰ যুদ্ধ।

১৯২১ চনৰ ভাৰতৰ স্বাধীনতাৰ অসহযোগ আন্দোলনত যোগ দি গ্ৰেপ্তাৰ হৈ প্ৰথমতে গুৱাহাটী কাৰাগাৰত সোমাই তাৰপৰা ছিলেট ( বৰ্তমান বাংলাদেশত ) চেন্‌ট্ৰেল কাৰাগাৰলৈ বদলি হৈ তাত ১০ মাহ কাৰাবাস খাটে। তেতিয়া স্বামীজীৰ বয়স ২৫ বছৰ। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা আদিৰ উপৰিও কনকচন্দ্ৰ শৰ্মা কাব্যতীৰ্থ, আইন ব্যৱসায়ী বৃন্দাবন গোস্বামী, জাগী ভকত গাঁৱৰ ধৰ্ম বৰঠাকুৰ, নগাঁও কলিয়াবৰৰ শ্ৰৱণী সত্ৰৰ মাণিক চন্দ্ৰ মহন্ত,

ছিলেট জিলাৰ প্ৰবীণ নেতা প্ৰকাশ চন্দ্ৰ চক্ৰৱৰ্ত্তী, শিবেন বিশ্বাস আদি ধৰ্মপ্ৰাণ মুক্তি যুঁজাৰুসকল তেওঁৰ সহবন্দী আছিল।

স্বামীজীয়ে নিজে কৈছে, "দেশৰ মুক্তি যুদ্ধত গীতাৰ প্ৰতি প্ৰবল অনুৰাগ জন্মে। জেলত কাৰাবাসৰ সময়ত সাধু পণ্ডিতসকলৰ সঙ্গ লাভ কৰি গীতাৰ প্ৰতি আমাৰ অনুৰাগ প্ৰবল হয়। মনৰ এই প্ৰবল আকাঙ্ক্ষাতে সমূলি যোগ্যতা নাথাকিলেও সাৰ্ব্বভৌমিক মহান গীতাৰ নিচিনা গ্ৰন্থ লিখিবলৈ মন উদ্বুদ্ধ হৈ উঠে। তেতিয়া অনধিকাৰী আৰু অপাত্ৰ হৈয়ো শ্ৰীকৃষ্ণ ভগৱানৰ আশ্ৰয় লৈ, তেওঁক স্মৰণ কৰি এই গ্ৰন্থখনি লিখি উলিয়াবলৈ প্ৰবল অভিলাষ ওপজিল। সেয়েহে যাৰ কৃপাত মূকে কথা ক'ব পাৰে, পঙ্গুই পৰ্ব্বত লঙ্ঘিব পাৰে (মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিং) সেই হৰিক স্মৰণ কৰি এই কামলৈ আগবাঢ়িব পাৰিছিলোঁ।

শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী সম্পাদিত শ্ৰীমদ্ভাগৱদগীতাখনত মূল সংস্কৃত শ্লোকৰ অন্বয় আৰু অসমীয়া অনুবাদৰ সৈতে অসমৰ শ্ৰেষ্ঠ বৈষ্ণৱ ধৰ্ম্ম গ্ৰন্থ কীৰ্ত্তনঘোষা, নামঘোষা, ভক্তিপ্ৰদীপ, মহা-ভাগৱত, ভক্তি ৰত্নাকৰ, ভক্তি ৰত্নাৱলী, নিমি-নৱসিদ্ধ সংবাদ আৰু শ্ৰীশ্ৰীভট্টদেৱৰ কথা গীতাৰ প্ৰত্যেক অধ্যায়ৰ মূল সংস্কৃত শ্লোক আৰু তাৰ পুৰণি অসমীয়া ভাষাত লিখা সাৰাংশ সমন্বিতে প্ৰত্যেক অধ্যায়ৰ বিশদ ভাবাৰ্থ সন্নিবেশ কৰিছে।

উপনিষদ, গীতা আৰু বেদান্ত দৰ্শন এই তিনিখন গ্ৰন্থকে প্ৰস্থান-ত্ৰয়ী কোৱা হয়। এই তিনিখন শাস্ত্ৰই সনাতন ভাগৱতী ধৰ্ম্মৰ প্ৰধান স্তম্ভ স্বৰূপ। উপনিষদ বেদৰ অন্তিম ভাগ। ঋষিসকলৰ বাণী আৰু উপনিষদৰ সাৰ তত্ত্ববোৰ গোটাই কৃষ্ণ-দ্বৈপ্যায়ন বেদব্যাসে বেদান্ত দৰ্শন নাইবা ব্ৰহ্মসূত্ৰ প্ৰণয়ন কৰে। গীতা হৈছে সমগ্ৰ বেদৰ সাৰমৰ্ম্ম।

সৰ্ব্বোপনিষদো গাবো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ॥

মহাপুৰুষ শ্ৰীমাধৱদেৱে নামঘোষাত কৈছে,—

একেখনি মাত্ৰ শাস্ত্ৰনিষ্ঠ দেৱকী নন্দনে কৈলা যাক
দেৱো এক মাত্ৰ দৈৱকী নন্দন স্মৃত।
দৈৱকী পুত্ৰৰ পদসেৱা কৰ্ম এক এহিমানে মাত্ৰ
মন্ত্ৰ এক তান নাম মাত্ৰ অদ্‌ভূত॥

ভাৰতৰ বিভিন্ন প্ৰান্তীয় ভাষাত গীতা অনূদিত হৈ গৈছে। কোনেৱে গীতাৰ কৰ্ম্মকাণ্ডত যোৰ দি কৰ্ম্মী হ'বলৈ, কোনোৱে গীতাৰ জ্ঞানকাণ্ডত যোৰ দি জ্ঞানী হ'বলৈ আৰু কোনোৱে গীতাৰ ভক্তিকাণ্ডত যোৰ দি পৰম ভক্ত হ'বলৈ পথৰ নিৰ্দ্দেশ দিছে। কিন্তু শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে দেখিলে যে অসমৰ জাতীয় জীৱনৰ ভেটি টনকীয়াল কৰি থৈ গৈছে শ্ৰীমন্ত শংকৰদেৱে তেৰাৰ কীৰ্ত্তন, দশম, বৰগীত, ভক্তি ৰত্নাকৰ, ভক্তি ৰত্নাৱলী। নিমি-নৱ-সিদ্ধ সংবাদ আদি গ্ৰন্থৰ মাজেৰে প্ৰচাৰ কৰা পৰম ভাগৱতী একশৰণ নাম ধৰ্ম্মেৰে। অসমত নতুন পথৰ সন্ধান দিবলৈ একো নাই। গতিকে ব্ৰহ্মচাৰীদেৱে তেখেতৰ সম্পাদিত শ্ৰীমদ্ভগৱদগীতাৰে প্ৰতিপন্ন কৰিছে যে অসমৰ নৱবৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱৰ্ত্তক শ্ৰীমন্ত শংকৰদেৱৰ প্ৰচাৰিত পৰম সনাতন ভাগৱতী একশৰণ নামধৰ্ম্ম শ্ৰীমদ্ভগৱদগীতাৰ দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত।

ব্ৰহ্মচাৰীদেৱৰ সম্পাদিত শ্ৰীমদ্ভগৱদগীতাৰ প্ৰতিটো অধ্যায়ৰপৰা তেখেতৰ আলোচনামূলক চিন্তাধাৰাৰ উদ্ধৃতি দিবলৈ গ'লে আন এখন ডাঙৰ গ্ৰন্থ হ'ব। গতিকে ইয়াত তেখেতৰ চিন্তামূলক অভিব্যক্তিৰ উদাহৰণ স্বৰূপে মাত্ৰ কেইটামান অধ্যায়ৰপৰা উদ্ধৃতি দিয়া হৈছে।

শ্ৰীমদ্ভগৱদগীতাৰ দ্বিতীয় অধ্যায়ৰ সাংখ্য যোগত অৰ্জ্জুনে যেতিয়া সগৌৰৱে অহমিকা ভাব লৈ কুৰুক্ষেত্ৰৰ সমৰাঙ্গণত যুদ্ধ কৰিব বুলি দৃঢ় প্ৰতিজ্ঞ হৈ দুয়োপক্ষৰ সৈন্যৰ মাজত নিজৰ ৰথ সংস্থাপন কৰালে, তেতিয়া দেখিলে যে যিসকলৰ বিৰুদ্ধে তেওঁ যুদ্ধ কৰিবলগীয়া হৈছে

সেইসকলৰ ভিতৰত আছে তেওঁৰ পৰম গুৰু দ্ৰোণাচাৰ্য্য, পিতামহ ভীষ্ম আৰু বহু পূজনীয় আত্মীয়-স্বজন লোক। তেতিয়া কোনো উপায় নেদেখি অৰ্জ্জুনে কিংকৰ্ত্তব্যবিমূঢ় হৈ ধনুৰ্ব্বাণ পেলাই দি "মই যুদ্ধ নকৰোঁ" বুলি ৰথৰ ওপৰত বহি পৰিল।

দ্বিতীয় অধ্যায়ৰ ৭ম শ্লোকত কৈছে—

কাৰ্পণ্যদোষোপহতস্বভাবঃ
পৃচ্ছামি ত্বাং ধৰ্ম্মসংমূঢ়চেতাঃ।
যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে,
শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্॥

(গুৰুজনসকলক বধ কৰি কেনেকৈ প্ৰাণ ধাৰণ কৰিম এনেকুৱা চিন্তাযুক্ত) চিত্তৰ কাতৰতাত মই অভিভূত হৈছোঁ। প্ৰকৃত ধৰ্ম্ম কি? এই সম্বন্ধে মোৰ চিত্ত বিমূঢ় হৈছে; যি মোৰ ভাল হয়, তাক মোৰ নিশ্চিত কৰি কোৱা। মই তোমাৰ শিষ্য; তোমাৰ মই এতিয়া শৰণাপন্ন, মোক উপদেশ দিয়া। (মোক আৰু তুমি সখি বুলি নধৰিবা) মই তোমাৰ একান্ত শিষ্য।

ব্ৰহ্মচাৰীদেৱে কৈছে যে গীতাৰ এই শ্লোকতে অৰ্জ্জুনে লৌকিক সখিত্ব ভাব ত্যাগ কৰি শ্ৰীগোবিন্দৰ চৰণত শৰণাপন্ন হৈ শিষ্যত্ব গ্ৰহণ কৰিছিল; কাৰণ গুৰু-শিষ্য সম্বন্ধ ব্যতিৰেকে তত্ত্বজ্ঞান লাভ কৰা সম্ভৱ নহয়। "শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্।" মই তোমাৰ শিষ্য, তোমাৰ শৰণাপন্ন; মোক উপদেশ দিয়া। শ্ৰীভগৱানত সম্পূৰ্ণৰূপে শৰণাগতি ব্যতিৰেকে সংসাৰৰ মায়া-মোহৰপৰা উদ্ধাৰ হ'বলৈ আইন কোনো উপায় নাই। এই শৰণাগতি তত্ত্বই গীতাৰ মূল তত্ত্ব। শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰিম পৰম ভাগৱতী সনাতন একশৰণ নামধৰ্ম্মৰ এয়েই ভেটি। সেই কাৰণে শ্ৰীমাধৱদেৱে নামঘোষাত কৈছে—

যিটোজনে শুদ্ধভাবে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।

হৰিৰ প্ৰসাদে সি বিষ্ণিৰ মূৰত ভৰি দিয়া
হৰি গুণ গায়া নাচে ॥

গীতাৰ তৃতীয় অধ্যায় কৰ্ম্মযোগৰ ৩০ নং শ্লোকত কৈছে—

মযি সৰ্ব্বাণি কৰ্ম্মাণি সংন্যাস্যাধ্যাত্মচেতসা
নিৰাশীনিৰ্ম্মমো ভূত্বা যুধ্যস্ব বিগতজ্বৰঃ ॥

ঈশ্বৰেই কৰ্ত্তা, তেওঁৰেই উদ্দেশ্যত ভৃত্যবৎ কৰ্ম্ম কৰিছোঁ ; এনেকুৱা বিবেক বুদ্ধিৰে মৈতে সকলো কৰ্ম্ম অৰ্পণ কৰি কৰ্ম্মত মমতা আৰু কামনাশূন্য হৈ শোক পৰিহাৰ কৰি তুমি যুদ্ধ কৰা ।

এই শ্লোকটোৰ ব্যাখ্যাত ব্ৰহ্মচাৰীদেৱে কৈছে,—কৰ্ম্মযোগীৰ লক্ষণ কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ সমন্বয়ত। প্ৰজ্বলিত এগছি বন্তি বুলিলে যেনেকৈ তাত চাকি, তেল আৰু শলিতাৰ সমন্বয় থাকিব লাগিব। যোগ বুলি ক'লেও তাত কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ সমন্বয় থাকিব লাগিব। যিজনে সকলো কৰ্ম্ম ঈশ্বৰত অৰ্পণ কৰি, দাস স্বৰূপে 'মই তেওঁৰেই কৰ্ম্ম কৰিছোঁ' এই ভাবত কৰ্ম্ম কৰে তেৱেঁই পৰম ভক্ত। কৰ্ম্মযোগেই তেওঁৰ ভক্তিযোগ। ঠিক তেনেকৈ যিজনে সৰ্ব্ব কৰ্ম্ম, অৰ্থাৎ যুদ্ধাদি লৌকিক কৰ্ম্ম, পূজা, অৰ্চ্চনা, দান, তপস্যা আদি বৈদিক বা শাস্ত্ৰ-কৰ্ম্ম সম্পন্ন কৰে, তেৱেঁ প্ৰকৃত কৰ্ম্মী। এয়ে কৰ্ম্মযোগ। এতেকে এই কৰ্ম্মযোগত কৰ্ম্ম, জ্ঞান আৰু ভক্তি এই তিনিওটাৰে সমন্বয় আছে।

শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত "কীৰ্ত্তনঘোষাৰ" পদৰ উদ্ধৃতি কৰি ব্ৰহ্মচাৰীদেৱে দেখুৱাইছে—

"মোতে চিত্ত দিয়া কৰ্ম্ম কৰিয়ো সন্তোষে।
তবে কি কৰিতে পাৰে সংসাৰৰ দোষে ॥

৪ৰ্থ অধ্যায়ৰ জ্ঞান যোগৰ আৰম্ভণিতে শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক'লে যে এই জ্ঞান যোগৰ কথা তেওঁ প্ৰথমতে সূৰ্য্যক ( বিবস্বান ) কৈছিল, সূৰ্য্যই নিজ পুত্ৰ মনুক কৈছিল, মনুই নিজ পুত্ৰ ইক্ষাকুক কৈছিল। এইদৰে পুৰুষানুক্ৰমে এই জ্ঞান যোগৰ অনুশীলন হৈ আহিছে।

তেতিয়া অৰ্জ্জুনে শ্ৰীকৃষ্ণক ক'লে, "তোমাৰ জন্ম এই দ্বাপৰত, কিন্তু সূৰ্য্যৰ জন্ম তোমাৰ জন্মৰ বহু হেজাৰ বছৰ আগত ; তুমি কেনেকৈ সূৰ্য্যক ক'ব পাৰিলা ?" ভগৱান শ্ৰীকৃষ্ণই তেতিয়া অৰ্জ্জুনক কৈছিল, "বহূনি মে ব্যতীতানি জন্মানি তব চাৰ্জ্জুন !" "হে অৰ্জ্জুন ! মোৰ আৰু তোমাৰ বহুবাৰ জন্ম হৈ গৈছে ; মই সেইবোৰ জানো, কিন্তু তুমি সেইবোৰ নাজানা।" তেতিয়া অৰ্জ্জুনে শ্ৰীকৃষ্ণক সুধিছিল, "কোন কোন সময়ত তুমি জন্ম গ্ৰহণ কৰা ?" তাৰ উত্তৰত ভগৱান শ্ৰীকৃষ্ণই কৈছিল,—

"যদা যদা হি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্ ॥"

অৰ্থাৎ "হে অৰ্জ্জুন, যি যি সময়তেই ধৰ্ম্মৰ হানি, গ্লানি আৰু অধৰ্ম্মৰ অভ্যুত্থান হয়, সেই সেই সময়তে মই নিজকে মোক সৃষ্টি কৰোঁ, অৰ্থাৎ নৱদেহ পৰিগ্ৰহ কৰি আবিৰ্ভূত হওঁ।"

ব্ৰহ্মচাৰীদেৱে এইখিনিতে সনাতন হিন্দু ধৰ্ম্মৰ অৱতাৰবাদৰ কথা বুজাইছে। হিন্দু ধৰ্ম্মৰ অৱতাৰবাদ মতে সৰ্ব্বশক্তিমান ভগৱানে জীৱ জগতত শান্তি আৰু মুক্তি দিবলৈ নিজ ইচ্ছাতে জড় জগতত অৱতীৰ্ণ হৈ প্ৰাকৃত জীৱৰ নিচিনা জন্ম, কৰ্ম্ম, লীলাভিনয় কৰি থাকে। তেওঁৰ এই জন্ম কৰ্ম্ম লীলা প্ৰাপঞ্চিক হ'লেও অপ্ৰাপঞ্চিক ; অৰ্থাৎ জন্ম-মৃত্যু ৰহিত সৰ্ব্বভূত মহেশ্বৰ। ই ভগৱানৰ অচিন্ত্য যোগমায়াৰ প্ৰভাৱ। কিন্তু শ্ৰীধৰ স্বামীকে আদি কৰি ভক্তি পন্থী-সকলে কয় যে ভগৱানে নিজ প্ৰকৃতিত, অৰ্থাৎ স্বস্বৰূপত অধিষ্ঠান কৰি (শুদ্ধ সত্বাত্মিকা প্ৰকৃতিক স্বীকাৰ কৰি) বিশুদ্ধ উজ্জ্বল সত্ত্ব মতিৰ দ্বাৰা স্বেচ্ছাক্ৰমে অৱতীৰ্ণ হয়। ব্ৰহ্মচাৰীদেৱৰ মতে শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ প্ৰচাৰিত নৱবৈষ্ণৱ ধৰ্ম্মতো ভক্তিবাদী শ্ৰীধৰ স্বামীৰ চিন্তাৰ প্ৰভাৱ পৰিছে। শ্ৰীমাধৱদেৱে বৰগীতত গাইছে,—

"নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সোহি জন্মে জীৱৰ জনম দূৰ কৰা ॥

সহজে অকৰ্ত্তা, কৰ্ম্ম কৰা অপৰ্য্যাপ্ত ।
সোহি জন্মে জীৱৰ কৰ্ম্ম কৰা অন্ত ॥”

সনাতন একশৰণ নামধৰ্ম্মত অৱতাৰবাদৰ এয়ে সৰল ব্যাখ্যা। নামঘোষাতো মাধৱদেৱে কৈছে, —

“পৰম দুৰ্ব্বোধ আত্মাৰ তত্ত্ব তাৰ জ্ঞান অৰ্থে
হৰি যত নানা অৱতাৰ ধৰা তুমি কৃপাময় ।
তাহাৰ চৰিত্ৰ সুধাসিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয় ॥”

৭ম অধ্যায়ৰ “জ্ঞান-বিজ্ঞান যোগ”ত ব্ৰহ্মচাৰীদেৱে কৈছে,— সাংখ্যৰ পুৰুষ আৰু প্ৰকৃতি গীতাৰপৰা আৰু অপৰা প্ৰকৃতি। সাংখ্যৰ পুৰুষেই গীতাৰপৰা প্ৰকৃতি আৰু সাংখ্যৰ প্ৰকৃতিয়ে গীতাৰ অপৰা প্ৰকৃতি। সাংখ্যত পুৰুষ আৰু প্ৰকৃতি দুয়োকো অনাদি বুলি স্বীকাৰ কৰা হৈছে ; কিন্তু বেদান্তৰ মতে ব্ৰহ্ম আৰু মায়া, গীতাৰ মতে একমাত্ৰ পৰমব্ৰহ্ম বা পুৰুষোত্তম তত্ত্বকেই আদিৰো অনাদি অনাদিৰো আদি সকলো কাৰণৰ কাৰণ বুলি কোৱা হৈছে। গীতাৰ পুৰুষোত্তম তত্ত্বই হৈছে মাধৱ, ভগৱান শ্ৰীকৃষ্ণ। শ্ৰীমাধৱদেৱে কৈছে—

“প্ৰকৃতি পুৰুষ দুয়োৰো নিয়ন্তা মাধৱ ।
সমস্তৰ আত্মা হৰি পৰম বান্ধৱ ॥

ভক্তি ৰত্নাকৰত কৈছে—

“স্থাবৰ জঙ্গম সবে ৰূপ মাধৱৰ ।
কৃষ্ণ বিনে আন নাহি জানা নৃপবৰ ॥
যত কৃষ্ণ কাৰণৰো কাৰণ নিশ্চয় ।
এতেকেসে কৃষ্ণ বিনে বস্তু নাহিকয় ॥

১০ম অধ্যায়ৰ বিভূতি যোগৰ আৰম্ভণিতে ৯ম আৰু ১০ম শ্লোকত ভাগৱত ভক্তিত চিত্ত অৰ্পণ কৰিলে কি ফল হয় তাকে কৈছে ; —

মচ্চিত্তা মদ্‌গতপ্ৰাণা বোধয়ন্তঃ পৰস্পৰম্ ।
কথয়ন্তশ্চ মাং নিত্যং তুষ্যন্তি চ ৰমন্তি চ ॥ ৯
তেষাং সততযুক্তানাং ভজতাং প্ৰীতি পূৰ্বকম্ ।
দদামি বুদ্ধি যোগং তং যেন মামুপযান্তি তে ॥ ১০

অৰ্থাৎ যি সকলৰ চিত্ত মোতেই অৰ্পিত, যিসকলৰ প্ৰাণ মদগত ( মোত ভিন্ন যিসকল প্ৰাণ ধাৰণত অসমৰ্থ ) এনেকুৱা ভক্তসকলে পৰস্পৰক মোৰ কথা বুজি আৰু সদায় মোৰ কথা কীৰ্ত্তন কৰি পৰম সন্তোষ আৰু শান্তি লাভ কৰে । ৯ ॥

যিসকলে সদায় মোতে চিত্ত অৰ্পণ কৰি প্ৰীতিপূৰ্ব্বক মোৰ ভজনা কৰে, সেইসকল ভক্তক মই এনেকুৱা বুদ্ধিযোগ প্ৰদান কৰোঁ, যাৰ দ্বাৰা তেওঁলোকে মোক লাভ কৰিব পাৰে । ১০ ॥

ব্ৰহ্মচাৰীদেৱে কৈছে যে একমাত্ৰ ভগৱানত ভক্তিযুক্ত হৈ সৰ্ব্বদায় প্ৰীতিপূৰ্ব্বক তেওঁৰ ভজনা কৰিলে ভগৱানেই হৃদয়ত তত্ত্বজ্ঞান প্ৰকাশ কৰি দিয়ে, যাৰ দ্বাৰা ভকতে ঈশ্বৰক লাভ কৰে । এই কথাকে দৃঢ়স্বৰে প্ৰতিধ্বনিত কৰি ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে । নামঘোষাত শ্ৰীমাধৱদেৱে কৈছে :—

মোতেসে কেৱল দিয়া চিত্ত মোতে মাত্ৰ প্ৰাণ অপিণিত,
অন্যো অন্যে মিলি মোকেসে বোধ কৰাৱে ।
মোকে মাত্ৰ কহে সৰ্ব্বক্ষণে, পৰম সন্তোষে লভি মনে,
আনন্দ সাগৰে মজি ৰহে প্ৰেম ভাৱে ॥

এই সম্পৰ্কত নাম আৰু নামীৰ অভেদ প্ৰদৰ্শন কৰাই ব্ৰহ্মচাৰী-দেৱে কৈছে যে এই গোটেই জগতখনে নাম-ৰূপ বিশিষ্ট । মানুহৰ যিমান ভাব আছে বা থাকিব পাৰে, তাৰ প্ৰতিৰূপ নাম বা শব্দ অৱশ্যে থাকিব । ভাব, নাম আৰু ৰূপ এই তিনিটা একেই বস্তু । একেই তিনি, তিনিয়েই এক । কোনো এটা বস্তুৰ প্ৰতি ভাব হ'লেই তাৰ নাম আৰু আকৃতি আমাৰ মনলৈ অহে । এই নামকে "শব্দ ব্ৰহ্ম" কোৱা হয়, "ওঁ" ।

মুঠৰ ওপৰত শ্ৰীমৎ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে তেখেতৰ সম্পাদিত "শ্ৰীমদ্ভাগৱদগীতা"ৰ আলোচনাৰ মাজেৰে প্ৰতিপন্ন কৰিছে যে যিহেতু শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰচাৰিত নৱবৈষ্ণৱৰ সকলো তত্ত্ব উপনিষদ, বেদান্ত, শ্ৰীমদ্ভাগৱত, শ্ৰীমদ্ভাগৱদগীতাৰ ওপৰত প্ৰতিষ্ঠিত, সেই হেতু মহাপুৰুষ প্ৰচাৰিত সনাতন একশৰণ নামধৰ্ম্মৰ মূল বুনীয়াদ শ্ৰীমদ্ভাগৱদগীতা । □

# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী

সুৰেন্দ্ৰ নাথ মেধি

১৯৯০ চনৰ ১৮ নবেম্বৰ দেওবাৰ। মাণিকপুৰ গীতাশ্ৰমত ৯৫ তম গীতা জয়ন্তী। আগৰ বছৰ এই সত্ৰতে উদ্‌যাপিত হোৱা গীতা মহোৎসৱলৈ মোক নিমন্ত্ৰণ কৰিছিল। চৰকাৰী কামৰ অসুবিধাত যাব নোৱাৰিলোঁ। বেয়া লাগিছিল এই কাৰণে যে স্বামীজীক দৰ্শন কৰাৰ এটি উত্তম সুযোগ হেৰুৱালোঁ। সেইবাবে মনতে পুহি আছিলোঁ—মাণিকপুৰ গীতা সত্ৰলৈ গৈ এবাৰ স্বামীজীৰ চৰণ যুগল স্পৰ্শ কৰিব লাগিব।

যদিও আনুষ্ঠানিকভাৱে মই নিমন্ত্ৰণ পোৱা নাছিলোঁ গীতা জয়ন্তীৰ খবৰ সত্ৰৰে ভক্ত এজনে মোক জনালে আৰু সভাত উপস্থিত থাকিবলৈ মোক অনুৰোধ কৰিলে। মই হেৰোৱা সুযোগ পালোঁ।

১৮ নবেম্বৰ তাৰিখে আবেলি প্ৰায় আঢ়ৈ বজাত গীতা সত্ৰৰ কাষতে থকা পৰিদৰ্শন বঙলা পালোঁগৈ। ইতিমধ্যে কোকৰাঝাৰ জিলাৰ উপায়ুক্ত শ্ৰীপ্যাৰিলাল আৰু বঙাইগাঁও জিলাৰ উপায়ুক্ত শ্ৰীদীনেশ বৰ্মণ আহি পাইছে। বঙলাৰ সন্মুখৰপৰা মোক গায়ন-বায়নে সত্ৰ প্ৰাঙ্গণলৈ আগবঢ়াই নিলে। মই বৰ অস্বস্তি বোধ কৰিছিলোঁ—কাৰণ তেনেদৰে আদৰি নিব লগা ব্যক্তি মই নাছিলোঁ। বোধহয় মন্ত্ৰী হিচাপে যোৱা বাবেই মোক তেনেকৈ আগবঢ়াই নিয়া হ'ল।

সত্ৰৰ ভিতৰত লোকে লোকাৰণ্য। জানিব পাৰিলোঁ যে বৰপেটা আৰু বঙ্গাইগাঁও জিলাৰ লোকৰ উপৰিও পশ্চিম বঙ্গৰপৰা অসংখ্য লোক আহিছে। ওখকৈ সজা মঞ্চত বহিলোঁ। বৰপেটা সত্ৰৰ শ্ৰীথানুৰাম আতৈ আগৰেপৰা মঞ্চত বহি আছিল। প্ৰণাম জনালোঁ। উপায়ুক্ত দুগৰাকীও মঞ্চত বহিলে। পৰম শ্ৰদ্ধাৰ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী প্ৰভু তেতিয়ালৈ আহি পোৱা নাই। জানিব পাৰিলোঁ স্বামীজীৰ শৰীৰ ভাল নহয়।

কিছু সময় পিছত স্বামীজীক কেবাগৰাকী ব্যক্তিয়ে লাহে লাহে ধৰি আনি মঞ্চৰ ওচৰলৈ লৈ আহিল। শাৰীৰিকভাৱে অসুস্থ যদিও তেওঁ স্থূলকায় আছিল। বহু যত্ন কৰি তেওঁক মঞ্চত বহুৱাই দিয়া হ'ল। মই গৈ তেওঁক অলপ প্ৰণামী দি তেওঁৰ পদস্পৰ্শ কৰি সেৱা কৰি আহিলোঁ। অনুষ্ঠানত সমবেত হোৱা হাজাৰ হাজাৰ পুৰুষ-মহিলা নিস্তব্ধ হ'ল। সকলোৰে দৃষ্টি স্বামীজীৰ চৰণত।

সভাৰ কাম আৰম্ভ হ'ল। স্বামীজীৰ একান্ত ভক্ত শ্ৰীমদন মোহন পাঠকদেৱে সভাত তদাৰক কৰিলে। ওচৰৰে সত্ৰ এখনৰ সত্ৰাধিকাৰ প্ৰভুয়ে সভাপতিত্ব কৰা কথা আছিল; তেখেতৰ অনুপস্থিতিত বৰপেটা সত্ৰৰ ভকত শ্ৰীথানুৰাম আতৈয়ে সভাপতিৰ আসন গ্ৰহণ কৰিলে। সভাপতিৰ কাষতে মই আসন লৈছিলোঁ। সভাপতিয়ে মোক বাৰে বাৰে ক'লে—"বাপা, মই কিন্তু আগতে সভাপতি হৈ সভা চলোৱা নাই। মোক সহায় কৰিব লাগিব।" মই তেওঁক ক'লোঁ—"একো ভয় কৰিব নালাগে। ঠিক মতে সকলো হৈ যাব।"

শ্ৰীপ্যাৰিলালে গীতা জয়ন্তী আনুষ্ঠানিকভাৱে উদ্বোধন কৰিলে। মই সভাপতিক অনুৰোধ কৰিলোঁ—মোক যেন আগধৰি দু-আষাৰ ক'বলৈ দিয়ে। কাৰণ মই গুৱাহাটীলৈ ঘূৰি যাব লাগিব। অনুৰোধ ৰক্ষা কৰিলে।

গীতাৰ ওপৰত মোৰ জ্ঞান অতি নগণ্য আৰু ক্ষুদ্ৰ। তথাপি সভালৈ আহিছোঁ যেতিয়া কিবা ক'ব লাগিব। কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱসকল জয়ী হোৱাৰ পিছত পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীয়ে পিতামহ ভীষ্মক শৰশয্যাত থকা অৱস্থাত শেষবাৰৰ বাবে তেওঁলোকৰ শ্ৰদ্ধা-ভক্তি নিবেদন কৰিবলৈ যোৱা কাহিনীটো ক'লোঁ। আৰু ক'লোঁ—গীতাৰ সপ্তম অধ্যায়ত জ্ঞান-বিজ্ঞান যোগত ভগৱান্ শ্ৰীকৃষ্ণই কোৱা কথা, যেনে—সকলো ক্ষুদ্ৰ ক্ষুদ্ৰ দেৱ-দেৱী মোৰেই অংশ ঃ মোক ভজিলে বা পূজা কৰিলে মই যদি সন্তুষ্ট হওঁ দেৱতা-সকলেও সন্তুষ্ট হয়। দেৱ-দেৱী পূজা কৰিলে যি ফল পায় সেই ফল ময়েই দিওঁ। দেৱ-দেৱী পূজা-অৰ্চনা কৰি লোকে আকাঙ্ক্ষিত ফল পাব পাৰে—কিন্তু মুক্তি, মোক্ষ, বা নিৰ্বাণ পাব নোৱাৰে। আৰু ক'লোঁ ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক দিয়া নিৰ্ভয় বাণী—সকলো ধৰ্ম এৰি মোকেই ভজা, অৰ্চনা কৰা। মই তোমাক সকলো পাপৰ-পৰা উদ্ধাৰ কৰিম।

আধা ঘণ্টা সময় বক্তব্য ৰাখি মই মোৰ ক'বলগীয়াখিনি শেষ কৰিলোঁ। তাৰ পিছতে সভাপতিৰ অনুমতি সাপেক্ষে মই মঞ্চ ত্যাগ কৰিলোঁ। মঞ্চ ত্যাগ কৰাৰ আগতে মই স্বামীজীক পুনৰবাৰ সেৱা জনালোঁ। স্বামীজীয়ে মোৰ মূৰত হাত থৈ আশীৰ্বাদ দি, "ক'লে বাপা তুমি ভাল কৈছা। তোমাৰ মঙ্গল হওক।"

স্বামীজীৰ আশিস শিৰত লৈ গুৱাহাটীলৈ যাত্ৰা কৰিলোঁ। বাটে বাটে ভাবি আহিলোঁ—এইজনা মহাপুৰুষক পুনৰ দেখাৰ সৌভাগ্য হ'বনে ?

অলপ দিন পিছতেই অৰ্থাৎ ১৩৯৭ চনৰ ৯ চ'ত ৰবিবাৰে ৰাম নৱমী তিথিত দিনৰ ১২টা ৩৩ মিনিটত স্বামীজী ইহলীলা সম্বৰণ কৰি বৈকুণ্ঠধামলৈ গতি কৰিলে। তেওঁৰ নশ্বৰ দেহ ভূ-ভাৰতত ৰ'ল। শৱদেহ দুদিন গীতাশ্ৰমত ভক্তসবে সযত্নে ৰাখি মঙ্গলবাৰে দিনৰ ১২টা ৩০ মিনিটত হাজাৰ হাজাৰ ভক্তৰ উপস্থিতিত সংকাৰ

কৰা হ'ল। স্বামীজীৰ বৈকুণ্ঠ প্ৰয়াণৰ লগে লগে মহাপুৰুষীয়া ধৰ্মৰ এজনা ক্ষণজন্মা ঐশ্বৰীক শক্তিসম্পন্ন পুৰুষ আমাৰ মাজৰপৰা অন্তৰ্ধান হ'ল।

জানিব পাৰিলোঁ যে স্বামীজীৰ মহা প্ৰয়াণৰ আগমুহূৰ্ত্তত অঞ্চলটোত মৃদু ভূমিকম্পৰ জোকাৰণি হৈছিল আৰু তাৰ পিছতেই শিলাবৃষ্টি হৈছিল। এনেকুৱা প্ৰাকৃতিক পৰিৱৰ্তনে ইয়াকে সূচায় যে স্বামীজীৰ বিয়োগত ভক্তসকলৰ লগতে প্ৰকৃতিয়েও বিহ্বল হৈ পৰিছিল।

যিজনা পুৰুষে গোটেই জীৱন ভগৱন্ত পুৰুষক লাভ কৰাৰ বাবে ব্ৰতী হ'ল, সাধনা কৰিলে, সেইজনা পুৰুষে ৰাজনীতিতো মন দিবলৈ সক্ষম হ'ল। তেওঁ পাঁচ বছৰ কাল অবিভক্ত অসম বিধান সভাৰ বিধায়ক আছিল। সেইফালৰপৰা তেওঁক ৰাজৰ্ষি বুলি ক'ব পাৰি।

স্বামীজী উপস্থিত থকা আৰু দুখন সভাত মই উপস্থিত থাকি বক্তব্য ৰখাৰ সুযোগ পাইছিলোঁ। দুয়োখন সভাতে মই মন্ত্ৰী হৈ থকা সময়ত যোগদান কৰিছিলোঁ আৰু স্বামীজীৰ আশিস শিৰত লৈহে মই বক্তৃতা দিছিলোঁ।

বহু বছৰ আগতে স্বামীজীয়ে গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতিৰ কীৰ্তনঘৰ প্ৰাঙ্গণত ভাগৱত পাঠ কৰিছিল। মোৰ শ্ৰৱণ কৰাৰ সৌভাগ্য ঘটিছিল। ভাগৱতৰ দুটা শ্লোকৰ ব্যাখ্যা দিওঁতে তেওঁৰ প্ৰায় আঢ়ৈ ঘণ্টা লাগিছিল। তেওঁৰ শাস্ত্ৰজ্ঞান ইমানেই প্ৰগাঢ় আছিল যে বিভিন্ন শাস্ত্ৰ, বেদ, বেদান্ত, উপনিষদৰ উদাহৰণেৰে শ্ৰোতাক মুগ্ধ কৰিছিল।

স্বামীজীয়ে কেইখনমান অতি মূল্যৱান গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে আৰু লগতে মহাপুৰুষীয়া সনাতন ধৰ্ম ভক্তসকলক ধৰ্মৰ প্ৰতি আকৃষ্ট কৰিছে। শ্ৰীমদ্ভাগৱদ্গীতাৰ সংস্কৃতৰপৰা অসমীয়ালৈ ৰূপান্তৰ স্বামীজীৰ অপূৰ্ব গ্ৰন্থ। মহাপুৰুষ

মাধৱদেৱৰ মহাকাব্য "নামঘোষা"ৰ টীকা-ভাষ্য স্বামীজীৰ অপূৰ্ব সৃষ্টি।

স্বামীজীক অসমৰ বহুতে চিনি পালে। তেওঁৰ বিৰল প্ৰতিভা, অগাধ পাণ্ডিত্য আৰু শাস্ত্ৰজ্ঞান, মানৱতাবোধৰ তুলনা নাই। প্ৰচাৰৰ অভাৱত তেওঁ ভাৰতবৰ্ষত জনাজাত নহ'ল। এইটো অসমৰ বাবে দুৰ্ভাগ্যজনক।

ধৰ্ম, কৰ্ম সকলোতে স্বামীজীৰ জীৱনাদৰ্শই আমাৰ পথ-প্ৰদৰ্শক হওক—এয়েই ভগৱানৰ ওচৰত প্ৰাৰ্থনা।



# স্বামী শ্ৰীশ্ৰীকৃষ্ণানন্দদেৱ আৰু যোগমাৰ্গ

বিৰিঞ্চিধৰ বুঢ়াগোহাঁঞি

স্বামী শ্ৰীশ্ৰীকৃষ্ণানন্দদেৱৰ চৰিত্ৰ তথা লীলা সম্বন্ধে কোৱাৰ সাধ্য আমাৰ নাই। তথাপি তেৰাৰ শ্ৰীমুখৰপৰা শ্ৰৱণ কৰা এটি কাহিনী আজি বৰ্ণনা কৰিব খুজিছোঁ।

১৯৬১ কি ৬২ চন মানৰ কথা। আমাৰ গুৰু স্বামী শ্ৰীশ্ৰীকৃষ্ণানন্দদেৱ মৰিগাঁৱৰ গীতা সত্ৰতে গৰমকালিটো কটাবৰ বাবে আহি আছিলহি। এই সময়তে এই লেখকৰো তেৰাৰ লগত পৰিচয় হয় আৰু প্ৰায় সদায়েই তেৰাৰ মুখৰ অমৃত বচন শ্ৰৱণ কৰিবলৈ আহোঁ। প্ৰতিদিনেই গীতা আৰু ভাগৱতৰ নানান তথ্য ব্যাখ্যা হৈ থাকে। এদিন চতুঃশ্লোকী ভাগৱত পাঠ কৰি থাকোঁতে মাজতে যোগমাৰ্গ আৰু ভক্তিমাৰ্গৰ তুলনামূলক ব্যাখ্যা দাঙি ধৰিবলৈ গৈ তেৰাই নিজৰ জীৱনত ঘটা এটা উল্লেখযোগ্য ঘটনাৰ কথা বৰ্ণনা কৰে।

বোধহয় ৫০ দশকৰ ভিতৰৰ কথা। তাহানি স্বৰ্গীয় মতিৰাম বৰাৰ সৰু ভায়েক শ্ৰীদেবেন বৰাই CRPF-ৰ এটা উচ্চ পদৰ বাবে পৰীক্ষা দিব লগা হৈছিল ৰাজস্থানৰ মাউণ্ট আবুৰ নামনি পথাৰত। আটাইতকৈ টান পৰীক্ষাটো আছিল ঘোঁৰা দৌৰ প্ৰতিযোগিতা। শ্ৰীদেবেন বৰাই ঘোঁৰা দৌৰ দিয়াতো বাদেই ঘোঁৰাত কোনোদিনে উঠিয়েই পোৱা নাই। পৰীক্ষাৰ আগদিনাখন তেওঁ চিন্তা কৰি কৰি মাউণ্ট আবুত উঠি গৈ থাকোঁতে ওচৰতে থকা এজন সন্ন্যাসীয়ে তেওঁক সুধিলে, "বোপা, তোমাক চিন্তিত যেন দেখা গৈছে? তোমাৰ সমস্যা

কি ?” তেতিয়া শ্ৰীবৰাই তেওঁৰ সকলো সমস্যাৰ কথা তেওঁক বিবৰি ক’লে। সন্ন্যাসীজনে ক’লে, “বোপা, তোমাৰ ভয় নাই। তুমি এটা ভাল ঘোঁৰা চাই উঠিবা। চাবা তুমিয়েই প্ৰথম হ’বা।” কথামতেই কাম হ’ল। পিছদিনাৰ পৰীক্ষাত ঘোঁৰা দৌৰত শ্ৰীদেবেন বৰাই প্ৰথম স্থান অধিকাৰ কৰিলে। শ্ৰীবৰাই কোনো দিনে ভাবিব নোৱৰা কাম এটা এজন সন্ন্যাসীৰ আশীৰ্ব্বাদত কৰিব পাৰি কৃতজ্ঞ হৈ পুনৰ সন্ন্যাসীজনক দেখা কৰিবলৈ গ’ল। এই সন্ন্যাসীজনৰ নাম আছিল স্বামী শ্ৰীশ্ৰদ্ধানন্দ মহাৰাজ। মহা প্ৰতাপী যোগ সাধক। তেওঁ শ্ৰীদেবেন বৰাৰ সম্পূৰ্ণ পৰিচয় ল’লে আৰু সুধিলে যে অসমত এনে কোন সাধক আছে যাৰ লগত তেওঁ আলোচনা কৰিব পাৰে আৰু যিজনে তেওঁৰ লগত একমত হৈ একেলগে ধৰ্ম্ম সংস্কাৰৰ মাধ্যমত সমাজৰ পৰিৱৰ্ত্তন সাধন কৰিব পাৰিব। তেতিয়া শ্ৰীদেবেন বৰাই সেই সময়ৰ প্ৰাচ্য ভাৰতৰ গুৰু স্বামী শ্ৰীকৃষ্ণানন্দদেৱেহে এনে কাম কৰাটো সম্ভৱ হ’ব পাৰে বুলি ব্যক্ত কৰে। তেতিয়া স্বামী শ্ৰদ্ধানন্দ মহাৰাজে শ্ৰীদেবেন বৰাৰ যোগেদিয়ে স্বামী শ্ৰীকৃষ্ণানন্দদেৱক মাউণ্ট আবুলৈ মাতি পঠায়। আনকি চিঠি দিও মাতে। প্ৰভুৱেও এই নিমন্ত্ৰণ ৰক্ষা কৰি ছয় মাহ মানৰ মূৰত এদিন গৈ ৰাজস্থানৰ মাউণ্ট আবুত উপস্থিত হৈ স্বামী শ্ৰীশ্ৰদ্ধানন্দজীক সাক্ষাৎ কৰে। শ্ৰদ্ধানন্দজীয়ে প্ৰভুক পাই বৰ আনন্দ পায় আৰু আদৰ সাদৰ কৰি অভ্যৰ্থনা কৰিলে। লেঠা লাগিল অন্ন ভোজনৰ সমস্যালৈ। প্ৰভুৱে ক’লে, “মই স্বপাক অন্নহে ভোজন কৰোঁ। অন্যৰ ৰন্ধন ভোজন নকৰোঁ।” এই কথাৰপৰাই কথা বাঢ়ি বাঢ়ি গৈ যোগমাৰ্গ আৰু ভক্তিমাৰ্গলৈ প্ৰকাণ্ড তৰ্কযুদ্ধ আৰম্ভ হয়। শ্ৰদ্ধানন্দজীয়ে কয় যে যোগমাৰ্গ অবিহনে কোনো সাধকে ভগৱত শক্তি লাভ কৰিব নোৱাৰে। কোনো ঐশ্বৰ্য্য লাভ কৰিব নোৱাৰে। ঐশ্বৰ্য্য আদি ভগৱত শক্তি লাভ কৰিবলৈ হ’লে মানুহে যোগ সাধন কৰিবই লাগিব। গতিকে যোগৈশ্চৰ্য্যৰ দ্বাৰাহে সাধুসকলে সমাজৰ

কামত আগবাঢ়িব পাৰে। অসাধ্য সাধন কৰিব পাৰে। ভক্তিৰ দ্বাৰা এই কাম কৰাটো সুগম নহয়।

প্ৰভুৱে ক'লে যে ভগৱানৰ নাম-গুণ, শ্ৰৱণ-কীৰ্ত্তনৰ দ্বাৰাই সাধকৰ বাবে সকলো ৰকমৰ প্ৰাপ্তি সম্ভৱ হয়; কিন্তু ভকতে ঐশ্বৰ্য্য কামনা নকৰে। আনকি মুক্তিতো নিস্পৃহ হৈ ভগৱানৰ ওচৰত ৰসময়ী ভক্তিহে কামনা কৰে। নামৰ অচিন্ত্য শক্তি। "এক নামে যত পাপ সংহৰিতে পাৰে। ততেক পাতকী পাপ কৰিতে নপাৰে॥" "আকৌ পৰম বান্ধৱ হৰিৰ নাম। আৰু যিটো জনে লৱে অবিশ্ৰাম॥ তাৰ সাত কাৰ্য্য সাধিবে দেখা। প্ৰতি প্ৰতি লোৱা সাতৰো লেখা॥" ইত্যাদিৰপৰা আৰম্ভ কৰি নামৰ দ্বাৰা কেনেকৈ সাতোটা কাৰ্য্য সম্পাদন হয় তাৰ বৰ্ণনা কৰে আৰু নামধৰ্ম্মই যে সকলো ধৰ্ম্মৰ ৰজা এই মতো যুক্তিৰে দাঙি ধৰে। এইদৰে দুয়ো দুয়োৰ কথা কটা-কটি কৰি থাকোঁতে আধা ৰাতি পাৰ হোৱাৰ পাছত প্ৰভুৱে ভোজন ব্যৱস্থাৰ কথা আকৌ দোহাৰিলে। মহাৰাজজীয়েও চাউল, খৰি, দালি আদি সকলো যোগাৰ কৰি দিলে। প্ৰভুৱে জুই জ্বলাবলৈ খুজি আচৰিত হ'ল। জুই কোনো মতেই নজ্বলে। শ্ৰদ্ধানন্দজীয়ে যোগশক্তি প্ৰয়োগ কৰিছে। শেষত প্ৰভুৱে খোৱাৰ আশা বাদ দি এগিলাচ পানীকেই খাই শুই পৰিল। কিন্তু শুলে কি হ'ব। টোপনি নাহে। ইয়াতো যোগশক্তিৰ প্ৰয়োগ চলিল। অলপমান চকু মুদ খালেই এটা হয়তো কালীৰ মূৰ্ত্তিয়েই আহি দেখা দিব নাইবা শিৱৰ মূৰ্ত্তি বা অন্য কিবাই দেখা দিব। ৰাতিটো টোপনি নহ'ল। শয্যা ত্যাগ কৰি কৃষ্ণৰ নাম জপ কৰিবলৈ আৰম্ভ কৰিলে। এইবাৰ যোগৰ প্ৰভাৱ টুটিল লগতে ৰাতিও পুৱাল।

স্বামী শ্ৰীশ্ৰদ্ধানন্দজীয়ে ৰাতিপুৱাই আহি প্ৰভুক দেখা কৰিলে আৰু আগদিনাৰ বাক-বিতণ্ডা আদিৰ বাবে প্ৰভুৰ ওচৰত ক্ষমা খুজিলে। তেখেতে নিজৰ মনৰ কথাখিনিও ব্যক্ত কৰি ক'লে

যে দুয়োজনে যদি এক মত হৈ ধৰ্ম্মৰ যোগেদি সমাজ সংস্কাৰৰ কামত লাগে তেনেহ'লে দেশৰ ভালেমান কাম কৰিব পৰা গ'লহেঁতেন আৰু সেই উদ্দেশ্যেই প্ৰভুক লগ পাই আলোচনা হ'বৰ বাবে সুদূৰ প্ৰাচ্য দেশৰপৰা পশ্চিমৰ মাউণ্ট আবুলৈ মাতি আনিছিল। প্ৰভুৱেও তেখেতৰ উদ্দেশ্য জানি শলাগিলে; কিন্তু মাৰ্গ সম্বন্ধে এক মত হ'ব নোৱৰাত তেখেতক বেয়া নাপাবলৈ অনুৰোধ কৰি তেখেতৰ ওচৰৰপৰা বিদায় ল'লে। কলিযুগৰ উপযোগী শ্ৰৱণ-কীৰ্ত্তন-মনন ভাগৱত ধৰ্ম্মই যে শ্ৰেষ্ঠ মাৰ্গ সেই তত্ত্ব যিজন পুৰুষে অনুভূতিৰে সৈতে বুজি পাইছিল আৰু নিজৰ মতত অচল অটল থাকি জীৱনৰ শেষ ক্ষণলৈকে প্ৰাচ্য ভাৰতত সম্প্ৰদায় নিৰপেক্ষভাৱে হিন্দু সমাজক প্ৰকৃত ধৰ্ম্মৰ বীজ সিঁচি উদ্ধাৰ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল সেই মহাপুৰুষজনেই আছিল স্বামী শ্ৰীশ্ৰীকৃষ্ণানন্দদেৱ। তেৰাৰ জন্ম শতবাৰ্ষিকীত আমি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছোঁ।



# মহাপুৰুষ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ মহাপ্ৰয়াণত

যাদৱচন্দ্ৰ দাস

ক্ষণজন্মা পুৰুষ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ মহাপ্ৰয়াণত সমগ্ৰ অসমেই নহয় সমগ্ৰ ভাৰতবৰ্ষ ম্ৰিয়মান হ'বৰ কথা। তেৰাৰ মহাপ্ৰয়াণৰ আগমুহূৰ্ত্তত হোৱা মৃদু ভূমিকম্পন আৰু পিছমুহূৰ্ত্তত হোৱা প্ৰবল শিলাবৃষ্টিয়ে প্ৰমাণ কৰে যে তেৰাৰ বিয়োগত কেৱল মানৱেই নহয় প্ৰকৃতিও শোকগ্ৰস্ত হৈছিল। যুগৰ প্ৰভাৱত নানা কাৰণত একশৰণ নামধৰ্ম্ম ম্লান হ'বলৈ ধৰা আৰু বিলুপ্তি হোৱা ঠাইবোৰত একশৰণ নামধৰ্ম্মক পুনৰ সঞ্জীৱিত কৰি আৰু অসমৰ বাহিৰেও বিস্তাৰ কৰিবলৈকে ভাৰত বৰ্ষিষত তেৰাই অৱতাৰৰূপে পুনৰ আবিৰ্ভাৱ যে হৈছিল তেৰাৰ বিৰল ধৰ্ম্মপ্ৰতিভা আৰু সৰ্ব্বধৰ্ম্মৰ অভিজ্ঞতাই তাৰ স্বাক্ষৰ। কেৱল অসমতে নহয় সমগ্ৰ উত্তৰ ভাৰত বিয়াপি জাতি, ধৰ্ম্ম, বৰ্ণ, সম্প্ৰদায় নিৰ্ব্বিশেষে নানা ভাষা-ভাষী লোক, জনজাতি, অনুসূচিত জাতি আৰু অনুন্নত জাতীয় অগণন লোকক নিজ ধৰ্ম্মীয় প্ৰতিভাৰে অচিন্তনীয়ভাৱে আকৰ্ষণ কৰি ধৰ্ম্মমুখী কৰি একশৰণ নামধৰ্ম্মত শৰণ দি যি অক্ষয় কীৰ্ত্তি সাধিলে তাৰ তুলনা নাই। বৰ্ত্তমান যুগত অকল অসমৰেই নহয় ভাৰততে ধৰ্ম্ম প্ৰচাৰত তেৰা অনন্য পুৰুষ। তেৰা যে জীৱন মুকুত তথা প্ৰকৃততে একান্ত ভকত আছিল তেৰাৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক প্ৰতিভাই ইয়াৰ সত্যতা প্ৰতিপন্ন কৰি দেখুৱায়। অমানৱীয় প্ৰতিভাৰে মানৱ সেৱাত আমৰণ কাললৈ ব্ৰতী হৈ থকালৈ চাই তেৰা যে এজন মহাপুৰুষ ই স্বীকাৰ্য্য। তেৰা যে আত্মজয়ী বিৰাট

পুৰুষ এই কথা জানিয়ে বিনোবা ভাৱেৰ বিশিষ্ট শিষ্য, ভাৰত বিখ্যাত অগাধ প্ৰতিভাশালী, স্বনামধন্য পণ্ডিত আৰু সমাজ সেৱকৰূপে খ্যাত হেমভায়ে ২৫।৩।৯১ ইং তাৰিখে তেৰাৰ অন্ত্যেষ্টিক্ৰিয়া সমাপনৰ পাছত বহা শোক সভাত দেশ-বিদেশৰপৰা অহা বিপুল সমাজ বিদ্যমানে তেৰাৰ পাণ্ডিত্য আৰু সাধনাৰ প্ৰশংসা কৰি "মহাপুৰুষ" বুলি স্বীকৃতি দিয়ে। সকলো ভক্তই আৰু সমবেত ৰাইজে নিৰঙ্কুশ-ভাৱে এই কথা সমৰ্থন কৰে। সেয়েহে স্বামীজী মহাপুৰুষদ্বয়ৰ পাছতে অসমত অন্যতম মহাপুৰুষৰ আবিৰ্ভাৱ।

একশৰণ নামধৰ্ম্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈকেই তেৰাই জীৱনভৰ কঠোৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালন, বিভিন্ন ধৰ্ম্ম-চৰ্চ্চা, যোগ, তপ, উপাসনা, ধ্যান, আসন-প্ৰাণায়াম আদি অনুশীলন কৰি কঠোৰ নিয়ম-সংযমৰ মাজেদি জীৱন অতিবাহিত কৰিছিল। বিনা নামজপে মুহূৰ্ত্ত সময়ও নকটাইছিল। এইদৰে তেৰাই শাৰীৰিক, মানসিক আৰু আধ্যাত্মিকতাত অলৌকিক শক্তি অৰ্জ্জন কৰিবলৈ সমৰ্থতা লাভ কৰিছিল। পশ্চিম বঙ্গৰ নাকালীয়াত ভাগৱত প্ৰচাৰ কৰি থাকোঁতে বঙ্গৰ নানা ধৰ্ম্মপন্থৰ গুৰুসকলে ধৰ্ম্মৰ বিতৰ্ক প্ৰশ্ন কৰি পাছত তেৰাৰ তত্ত্বমূলক ব্যাখ্যাত পৰাজিত হৈ অৱশেষত "বঙ্গবিজয়ী বীৰ" উপাধি দি অভিনন্দন জনাইছিল। পশ্চিম বঙ্গৰ সীমান্তত মুছলিম অধ্যুষিত ছাহজাদপুৰ অঞ্চলত বিৰাট সভা পাতি তেৰাক মাতি নি বেদ আৰু কৰ্‌কান সম্বন্ধে দিয়া বক্তৃতা শুনি তেৰাৰ অমৃতময় ভাষণত বিমোহিত হৈ পৰাত তেতিয়াৰপৰা তেৰা মুছলমানসকলৰো অতি প্ৰিয়ভাজন হৈ উঠিছিল। বাৰ বছৰ ধৰ্ম্মচৰ্চ্চাত ভাৰতৰ নানা ঠাই ভ্ৰমণ কৰি অনেক সাধু, সন্ত, সন্ন্যাসী, পৰমহংসৰ সঙ্গ লাভ কৰি অৱশেষত অযোধ্যাত বহু পণ্ডিতৰ সঙ্গ লভি তেৰাই ধৰ্ম্মৰ বিতৰ্কত বিজয়ী হৈ "স্বামী" উপাধি লাভ কৰিছিল। এইদৰে কঠোৰ সাধনাত সিদ্ধি লাভ কৰি ঘূৰি আহিও একোতে সন্তুষ্টি লভিব নোৱাৰি অৱশেষত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰৱৰ্ত্তিত ভক্তি

প্ৰধান 'একশৰণ নামধৰ্ম্ম'কেই তেৰাই মানৱতা অৰ্জ্জনৰ চৰম পথ বুলি গ্ৰহণ কৰিলে। তেতিয়াৰপৰা নানাধৰ্ম্মী, অধৰ্ম্মী, উচ্চ-নীচ সকলো শ্ৰেণীৰ মানুহৰ মাজত প্ৰৱলভাৱে প্ৰচাৰ কাৰ্য্য চলাবলৈ ধৰিলে। সৰ্ব্বশাস্ত্ৰত অগাধ পাণ্ডিত্য অৰ্জ্জনেই নহয় তেৰা আছিল আচৰণতো স্বয়ং মূৰ্ত্তিমন্ত গীতা স্বৰূপ। সিদ্ধ, সত্ত্ব পুৰুষ বাবেই তেৰা আছিল সৰ্ব্বশ্ৰেণী মানৱৰে প্ৰাণস্পৰ্শী আকৰ্ষণীয় পুৰুষ। সেয়া আকৰ্ষণীয় গুণৰ কাৰণেই মহাপ্ৰয়াণৰ আগমুহূৰ্ত্তলৈ তেৰা লৰিব-চৰিব, উঠিব-বহিব নোৱৰা অপাৰগ অৱস্থাতো তেৰাৰ স্থূলাকাৰ, মসৃণ, পবিত্ৰ দেহটো ভক্তসকলে দূৰ-দূৰান্তৰলৈ টানি-আঁজুৰি লৈ ফুৰিছিল শৰণ ল'বলৈ আৰু অমৃৎময় বাণী শুনি ধন্য হ'বলৈ। শেষ কালতো তিনিদিনমান আগতে তেৰাৰ স্থাপিত 'দেৱীতলা' (গাৰো পাহাৰত) গোৱিন্দ ভৱন গীতা সত্ৰলৈ জনজাতীয় ভকত-ভকতনীসকলৰ একান্ত আহ্বানত গৈ বহুত ধৰ্ম্মপ্ৰাণ জনজাতীয় লোকক শৰণ দিয়ে। তাৰ পাছতে অবিভক্ত উত্তৰ গোৱালপাৰা জিলাৰ দাংতলা অঞ্চলৰ শই শই অনুসূচিত আৰু জনজাতিৰ লোকে যিসকলে খৃষ্টান পাদুৰীসকলৰ ফুচুলনিত ভুল নাযাই স্বামীজীৰ প্ৰতি আকৰ্ষিত হৈ তেৰাক আহ্বান কৰি নিছিল, দুৰ্ভাগ্যবশতঃ অসুস্থতা হেতু তেৰাই তেওঁলোকক শৰণ দিবলৈ অপাৰগ হোৱাত শৰণ নিদিয়াকৈ আশ্ৰমলৈ ঘূৰি আহিবলৈ বাধ্য হ'ল। ইপিনে আকৌ নগাঁও জিলাৰ (অবিভক্ত) ভক্তসকলে মটৰ ভাৰা কৰি তেৰাৰ কৰ্ম্মময় জীৱনৰ জয় জয়তে স্থাপিত মৰিগাঁও গোৱিন্দ ভৱন গীতা সত্ৰলৈ তেৰাক নিবলৈ আহি অপেক্ষা কৰি আছিল। প্ৰভুৰ শাৰীৰিক অসুস্থতা বৃদ্ধি হোৱাৰ কাৰণে তেওঁলোকেও বিমৰিষ হৈ দুঃখেৰে উলটি যাবৰ বাধ্য হ'ল। এয়া হ'ল তেৰাৰ কৰ্ম্মময় জীৱনৰ ব্যস্ততাৰ এটি পটন্তৰহে। এইদৰে তেৰাই ৯৫ বছৰীয়া কৰ্ম্মবহুল জীৱনটো ব্যস্ততাৰ মাজেদি অতিবাহিত কৰিছিল। তেৰাৰ জ্ঞান-গৰ্ভ অমৃৎময় সুদীৰ্ঘ ধৰ্ম্মীয় ভাষণত (ভাগৱত পাঠত) মুগ্ধ হৈ

মানুহটো বাদেই সৰ্প, কুকুৰ আদি জীৱ-জন্তুৱেও যে তেৰাৰ ভক্ত হৈছিল এয়া সত্য ঘটনা "তেৰাৰ জীৱন আলেখ্য"ত সামান্যভাৱে হ'লেও বৰ্ণিত হৈছে। হিন্দু, মুছ্‌লিম, শিখ, জৈন, খৃষ্টিয়ান যি কোনো ধৰ্ম্মৰে ধৰ্ম্মমূলক প্ৰশ্নৰ উত্তৰ দিবলগীয়া হ'লে নিগূঢ় তত্ত্বমূলক ভাষণত অপাৰ সমুদ্ৰ সদৃশ তেৰাৰ জ্ঞান-ভাণ্ডাৰ কিদৰে খোলা হৈছিল তাক ভাষাৰে প্ৰকাশ কৰাটো অসম্ভৱেই লিখিবলৈকো কাৰো সাধ্য নাই। সেয়েহে হেজাৰ-বিজাৰ তেৰাৰ অমৃতময় ভাষণ বায়ুৰ লগত শূইনত বিলীন হৈ গৈছে।

প্ৰভুই সুদীৰ্ঘ বাৰ বছৰকাল ( ইং ১৯৩১ লৈ ) নিৰুদ্দেশ হৈ থাকি কেৱল ধৰ্ম্ম চৰ্চ্চা কৰিয়ে সমগ্ৰ ভাৰত ঘূৰি ফুৰিছিল। তাৰ পাছত এসময়ত দহ বছৰকাল তেৰাই ৰাজনীতিত সোমাই পৰে। বিশিষ্ট ভক্তদ্বয় প্ৰয়াত ৰাজ্যপাল ৺মহেন্দ্ৰ মোহন চৌধুৰী আৰু মন্ত্ৰীবৰ ৺মতিৰাম বৰাদেৱৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি তেৰাই ধৰ্ম্মনীতিৰ লোক হৈয়ো বিধায়কৰ আসনত বহি চিলঙত থাকিবলগীয়া হোৱাত তাত কীৰ্ত্তনঘৰ আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কলা-সংস্কৃতি সস্থা স্থাপন কৰোৱাই শৈল নগৰ চিলঙতো নামধৰ্ম্মৰ সোঁত বোৱাই দিলে আৰু বহুত গণ্য-মান্য ধৰ্ম্মপ্ৰাণ লোকক শৰণীয়া কৰিলে। এইদৰে ধৰ্ম্ম প্ৰচাৰৰ লগতে অসম আৰু উত্তৰ বঙ্গত সত্ৰ স্থাপন কৰিয়েই এৰা নাই, স্কুল আদি সাজি অনেক সাংগঠনিক কাম কৰে। তাৰ বিস্তাৰিত বিৱৰণ দিবলৈ এই চুটি প্ৰবন্ধত ঠাইৰ অভাৱ।

অসমৰ মুকুটবিহীন ৰজা নবীন চন্দ্ৰ বৰদলৈ, পণ্ডিত প্ৰবৰ ৺কনক চন্দ্ৰ শৰ্ম্মা আদি কেবাজনো নেতা আৰু মুক্তি যুঁজাৰুৰ সঙ্গী হৈ ভাৰতৰ স্বাধীনতা আন্দোলনত প্ৰচণ্ড গতিৰে জঁপিয়াই পৰিছিল তেৰাই। যাৰ ফলশ্ৰুতিত নগাঁও আৰু চিলেট জেলত ২ বাৰ সশ্ৰম কাৰাগাৰত কাৰাবৰণ খাটিবলগীয়া হৈছিল। পাছত স্বাধীন ভাৰতৰ কংগ্ৰেছ চৰকাৰে তেৰাক তাম্ৰফলি প্ৰদান কৰি মুক্তি যুঁজাৰু ৰূপে

সন্মানিত কৰে। অলপতে গুৱাহাটী দূৰদৰ্শনত অধ্যাপক শ্ৰীকনকচন্দ্ৰ ডেকাৰ সৌজন্যত প্ৰচাৰিত এটি সাক্ষাৎকাৰ ৰাজ্য তথা ৰাষ্ট্ৰীয় কাৰ্য্যসূচীৰ জৰিয়তে প্ৰচাৰ কৰা হৈছে। কাৰাবৰণ খটা অৱস্থাতো তেৰাই ধৰ্ম্মচৰ্চ্চা কৰা আৰু প্ৰচাৰৰ কাৰ্য্য বাদ পৰা নাছিল।

চিলেট জেলত থাকোঁতে তেওঁ শ্ৰীমদ্ভাগৱদগীতাৰ অসমীয়া ভাঙনি লিখে। যিখন ধৰ্ম্মপুথি একশৰণ নামধৰ্ম্মৰ গূঢ় দাৰ্শনিক তত্ত্ব প্ৰকাশৰ দ্বাৰা ভাৰতৰ সমস্ত গীতাৰ ভিতৰত শ্ৰেষ্ঠ স্থান পোৱাৰ যোগ্যতা অৰ্জ্জন কৰিছে। আৰু কেবাখনো অপ্ৰকাশিত ধৰ্ম্মপুথি আছে যদিও প্ৰকাশিত তেৰাৰ লিখিত 'নামঘোষা ভাবামৃত'খন হৈছে 'জীৱন্ত একশৰণ নামধৰ্ম্ম' স্বৰূপ, ভক্তি ধৰ্ম্মৰ চৰম প্ৰকাশক পুথি। নিঃসন্দেহে ক'ব পাৰি এই দুখন পুথিৰে স্বামীজী চিৰকাল অমৰ হৈ ৰ'ব। নামঘোষা ভাবামৃত পুথিখন ইংৰাজী, হিন্দী আদি ভাষাত লিখি যদি বিশ্বত প্ৰকাশ হ'লহেঁতেন তেনেহ'লে একশৰণ নামধৰ্ম্মৰ প্ৰভাৱ বিশ্ব বিয়াপক হ'লহেঁতেন যে তাত সন্দেহ নাছিল। কিন্তু আমাৰ দুৰ্ভাগ্য যে, প্ৰচাৰৰ অভাৱত জগৎ উদ্ধাৰৰ হেতু মহাপুৰুষে প্ৰৱৰ্ত্তন কৰা ভক্তিমূলক নামধৰ্ম্ম আজি অসমৰ ভিতৰতে নামঘোষাৰ পদাননোক্ত অপব্যাখ্যা কৰা হেতু অসমতে বিভাজনৰ সৃষ্টি হৈ ম্ৰিয়মান হৈ পৰিছে। স্বামীজীয়ে মহাত্মা গান্ধীৰো বহু পূৰ্ব্বৰেপৰা একশৰণ নামধৰ্ম্ম প্ৰচাৰৰ জৰিয়তে অনুসূচিত আৰু জনজাতি আদি অনুন্নত আৰু নীচ জাতীয়সকলক জলচল আৰু স্পৃশ্য কৰি অস্পৃশ্যতা বৰ্জ্জন আন্দোলনৰো বাটকটীয়া আছিল। একশৰণ নামধৰ্ম্মক অসমত এমুঠি মানুহৰ মাজতে কাঁটা-তাঁৰৰ বেৰাৰে আগুৰি আৱদ্ধ কৰি নাৰাখি সেই কাঁটা-তাঁৰ ভাঙি-ছিঙি একাকাৰ কৰি সমগ্ৰ মানৱ জাতিক এক মানৱ ধৰ্ম্মত দীক্ষিত কৰি মহাপুৰুষৰ আদৰ্শত সকলো শ্ৰেণীৰ মানৱক এক জাতি এক প্ৰাণ কৰি সমন্বয় সাধন পূৰ্ব্বক ভাৰতীয় জাতীয়তা গঢ়ি তোলাৰ আদৰ্শতে হাতে-কামে লাগি আমৰণ জাতি গঢ়া কামত আত্মনিয়োগ কৰিছিল

তেখেতৰ কঠোৰ সাধনাৰ দ্বাৰা গঢ়া তেখেতৰ জীৱনৰ আদৰ্শই সেই মনোভাব পূৰণত পূৰ্ণ সহায়ক হোৱাত কৃতকাৰ্য্যও হ'ব পাৰিছিল যথেষ্ট। স্বামীজীৰ লেখীয়া একাধাৰে ধৰ্ম্ম-সংস্কৃতিৰ, প্ৰচাৰক, সমাজ সংস্কাৰক, ৰাজনৈতিক, দূৰদৰ্শী, জ্ঞানৰ সাগৰ, সাহিত্যিক, লেখক, বক্তা, সিদ্ধসাধক, অগাধ পাণ্ডিত্য পৰায়ণ, সৰ্ব্বত্যাগী, সৰ্ব্বগুণৰ অধিকাৰী, তদুপৰি অলৌকিক অসাধাৰণ আধ্যাত্মিক বলত বলীয়ান, দাৰ্শনিক বাকসিদ্ধ পুৰুষ আজিৰ জগতত বিৰল।

তেখেতৰ ত্যাগৰ মহিমা অশেষ। অবিভক্ত নগাঁও জিলাৰ জনজাতীয় লোকৰ মাজতেই তেখেতে প্ৰথমতে শুদ্ধি কাৰ্য্য আৰম্ভ কৰে। মৰিগাঁও, মাণিকপুৰ প্ৰভৃতিত স্থাপিত গোবিন্দ ভৱন গীতা সত্ৰৰ বহু লাখ টকাৰ সম্পত্তি ৰাইজক অৰ্পণ কৰি গৈছে তেখেতে। তদুপৰি হোজাইত থকা কোটি টকাৰ সম্পত্তি একশৰণ নামধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে বিশ্ব হিন্দু পৰিষদক তেখেতে দান কৰি গৈছে। তাত এতিয়া বিৰাট নামঘৰ স্থাপিত হৈছে। ইপিনে নিজে হ'ল পূৰ্ণ ব্ৰহ্মচাৰী, নিজৰ বুলিবৰ একো ঘৰ-সংসাৰ নাই। নিজে পাহাৰ, ভৈয়াম, অতি ভিতৰুৱা গাঁও, নগৰ-চহৰত দেশে-বিদেশে পদব্ৰজে ঘূৰি ঘূৰি য'তে ৰাতি ত'তে কাটি লৈ থাকি গীতা-ভাগৱতৰ অমৃতময় ভাষণৰ দ্বাৰা সকলো হৃদয় জয় কৰি ঈশ্বৰমুখী কৰা আৰু মানৱতা অৰ্জ্জনৰ দ্বাৰা জাতি গঠনত অবিহণা যোগোৱাই আছিল তেখেতৰ জীৱনৰ ব্ৰত। কামনা লেশ মাত্ৰও নাছিল। একমাত্ৰ কামনা আছিল নিজক মানৱ সেৱাত বিলীন কৰি দিয়া। ইমান অভাৱনীয় আৰু অতুলনীয় ত্যাগ স্বীকাৰ আজিৰ জগতত কাৰ আছে বাৰু? তেখেতে মানৱ জাতিৰ সংস্কাৰৰ কাৰণেই সৰ্ব্বত্যাগী হৈ দুৰ্লভ মনুষ্য জন্ম লৈ জীৱন সাৰ্থক কৰি অৱতাৰী মহাপুৰুষ ৰূপে জগতত অমৰ কীৰ্ত্তি ৰাখি গ'ল। তেখেত আছিল নিৰ্গুণ তথা সত্ত্ব, ৰজ, তমগুণৰ অতীত এই কথাৰ সত্যতা তেখেতৰ জীৱনাদৰ্শতে বিদ্যমান। সেয়েহে ভক্তৰ মানত তেখেত সাক্ষাৎ ঈশ্বৰ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা জগৎ উদ্ধাৰৰ কাৰণে প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্মক প্ৰকৃত আদৰ্শেৰে ৰূপায়িত কৰি তুলিছে তেৰাই। হিংসা, কামনা-বাসনাৰে ধূমায়িত বিশ্বত তেৰাৰ উজ্জ্বল দৃষ্টান্তই সৌৰভিত কৰি, এক মানৱ ধৰ্ম্ম একশৰণ নামধৰ্ম্মৰ প্ৰভাৱ সমগ্ৰ বিশ্বব্যাপি প্ৰসাৰ লাভ কৰিলেহে পৰমাৰাধ্য গুৰুদেৱৰ আত্মাই পৰম শান্তি লভিব আৰু বিশ্বতো শান্তিৰ নিজৰা বব। তেৰাৰ চৈতন্যময় আত্মাৰ লগত জড়িত মানৱ মাত্ৰৰেই এয়া মহৎ কাৰ্য্য সাধনত ব্ৰতী হৈ আগবঢ়াহে মানৱোচিত কৰ্ত্তব্য হ'ব।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শই তেৰাৰ আদৰ্শ আছিল। শ্ৰীমদ্ভাগৱৎ গীতাৰ সাধনা জীৱন প্ৰৱাহত সম্পূৰ্ণ আচৰণ কৰি তেৰা জীৱন্ত গীতাত পৰিণত হৈছিল। মহাপুৰুষৰ ধৰ্ম্মৰ কেন্দ্ৰ স্থান বৰপেটা সত্ৰত উদ্‌যাপিত হোৱা পঞ্চশত বাৰ্ষিকীৰ কাৰ্য্যকৰী সভাৰ সভাপতি আৰু দ্বিতীয় দিনা বহা ৰাজহুৱা সভাৰ সভাপতি আছিল তেৰা। সেই সময়তে তেৰাৰ অসামান্য ধৰ্ম্মীয় প্ৰতিভাৰ গম পাই বৰপেটা সত্ৰৰ মূল সভাৰ ভকতসকলে তেখেতক আথে-বেথে মাতি আনি সত্ৰৰ চাংঘৰত বহি মালা-নিৰ্ম্মালি দি লিখিতভাৱে অসমৰ বাহিৰত নানা দেশত একশৰণ নামধৰ্ম্ম প্ৰচাৰাৰ্থে অনুমতি দিছিল মানৱ জাতিৰ কল্যাণাৰ্থে। তেতিয়াৰপৰাহে একশৰণ নামধৰ্ম্ম বিশ্বমুখী হ'ল। তেতিয়াহে অসমবাসী ৰাইজে স্বৰূপ বুজি পাই সকলোৱে স্বামীজীৰ প্ৰতি আকৰ্ষিত হৈ পৰিল। এতিয়াও অসমতকৈ অসমৰ বাহিৰত বঙালী, বিহাৰী, মাৰোৱাৰী, পঞ্জাবী, উত্তৰ প্ৰদেশ, ৰাজপুত আদিত তেৰাৰ শিষ্য অধিক। সকলো মিলি অনুমান আঠ লাখৰো অধিক হ'ব। তেৰাৰ বহুমুখী প্ৰতিভাই আছিল এই সফলতাৰ মূল কথা। সৰ্ব্বগুণী নহ'লে কাৰো নানা জাতি, নানা গোষ্ঠীৰ মানুহক আকৰ্ষণ কৰিবৰ সাধ্য নাই। স্বামীজীয়ে তাৰ জ্বলন্ত পটন্তৰ।

সেইজন মহাপুৰুষ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী যোৱা ৯ চ'ত

ইং ২৪।৩।৯১ তাৰিখে মহাপ্ৰয়াণ কৰিলে, ৯৫ বছৰ বয়সত। তেৰাৰ শ্ৰাদ্ধৰ দিন ৩।৪।৯১ ইং তাৰিখে। উদীত সূৰ্য্য অস্তমিত হ'ল। ভাৰতৰ এটি উজ্জ্বল নক্ষত্ৰ খহি পৰিল। সকলো বিসম্বাদী ভাব আজি তেৰাৰ আদৰ্শৰ প্ৰসাৰণ হ'লেহে হিংসা আঁতৰি সকলো জাতি ধৰ্ম্মৰ মিলনৰ দ্বাৰা বিচ্ছিন্নতাবাদী অসমত শান্তিৰ জুৰু বতাহ বলিব।



# 'একশৰণ নামধৰ্ম' আৰু শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী

ড° অমল ভৌমিক

ভাৰতীয় ধৰ্ম বুলিলে হিন্দু ধৰ্মকেই বুজায়। 'হিন্দু' নামৰ উৎপত্তি বিষয়ে বিভিন্ন মত আছে। বহুতেই ভাবে 'সিন্ধু'ৰপৰা 'হিন্দ্', 'হিন্দু' আৰু হিন্দুস্তানে প্ৰভৃতি শব্দবোৰৰ উৎপত্তি হৈছিল। এই দৃষ্টিভঙ্গিৰপৰা সিদ্ধান্ত কৰা যায়, হিন্দুস্তানৰ অধিবাসীসকলে যি ধৰ্মমতত বিশ্বাস কৰে তাকেই 'হিন্দু ধৰ্ম' বোলে। অন্যান্য ধৰ্মৰ উৎপত্তিৰ দৰে হিন্দু ধৰ্ম কোনো বিশেষ এজন ধৰ্ম প্ৰচাৰকৰ দ্বাৰা বিশেষ সময়ত প্ৰৱৰ্ত্তিত হোৱা নাই। বিভিন্ন বিপৰীতমুখী মতবাদৰ দ্বাৰা এই ধৰ্মৰ পৰিপুষ্টি সাধিত হৈছে যুগ যুগান্ত ধৰি। ইয়াত ঈশ্বৰ বিশ্বাসী আছে, নিৰীশ্বৰ বাদীও আছে, আত্মবাদী আছে, অনাত্মবাদী (চাৰ্ব্বাক প্ৰভৃতি বস্তুবাদী) সকলো আছে। প্ৰকৃতাৰ্থত হিন্দু ধৰ্ম কোনো বিশেষ ধৰ্ম নহয়, ই এটা এনেকুৱা দৰ্শন বা জীৱনযাত্ৰা প্ৰণালী যিটো প্ৰাক্‌বৈদিক যুগৰপৰা দ্ৰাবিড় আৰু আৰ্যভাৱধাৰাৰে পুষ্ট হৈ সমন্বয়ৰ প্ৰক্ৰিয়াৰ মাজেদি লাহে লাহে অভিব্যক্ত হৈছিল। এই দৰ্শনে হ'ল হিন্দুধৰ্মৰ মূল ভিত্তি। হিন্দু ধৰ্মৰ ভিত্তি স্বৰূপ মূল দৰ্শনৰ বিষয়ে সকলোৱেই একমত। মতভেদ মাথোঁ আলোচ্য এই দৰ্শনৰ বিভিন্ন ব্যাখ্যালৈ। ফলস্বৰূপে বিভিন্ন প্ৰতিভাৱান দাৰ্শনিকসকলৰ ব্যাখ্যানুযায়ী বিভিন্ন ধৰ্ম মতৰ সৃষ্টি হৈছে। বিভিন্ন সম্প্ৰদায়ৰ আবিৰ্ভাৱ ঘটিছে। এই ধৰ্ম সম্প্ৰদায়ৰ অন্যতম হ'ল—বৈষ্ণৱ ধৰ্ম সম্প্ৰদায়। মূল দৰ্শনৰ প্ৰতি আনুগত্য থকাত মতান্তৰ কেতিয়া ও মনান্তৰত পৰ্যৱসিত হোৱা নাই।

বিষ্ণু জানাতি য সঃ বৈষ্ণৱঃ। বিষ্ণু জানাতি অৰ্থ—ঈশ্বৰৰ প্ৰতি ভক্তি আৰু বিশ্বাস। নিৰীশ্বৰবাদী অনাত্মবাদীসকল বৈষ্ণৱ পদবাচ্য নহয়। ঈশ্বৰ বিশ্বাসহীন বস্তুবাদী সদাচাৰ বৈষ্ণৱৰ কাম্য নহয়। বৈষ্ণৱ ধৰ্ম সম্প্ৰদায়ৰ মতে ভক্তিই মুক্তি লাভৰ একমাত্ৰ উপায়। সবিশেষ ব্ৰহ্মই এই ভক্তি মাৰ্গৰ ভিত্তি। ভগৱানৰ প্ৰতি নিঃস্বাৰ্থ ভাল পোৱাই ভক্তি। জীৱ আৰু জগৎ লৈ ব্ৰহ্ম সৱিশেষ। সৃষ্টি, স্থিতি, লয় ইয়াৰ অন্তৰ্গত। বিশ্ব ব্ৰহ্মাণ্ডৰ অনন্ত সাধনা আৰু অফুৰন্ত লীলা জীৱ আৰু জগতক লৈ। এই সাধনা আৰু লীলাৰ বিষয় বস্তুক লৈ বৈষ্ণৱ দৰ্শন বা ভক্তিৰ জয়যাত্ৰা।

ভাৰতত ভক্তিবাদ বিভিন্ন সময়ত বিভিন্ন ৰূপত আত্মপ্ৰকাশ কৰিছিল। মধ্যযুগৰ বৈষ্ণৱ ধৰ্ম দাক্ষিণাত্যত উদ্ভূত হৈ বৈষ্ণৱাচাৰ্য ৰামানুজ আৰু মাধৱাচাৰ্যৰ দ্বাৰা প্ৰচাৰিত হৈছিল। অসমত মধ্য-যুগত শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীহৰিদেৱ আৰু শ্ৰীশ্ৰীদামোদৰদেৱ প্ৰভৃতি মহাপুৰুষসকলৰ দ্বাৰা এই বৈষ্ণৱ ধৰ্ম অসমৰ নিৰক্ষৰ জনসাধাৰণৰ মাজত প্ৰচাৰিত হৈ গোটেই অসম ভূমিক ভক্তিধৰ্ম ভাবত প্লাৱিত কৰিছিল। এই বৈষ্ণৱসকলে প্ৰচাৰিত ধৰ্মক ভাগৱত ধৰ্ম বুলি কৈছিল।

ৰামায়ণ, মহাভাৰত আৰু পুৰাণত বিষ্ণুদেৱতাক পৰম পুৰুষ বুলি বৰ্ণনা কৰা হৈছে। কঠোপনিষদতো 'বিষ্ণু'ক পৰম পুৰুষ বুলি স্বীকৃতি দিয়া হৈছে। মহাভাৰত, গীতা প্ৰভৃতিত কৃষ্ণ, বিষ্ণু আৰু নাৰায়ণৰ মাজত কোনো পাৰ্থক্য কৰা হোৱা নাই। গীতা ভাগৱতত এই পৰম পুৰুষক 'পুৰুষোত্তম' বুলিও কৈছে। যাৰ মূল ভাব 'এক দেৱ এক সেৱ এক বিনে নাই কেও।' ভাগৱতৰ বৰ্ণনা মতে —'এতে চাংশকলাঃ পুংস কৃষ্ণস্তু ভগৱান স্বয়ং।' (১।৩।২৮) অৰ্থাৎ শ্ৰীকৃষ্ণ স্বয়ং ভগৱান। শ্ৰীকৃষ্ণক পূৰ্ণব্ৰহ্ম বুলি শ্ৰীমদ্ভাগৱতেই ঘোষণা কৰিছে।

অহো ভাগ্যমহো ভাগ্যং নন্দগোপব্ৰজৌকসাম্
যস্মিত্রং পৰমানন্দং পূৰ্ণং ব্ৰহ্ম-সনাতনম্॥ ( ১০।১৪।৩২ )

কেৱল অদ্বৈতবাদী শ্ৰীশঙ্কৰাচাৰ্যই এই সৱিশেষ ব্ৰহ্মক নিৰ্বিশেষ প্ৰতিপন্ন কৰিছে।

মধ্যযুগত অসমত সামাজিক, ৰাজনৈতিক, ধৰ্মীয় আৰু সাংস্কৃতিক বিশৃঙ্খলাৰ পটভূমিত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰকসকলে ব্যক্তিগত আচাৰ-আচৰণৰ দ্বাৰা মানুহৰ মাজত লুপ্তপ্ৰায় ঈশ্বৰ বিশ্বাস জাগ্ৰত কৰি বৃহৎ অসমীয়া জনগোষ্ঠীক জাতীয় চেতনাত উদ্বুদ্ধ কৰিছিল। সমাজলৈ ঘূৰাই আনিছিল ধৰ্মনিৰপেক্ষতা, মানৱতা সমন্বয় আৰু ব্যাপক সংহতিৰ ধাৰণা। নামঘোষা, কীৰ্ত্তনঘোষাৰ দৰে অভূত-পূৰ্ব দাৰ্শনিক গ্ৰন্থসমূহ ৰচনা কৰি নৱবৈষ্ণৱ ধৰ্মৰ পাতনি মেলিছিল। শ্ৰীমদ্ভাগৱতক স্থানীয় ভাষাত সৰ্বজনবোধ্য কৰি অনুবাদৰ মাধ্যমেৰে প্ৰচাৰ কৰিছিল। শ্ৰীশ্ৰীগীতাৰপৰা গৈছিল একশৰণ তত্ত্ব। ভাগৱতৰপৰা পাইছিল সৎসঙ্গৰ প্ৰেৰণা, নামধৰ্মৰ উৎস বিচাৰি পাইছিল পদ্মপুৰাণৰ সহস্ৰ নামৰ মাজত নাম প্ৰসঙ্গৰ মাজত। এওঁলোকৰ প্ৰচাৰৰ ক্ষেত্ৰ আছিল ব্যাপক আৰু বিস্তৃত। উজনি অসমৰপৰা নামনি অসমলৈ, নামনি অসমৰ বৰপেটাৰপৰা সুদূৰ উত্তৰ বঙ্গৰ কোচবেহাৰলৈ। অসম, বঙ্গ, বিহাৰ, উড়িষ্যা এই বৃহত্তৰ অবিভক্ত অসমখনেই আছিল তেওঁলোকৰ প্ৰচাৰৰ মূল ক্ষেত্ৰ। যাৰ সাক্ষী কোচ ৰাজদৰবাৰ, কোচৰজা প্ৰতিষ্ঠিত মদন-মোহন মন্দিৰ, ৰাধাবিহীন মদনমোহনৰ পূজাৰ ব্যৱস্থা, আজিও শঙ্কৰদেৱৰ ৰাধাহীন কৃষ্ণৰ উপাসনাৰ কথাকেই উচ্চস্বৰে ঘোষণা কৰি আহিছে। এই ভাৱাদৰ্শ কোচবেহাৰৰ অন্তৰ্গত বিভিন্ন সত্ৰ, নামঘৰসমূহতো আজিও প্ৰতিধ্বনিত হৈ আহিছে। ভৌগোলিক অৱস্থানগত পাৰ্থক্য থাকিলেও মানসিকভাৱে আমি সকলোৱেই এক কৃষ্ণ উপাসক, পৰম পিতাৰ সন্তান।

একাধিকবাৰ ভাৰতবৰ্ষৰ তীৰ্থসমূহ পৰিদৰ্শন কৰি বিভিন্ন ধৰ্ম

সম্প্ৰদায়, ভাষা-সংস্কৃতিৰ মানুহৰ সংস্পৰ্শত আহি, মানুহৰ চৰিত্ৰৰ বিষয়ে অগাধ জ্ঞান লাভ কৰি যি ধৰ্মীয় আৰু দাৰ্শনিক উপলব্ধি শঙ্কৰদেৱৰ হৈছিল সেই অভিজ্ঞতাৰে তেওঁ এখন নতুন অসমীয়া সমাজ গঢ়াৰ কাৰণে গোটেই জীৱন অহোপুৰুষাৰ্থ কৰি গৈছিল। কোচ, আহোম, কছাৰী, চুতিয়া অধ্যুষিত খণ্ড খণ্ড অসমখনক এটা অখণ্ড বৃহত্তৰ অসমীয়া জাতি ৰূপে গঢ় দি গৈছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সমাজৰ গৰিষ্ঠ সংখ্যক মানুহৰ প্ৰতিনিধিত্ব কৰাৰ উপযুক্ত আছিল। জাতি-ধৰ্ম-বৰ্ণ, ধনী-গৰীৱ নিৰ্বিশেষে সকলো মানুহৰ মাজত হৰিৰ নামধৰ্ম প্ৰচাৰৰ মাজেদি এক অভূতপূৰ্ব বিশ্ব ভ্ৰাতৃত্বভাৱ গঢ়ি তোলা অসমীয়া বৈষ্ণৱৰ এক বিশ্বজনীন আদৰ্শ আছিল। মহাপুৰুষীয়া ধৰ্মৰ একেশ্বৰবাদৰ পটভূমিকাত বিভিন্ন জনজাতীয় গোষ্ঠীৰ ভাঙোন আৰু অৱলুপ্তি ত্বৰান্বিত হৈছিল। বহল সামাজিক ঐক্যৰ ভিত্তি প্ৰতিষ্ঠিত হোৱাৰ লগে লগে বিভিন্ন গোষ্ঠীৰ বিভিন্ন দেৱ-দেৱী পূজা, লোকাচাৰৰ গুৰুত্ব কমি আহিছিল। ধৰ্মান্তৰিত হোৱাৰপৰা সমাজৰ নিম্নবৰ্গ দুৰ্বল শ্ৰেণী মানুহক শ্ৰীমন্ত শঙ্কৰে ৰক্ষা কৰিছিল। মানুহক তান্ত্ৰিক দেৱ-দেৱীৰ পূজা আৰু অঘৰী নামক শৈৱ সম্প্ৰদায়ৰ বীভৎস কাৰ্য-কলাপৰপৰা বিৰত থাকিবলৈ নিৰ্দেশ দিছিল।

মহাপুৰুষৰ অসাধাৰণ ব্যক্তিত্ব আৰু তীক্ষ্ণ বুদ্ধিৰ প্ৰভাৱত ধৰ্মান্ধ মানুহে দৈৱ শক্তিৰ হাত সাৰিব পাৰিছিল। এইদৰে নৱবৈষ্ণৱ আন্দোলনৰ প্ৰৱক্তা, একশৰণ ভাগৱতী ধৰ্মৰ প্ৰতিষ্ঠাতা শ্ৰীমন্ত শঙ্কৰদেৱকে আদি কৰি অসমৰ বৈষ্ণৱ গুৰুসকলে ধৰ্মক একমাত্ৰ উপাসনা পদ্ধতিৰ মাজতেই, সত্ৰ-নামঘৰৰ সঙ্কীৰ্ণ সীমানাত সীমাবদ্ধ নেৰাখি এক আধ্যাত্মিক সাৰ্বজনীন, উদাৰ উপলব্ধিৰ সহায়ক বুলি প্ৰচাৰ কৰিছিল। ধৰ্মৰ বিভিন্ন ধাৰণাৰ মাজত সামঞ্জস্য কৰি এক উদাৰ অসাম্প্ৰদায়িক মনোভাৱেৰে আগবাঢ়িব পাৰিছিল।

শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ তিৰোধানৰ পিছত প্ৰায়

পাঁচশ বছৰ পাৰ হ'ল। ইতিমধ্যে সৃষ্টি হৈছে নৱবৈষ্ণৱ সম্প্ৰদায়ৰ মাজত শ্ৰেণী বিভাজন, বিভিন্ন সাম্প্ৰদায়িক সংঘ, সমিতি প্ৰভৃতি গঠন। মূৰ্তিপূজা কৰা-নকৰালৈ মতদ্বৈধতা আৰু সংশয়। দেখা দিছে উপাসনা পদ্ধতিৰ বিভিন্নতা। এনেকুৱা হেজাৰো সমস্যাত বৈষ্ণৱ ধৰ্ম অধ্যুষিত অসম ভূমি আজি অশান্ত আৰু বহুধা বিভক্ত; বিচ্ছিন্নতা গা কৰি উঠিছে সমাজৰ সৰ্বস্তৰত। একেশ্বৰবাদী, আড়ম্বৰহীন, জাতিভেদহীন, শঙ্কৰীধৰ্মৰ কি সাংঘাতিক দুৰৱস্থা আৰু নৈতিক অধঃপতন! ইয়াৰ বিভিন্ন কাৰণ থাকিলেও মূল কাৰণ হ'ল কুৰি শতিকাৰ বৈষ্ণৱ ধৰ্ম বিষয়ৰ প্ৰচাৰক আৰু বুদ্ধিজীৱী লেখকসকলৰ অৱদান। দীৰ্ঘ পাঁচশ বছৰেও শঙ্কৰ-মাধৱৰ প্ৰতিষ্ঠিত দৰ্শনৰ সাৰ্থক আৰু সঠিক মূল্যায়ন কৰা নহ'ল। তেওঁলোকৰ সংশয়াচ্ছন্ন মনোভাবৰ প্ৰতিফলন ঘটিছে সৰ্বসাধাৰণ ৰাইজৰ মনত, যাৰ বিষময় ফল আমি সকলোৱে ভোগ কৰিব লগা হৈছে।

উনবিংশ শতিকাত ভাৰতবৰ্ষত জাতীয় চেতনাৰ উন্মেষ হৈছিল। জাতীয়তা বোধৰ আন্দোলনে গোটেই ভাৰতবৰ্ষ উত্তাল কৰি তুলিছিল। অসমেও পিছ পৰি নেথাকিল। জাতীয় বীৰ, জাতীয় নেতা, জাতীয় সাহিত্য, জাতীয় ধৰ্ম প্ৰৱৰ্ত্তকাৰ বাৰুকৈ অভাৱ অনুভূত হৈছিল। সন্ধানী দৃষ্টি গ'ল অতীত ইতিহাসৰ পিনে। জাতীয়তা-বোধে উদ্বুদ্ধ লেখকসকলে তেওঁলোকৰ সৃষ্টি কৰ্মৰ মাজত প্ৰচাৰ কৰিছিল তেওঁলোকৰ জাতীয় সাহিত্য, জাতীয় ধৰ্ম প্ৰৱৰ্ত্তকাসকলৰ বিষয়। সময়ৰ লগত খোজ মিলাবলৈ গৈ কিছুমান ভুল যে নহ'ল সেইটো নহয়। গভীৰ অধ্যয়ন আৰু অনুভৱৰ অভাৱত শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ দৰে জাতীয় ধৰ্ম প্ৰৱৰ্ত্তকাসকলৰ মূল্যায়ন হয়তো যথেষ্ট আৰু সঠিকভাৱে কৰা নহ'ল; যাৰ ফলস্বৰূপে এটা ভুলক শুদ্ধ বুলি স্বীকৃতি দিবলৈ গৈ আৰু বহুতো ভুলক শুদ্ধ বুলি স্বীকৃতি দিব লগা হ'ল।

এই শতিকাৰ শঙ্কৰী বৈষ্ণৱ ধৰ্মৰ আলোচক আৰু প্ৰচাৰক-

সকলৰ মাজত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, মনীষী ৰাধানাথ ফুকন, ড° মহেশ্বৰ নেওগ আৰু শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী প্ৰমুখ্যে অন্যতম। আলোচ্য আলোচকসকলৰ ভিতৰত দাৰ্শনিক চিন্তন, মনন আৰু বৈষ্ণৱীয় ভক্তিভাৱ উপলব্ধিৰ ক্ষেত্ৰত শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী একমাত্ৰ ব্যতিক্ৰম। নৱবৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তক গুৰুসকলৰ পিছত একমাত্ৰ কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱেই 'একশৰণ নামধৰ্ম' প্ৰচাৰৰ ক্ষেত্ৰত বিশেষ ভূমিকাত আৱিৰ্ভূত হৈছিল। তেওঁৰ দৃষ্টিভঙ্গী আছিল সম্পূৰ্ণ স্বকীয়া; শ্ৰীমন্ত শঙ্কৰ আৰু শ্ৰীমাধৱদেৱৰ দৰে সৰ্বসাধাৰণ মানুহৰ প্ৰতি সহানুভূতিপূৰ্ণ দৰদী মনলৈ অসমৰ ইমূৰৰপৰা সি মূৰলৈ আৰু উত্তৰ বঙ্গৰ বিভিন্ন সত্ৰসমূহত ঘূৰি ঘূৰি অশেষ কষ্ট স্বীকাৰ কৰিও অসম বঙ্গৰ বিভিন্ন ঠাইত গোটেই জীৱন ধৰি প্ৰচাৰ কাৰ্য সমাধা কৰি গৈছে। একশৰণ তত্ত্বৰ মূলভাব সংহতি আৰু ঐক্যবোধ। পাহাৰ-ভৈয়ামৰ বিভিন্ন জাতি-ধৰ্ম-ভাষা-ভাষীৰ মাজত ঐক্য সংহতি স্থাপন স্বামীজীৰ মূলমন্ত্ৰ আছিল। জাতিভেদহীন এখন উদাৰ সমাজ গঠনৰ তেওঁ প্ৰৱক্তা আছিল। অসম আৰু বঙ্গৰ সত্ৰ, নামঘৰ-সমূহত অগণিত অনুৰাগী ভক্ত দেখিলে সঁচাকৈ আচৰিত হ'ব লগা হয়। কি অফুৰন্ত কৰ্মোদ্যম আৰু মানুহৰ মাজত ঐক্য সংহতি স্থাপনৰ কি অদম্য প্ৰয়াস। গীতাৰ কৰ্মপ্ৰেৰণা আৰু আত্মসমৰ্পণৰ ভাব দ্বাৰা স্বামীজী বিশেষভাৱে প্ৰভাৱিত হৈছিল। তেওঁৰ মতে গীতা হ'ল উপায় আৰু শ্ৰীমদ্ভাগৱত হ'ল উপেয়। সমগ্ৰ জীৱন জুৰি তেওঁ গীতা প্ৰচাৰ কৰি গ'ল অসম-বঙ্গৰ অগণিত ভক্তৰ মাজত। শ্ৰীকৃষ্ণই গীতাত কোৱাৰ দৰে তেওঁ বিশ্বাস কৰিছিল 'গীতা মে হৃদয়ংপাৰ্থ, গীতা মে পৰমংগুৰু।'

গুৰুৰূপী গীতাৰ নিৰ্দেশনা সাৰোগত কৰি, জীৱৰ মঙ্গলৰ কাৰণে ঘৰে ঘৰে ঘূৰি কৃষ্ণনাম প্ৰচাৰ কৰি সৰ্বসাধাৰণ ৰাইজক ঐক্যবদ্ধ কৰিব পাৰিছিল স্বামীজীয়ে। কুৰি শতিকাত অসমত আছেনে

এনেকুৱা মানৱদৰদী মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰক ? ব্ৰহ্মচাৰীৰ দৰে দুই-এজনৰ বাহিৰে বেছি ব্যক্তিত্ব লক্ষ্য কৰা নেযায়। সেই কাৰণে ব্ৰহ্মচাৰীয়েই যে উত্তৰ-পূব ভাৰতত এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ আৰু একমাত্ৰ শুদ্ধ একশৰণ ভাগৱতী ধৰ্ম প্ৰচাৰক সেই বিষয়ে কোনো সন্দেহ নাই।

স্বামীজীৰ সম্পাদিত শ্ৰীশ্ৰীমদ্ভাগৱদ্‌গীতা, নামঘোষা ভবামৃত প্ৰভৃতি গ্ৰন্থসমূহৰ পাতনিত তেওঁৰ দাৰ্শনিক চিন্তন মননৰ গভীৰতাৰ বিষয়ে জনা যায়। লক্ষ্মীনাথ বেজবৰুৱা, ড° বাণীকান্ত কাকতিৰ দিনৰেপৰা ড° নেওগ আৰু ড° শৰ্মাৰ দিনলৈ দাৰ্শনিক মতবাদ সম্পৰ্কে যি এটা ঐক্য পৰিলক্ষিত হয় সেই গতানুগতিক ঐক্য ধাৰাত স্বামীজীয়ে অৱগাহন কৰা নাই।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ গ্ৰন্থত লক্ষ্মীনাথ বেজবৰুৱাদেৱে মন্তব্য কৰিছে—"সেই দেখি সেই মূৰ্ত্তি প্ৰতিষ্ঠা আৰু উৎসৱৰ অভিপ্ৰায়, মূৰ্ত্তি পূজা প্ৰচাৰৰ বিপক্ষেহে যে আছিল তাক বুজিবলৈ সৰহ পলম নালাগে।" শ্ৰীমন্ত শঙ্কৰদেৱে বিষ্ণুমূৰ্তি পূজাৰ বিৰুদ্ধে নাছিল কিন্তু বহু দেৱ-দেৱী পূজাৰ বিৰোধী আছিল। সাকাৰ-নিৰাকাৰ আৰু বেদবিহিত নিত্যনৈমিত্তিক কৰ্মৰ বিষয়ে শঙ্কৰ-মাধৱৰ নিৰ্দেশিত পথ অনুসৰণ কৰি স্বামীজীয়ে কৈছিল—"পৰমেশ্বৰত একান্ত ভক্তি নোহোৱালৈকে বেদবিহিত নিত্যনৈমিত্তিক কৰ্ম কৰাৰ প্ৰয়োজন আছে।" অজ্ঞ বা সাধাৰণ মানুহৰ কাৰণে ঈশ্বৰৰ প্ৰতীক পূজাৰ যি বিধান স্বয়ং ব্যাসদেৱে দিছিল সেই বিষয়ে স্বামীজীৰ বাৰে দোহাৰিছিল। নিৰাকাৰবাদী ৰজা ৰামমোহন ৰয়দেৱেও দুৰ্বল চিত্ত, ভীতু ব্যক্তিসকলে যেতিয়ালৈ ঈশ্বৰৰ সৰ্বময়ত্ব উপলব্ধি কৰিব নোৱাৰে তেতিয়ালৈ মূৰ্তি পূজাৰ প্ৰয়োজন আছে বুলি মত প্ৰকাশ কৰিছিল। বিভিন্ন চৰিত পুথিসমূহ আৰু শঙ্কৰ-মাধৱ ৰচিত গ্ৰন্থ-সমূহত এই বিষয়ে বিস্তাৰিত জনা যায়।

'বেদান্ত দৰ্শন' গ্ৰন্থৰ পাতনিত মনস্বী ৰাধানাথ ফুকনদেৱে

কৈছে—"সকলো বিষয়তে মহাপুৰুষ শঙ্কৰদেৱৰ দাৰ্শনিক মত শঙ্কৰাচাৰ্যৰ লগত একেবাৰে মিলে যেন দুই শঙ্কৰৰ একেখনি শাঙ্কৰিক দৰ্শন।"

ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে মত প্ৰকাশ কৰিছে, "শ্ৰীমন্ত শঙ্কৰদেৱ দাৰ্শনিক নাছিল।" 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' গ্ৰন্থত ড° মহেশ্বৰ নেওগদেৱে মন্তব্য কৰিছে—"জীৱ ঈশ্বৰৰ অংশাংশীভাব, ঈশ্বৰৰ অন্তৰ্য্যামিত্ব আৰু সাকাৰ উপাসনা আদিত শঙ্কৰদেৱে বিশেষ ভিৰ দিছে আৰু এইবোৰ অদ্বৈত বিৰোধী কথা, কিন্তু এনেবোৰ পাঠৰ তুলনাত দাৰ্শনিক সিদ্ধান্তৰ ফালে তেওঁৰ অদ্বৈতবাদৰ প্ৰাবল্য অধিক যেন লাগে। গতিকে ক'ব লাগিব শঙ্কৰদেৱৰ লগত মিলি তেওঁৰ বৈদান্তিক মত অদ্বৈতবাদৰ ফাললৈকে ঢাল খাই আছে ভাগৱত পুৰাণৰ দৰে, ভাগৱত-ভাৱাৰ্থ-দীপিকাৰ দৰে।" কীৰ্তনঘোষা আৰু নামঘোষাৰ ভূমিকাত নেওগদেৱে লিখিছে—"নামঘোষাৰ দাৰ্শনিক ভিত্তি বেদান্ত, ভাগৱত পুৰাণ হ'ল 'সমস্ত বেদান্ত সাৰ'। ভাগৱতে সত্য তত্ত্বক (নিৰ্বিশেষ) ব্ৰহ্মৰূপে, (জগৎ প্ৰপঞ্চৰ অতীত) পৰমাত্মৰূপে (শক্তিৰ গৰাকী) ভগৱন্ত ৰূপে নিৰূপণ কৰিছে।"

জীৱ ঈশ্বৰৰ অঙ্গাঙ্গী বা অংশশী সম্পৰ্ক, ঈশ্বৰৰ অন্তৰ্যামিত্ব, সাকাৰ উপাসনা প্ৰভৃতি শঙ্কৰদেৱৰ প্ৰচাৰিত দৰ্শনৰ মূল প্ৰতিপাদ্য বিষয়। এনেকুৱা দৃষ্টিভঙ্গীয়ে তেওঁক কেৱল অদ্বৈতবাদৰ (মায়াবাদৰ) পৰা দূৰত ৰাখিছে। জ্ঞানবাদ পৰিহাৰ কৰি ভক্তিবাদত উন্নীত কৰিব পাৰিছে। শ্ৰীমন্ত শঙ্কৰদেৱে কেৱল অদ্বৈতবাদী নহয়, তেওঁ আছিল প্ৰকৃতাৰ্থত সবিশেষ অদ্বৈতবাদী। ভাগৱত পুৰাণৰ বিষয়-বস্তু উপনিষদ সমূহৰ আলোচনা। সমস্ত উপনিষদক লৈ ভাগৱত পুৰাণ ৰচিত হৈছে। ৰচয়িতা ব্যাসদেৱে, ব্ৰহ্ম, পৰমাত্মা আৰু ভগৱান বিষয়ে তাত বিস্তাৰিত আলোচনা কৰিছে। তাৰ অৰ্থ এইটো নহয় যে ভাগৱত নিৰ্বিশেষ ব্ৰহ্ম প্ৰতিপাদক, নামঘোষাৰ ভূমিকাত ড° নেওগদেৱে মন্তব্য কৰাৰ দৰে। ভাগৱতৰ আলোচনাৰ

শেষ সিদ্ধান্ত ভগৱানৰ ভক্তি ভাৱত। শ্ৰীমদ্ভাগৱতত স্পষ্টভাৱে কোৱা হৈছে—

'বদন্তি তৎ তত্ত্ববিদস্তত্ত্বং যজ্জ্ঞানমদ্বয়ম্।

ব্ৰহ্মেতি পৰমাত্মেতি ভগবানিতি শব্দ্যতে ॥'—ভাঃ ১।২।১১

তত্ত্বজ্ঞবিলাকে অদ্বিতীয় সচ্চিদানন্দ বস্তুকেই তত্ত্ব বুলি কৈছে। সেই তত্ত্ব বস্তুৰ জ্যোতিক জ্ঞানীসকলে ব্ৰহ্ম, অংশক যোগীসকলে পৰমাত্মা আৰু পূৰ্ণক ভক্তসকলে ভগৱান বুলি কৈছে। সেই ভগৱত মুখ নিঃসৃত বাণীৰূপে বেদ ধৰ্মকেই ভাগৱত ধৰ্ম বোলা হৈছে। অদ্বয়জ্ঞান পৰতত্ত্ব শ্ৰীভগৱানৰপৰা ভাগৱত ধৰ্মৰ উৎপত্তি হৈছে। গীতোক্ত সকলো বাদৰ ( কৰ্মযোগ, জ্ঞানযোগ, ভক্তিযোগ প্ৰভৃতি ) উপসংহাৰ ঘটিছে ভক্তিভাৱত। ঐকান্তিক দুঃখ নিবৃত্তি আৰু ঐকান্তিক সুখৰ আস্বাদন ঘটিছে শ্ৰীমদ্ভাগৱতত। চাৰি পুৰুষাৰ্থ যুক্ত ( ধৰ্ম-অৰ্থ-কাম-মোক্ষ ) বিশাল মহাভাৰত ৰচনা কৰি মনত ঐকান্তিক শান্তি নোপোৱাত পৰম ব্ৰহ্মজ্ঞানী ব্যাসদেৱে পুনৰ ভাগৱত ৰচনাৰ কাৰণে নিৰ্দেশ পাইছিল। কেৱল অদ্বৈতবাদৰ মুক্তি বা মোক্ষ ( মায়াৰ-পৰা নিষ্কৃতি লাভ ) মহাভাৰতত বৰ্ণিত হোৱাৰ দৰে ব্যাসদেৱক ঐকান্তিক সুখ দিব নোৱাৰিছিল।

শ্ৰীধৰ স্বামী ৰচিত ভাগৱত-ভাৱাৰ্থ-দীপিকা টীকাত ভক্তিক ভিত্তি কৰিয়েই জ্ঞান অগ্ৰসৰ হোৱা দেখা যায় আৰু জ্ঞানৰপৰাই মোক্ষ লাভ হোৱাৰ কথা তাত কোৱা হৈছে। শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীধৰ স্বামীৰ টীকাৰ ভাবাৰ্থ বহু পৰিমাণে গ্ৰহণ কৰিছে যদিও সম্পূৰ্ণৰূপে গ্ৰহণ কৰা নাই। তেওঁ শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰ অদ্বৈতবাদৰ অনুসৰি হ'লেও সাকাৰ উপাসনা আৰু অদ্বৈতবাদৰ কঠোৰতৰ ভক্তিবাদৰ সৰসতাৰে কোমলাই পেলাইছিল। এই ক্ষেত্ৰত শ্ৰীশঙ্কৰাচাৰ্য আৰু শ্ৰীধৰৰ পাৰ্থক্য লক্ষ্য কৰা যায়। শ্ৰীধৰৰ জ্ঞানযুক্ত ঈশ্বৰ ভক্তি আৰু এই জ্ঞানলব্ধ ভক্তিৰ দ্বাৰা মোক্ষ লাভ শ্ৰীমন্ত শঙ্কৰদেৱৰ কেতিয়াও বাঞ্ছিত নাছিল। শঙ্কৰদেৱৰ মতে জ্ঞানৰ দ্বাৰা ভগৱান

লভ্য যদিও তেওঁৰ অহৈতুকী কৃপায়ে মাথোঁ ভক্তক সহজে শ্ৰেয়সলৈ উন্নীত কৰিব পাৰে; গতিকে ভক্তিয়েই শ্ৰেষ্ঠতম পথ। গতিকে ড° নেওগদেৱৰ মন্তব্য—ভাগৱত ভাৱাৰ্থ দীপিকাৰ দৰে অদ্বৈতবাদৰ ফাললৈকে ঢাল খোৱা কথা সম্পূৰ্ণ সঁচা নহয়। 'মাধৱদেৱ আৰু সংস্কৃতি' গ্ৰন্থত অধ্যাপক ড° ভৱপ্ৰসাদ চলিহাদেৱেও ড° নেওগদেৱৰ অনুসৰণ কৰি মন্তব্য কৰিছে—"শ্ৰীধৰ স্বামী শঙ্কৰাচাৰ্য পন্থী হোৱা কাৰণে তেওঁৰ ভাগৱতৰ ব্যাখ্যাও অদ্বৈতবাদী হৈছে। মহাপুৰুষ দুজনাৰ দৰ্শনো অদ্বৈতবাদী। তেওঁলোকে শঙ্কৰাচাৰ্যৰ দৰে জীৱ ঈশ্বৰৰ অঙ্গাঙ্গী সম্পৰ্ক আৰু দুয়োৰে অভেদত্ব মানি লৈছে।"

শ্ৰীমন্ত শঙ্কৰদেৱ শঙ্কৰাচাৰ্যৰ দৰে কেৱল অদ্বৈতবাদী নহয়। তেওঁ আছিল উপাসনাৰ ক্ষেত্ৰত সগুণ বা সবিশেষ ব্ৰহ্মৰ সমৰ্থক। আলোচ্য লেখকসকলে যদি এই কথাৰ বিস্তৃত ব্যাখ্যাদি বুজাব পাৰিলেহেঁতেন, তেনেহ'লে তেওঁলোকৰ আলোচনা নিৰপেক্ষ, যুক্তি সন্মত আৰু সমালোচনাৰ উৰ্দ্ধত থাকিলেহেঁতেন।

শ্ৰীমন্ত শঙ্কৰদেৱে (গীতাত বৰ্ণিত মতে) জীৱক ব্ৰহ্ম বুলি কৈছে, ভগৱানক কৈছে পৰম ব্ৰহ্ম বা পুৰুষোত্তম বুলি। যি প্ৰকৃতি আৰু পুৰুষৰ নিয়ন্তা। একশৰণ ধৰ্মৰ মূল কথা—সেৱ্য সেৱক, ভক্ত ভগৱান সম্পৰ্ক। ইয়াত জীৱ আৰু ঈশ্বৰৰ অভেদত্ব স্বীকাৰ কৰা নাই।

শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদ আৰু ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ দ্বাৰা শঙ্কৰদেৱে কিছু পৰিমাণে প্ৰভাৱিত হৈছিল যদিও তেওঁৰ প্ৰচাৰিত 'সবিশেষ অদ্বৈতবাদ' স্থানীয় বৈশিষ্ট্যসমূহৰ দ্বাৰা বৈশিষ্ট্য মণ্ডিত আছিল। ৰামানুজে বিষ্ণুপুৰাণক প্ৰামাণ্য বুলি মানিছে, শঙ্কৰদেৱে ভাগৱতক প্ৰামাণ্য বুলি মানিছে। লক্ষ্মীনাৰায়ণ উপাসনা ৰামানুজ সম্প্ৰদায়ৰ কাম্য আৰু পৰম পুৰুষাৰ্থ হ'ল—বৈকুণ্ঠ প্ৰাপ্তি। শঙ্কৰদেৱ সম্প্ৰদায়ৰ একেশ্বৰবাদী শ্ৰীকৃষ্ণ উপাসনা (গোপালকৃষ্ণ) আৰু উদ্দেশ্য বা পৰম প্ৰাপ্তি ৰসময় ভকতি বা সেৱা। অৱতাৰী

শ্ৰীকৃষ্ণৰ নাম-গুণ কীৰ্ত্তনেৰে পৰিপূৰ্ণ ভাগৱত গ্ৰন্থৰ মূল প্ৰতিপাদ্য-- ভক্তি, ভক্ত আৰু ভগৱান। নিৰ্বিশেষ ব্ৰহ্ম প্ৰতিবাদক হ'লে ভাগৱত গ্ৰন্থ তাৰ বিশেষ তাৎপৰ্যখিনি হেৰায়। ব্যাসদেৱৰ ভাগৱত ৰচনাৰ মূল উদ্দেশ্য বিঘ্নিত হয়।

উপনিষদসমূহৰ তাৎপৰ্যক লৈ শঙ্কৰ ভাষ্যই বাদৰায়ণ বা ব্যাস-দেৱৰ 'ব্ৰহ্মসূত্ৰ'ৰ প্ৰাচীনতম ভাষ্য। এই ভাষ্যৰ দ্বাৰা শঙ্কৰাচাৰ্য তেওঁৰ কেৱলাদ্বৈতবাদ প্ৰচাৰ কৰিছিল। অবিদ্যাৰপৰা নিষ্কৃতি লাভ কৰিলেই মুক্তি লাভ হয় এইটো শঙ্কৰাচাৰ্যৰ দৰ্শনৰ মূল ভিত্তি।

শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰ্শনৰ মূল ভিত্তি বিষয়ে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱ-দেৱে তেওঁৰ ৰচিত 'নামঘোষা' গ্ৰন্থৰ প্ৰথম পদত গাইছে—

'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি ॥' ১

শঙ্কৰদেৱে অন্যান্য ভাষ্যকাৰৰ দৰে ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শনৰ কোনো ভাষ্য স্থাপন কৰা নাই। ব্ৰহ্মসূত্ৰ বা বেদান্তদৰ্শনৰ টীকা ভাষ্য— শ্ৰীমদ্ভাগৱতকেই তেওঁ সৰ্বান্তঃকৰণে মানি লৈছিল। গতিকে ভাগৱতৰ সৰ্বশেষ সিদ্ধান্ত ভক্তিকেই তেওঁৰ ভাগৱতী ধৰ্মৰ প্ৰতিপাদ্য বিষয় বুলি ধৰি লৈছিল।

দাৰ্শনিক তত্ত্ব হিচাপে বৈষ্ণৱ-দৰ্শন একেশ্বৰবাদ প্ৰচাৰ কৰিছিল। অদ্বৈত-দৰ্শন য'ত নিৰ্বিশেষ, নিৰ্গুণ ব্ৰহ্মক স্বীকাৰ কৰিছিল বৈষ্ণৱ-সকলে তাত সবিশেষ, সগুণ ব্যক্তিগত ঈশ্বৰক অঙ্গীকাৰ কৰিছিল। বৈষ্ণৱসকলে তেওঁলোকৰ ধৰ্মক ভাগৱত ধৰ্ম বুলি কৈছিল। অদ্বয় জ্ঞান, জ্ঞান আৰু ভক্তি উভয়ৰে চৰম অৱস্থা মাথোঁ। কিন্তু সবিশেষ ব্ৰহ্মই ভক্তিমাৰ্গৰ একমাত্ৰ ভিত্তি। শঙ্কৰাচাৰ্যৰ মায়াবাদ বিবৰ্ত্তবাদৰ নামান্তৰ মাত্ৰ। বৈষ্ণৱ ভাৱনাত বিবৰ্ত্তবাদৰ স্থান নাই। গীতাত এই ভক্তিবাদৰ বীজ অঙ্কুৰিত হৈ ভাগৱতত মহীৰুহ ৰূপ পৰিগ্ৰহ

কৰিছে। গীতাৰ মাজেদি ভাগৱতৰ প্ৰেমানন্দ সাগৰত ডুব দিয়া সম্ভৱ। মহাপুৰুষ মাধৱদেৱে তাকেই কৈছে, নামঘোষাৰ পদত—

'কিন্তু পূৰ্ণানন্দ-সমুদ্ৰৰ গোপী-ভৰ্ত্তা-পদ-কমলৰ
দাসৰ দাস তান দাস ভৈলো আমি ॥' ৬৭০

বাদৰায়ণে উপনিষদসমূহক ভিত্তি কৰিয়েই ব্ৰহ্মসূত্ৰ ৰচনা কৰিছিল। এই ব্ৰহ্মসূত্ৰ সকলোৱেই মানি লৈছে। প্ৰকৃত অসুবিধা দেখা দিছে ইয়াৰ ভাষ্যক লৈ। ভাষ্যকাৰসকলৰ মাজত এক শ্ৰেণী অদ্বৈতবাদী, অইন শ্ৰেণী বৈষ্ণৱ দাৰ্শনিকসকল। শঙ্কৰাচাৰ্য কেৱল অদ্বৈতবাদী দাৰ্শনিক কিন্তু শ্ৰীমন্ত শঙ্কৰদেৱ আছিল অদ্বৈতবাদী হৈও বৈষ্ণৱ দাৰ্শনিকসকলৰ অনুসাৰী। দাৰ্শনিক তত্ত্ব হিচাপে তেওঁ একেশ্বৰ-বাদ প্ৰচাৰ কৰিছিল মাত্ৰ। বৈষ্ণৱ হোৱা বাবে তেওঁ সবিশেষ ব্ৰহ্মৰ উপাসনাৰ পোষকতা কৰিছিল সেই কাৰণে তেওঁ সবিশেষ অদ্বৈতবাদী বৈষ্ণৱ ধৰ্ম প্ৰচাৰক আছিল বুলি শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱে প্ৰচাৰ কৰিছিল। অদ্বৈতবাদৰ লগত 'সবিশেষ' শব্দ প্ৰয়োগে ব্ৰহ্মচাৰীদেৱক অসমৰ বৈষ্ণৱ তাত্বিকসকলৰ মাজত বিশিষ্টতা দান কৰিছে।

পৰম পূজনীয় স্বামীজীৰ সংস্পৰ্শত অহা আৰু তেওঁৰ মুখত নিসৃত বাণী শুনাৰ সৌভাগ্য এই প্ৰবন্ধকাৰৰ হৈছিল। সেই উপদেশবোৰ আজি স্মৃতি হ'বৰ হ'ল। স্বামীজীৰ মুখৰপৰা শুনা কথা দুই-এটা বিষয় ইয়াত দায়িত্ব সহকাৰে সন্নিবিষ্ট কৰাৰ চেষ্টা কৰা হ'ল। ভক্ত পঢ়ুৱৈসকলৰ মনত অজানিতে কিবা আঘাত দিলে নিজগুণে ক্ষমা কৰে যেন।

গতিকে সাকাৰ-নিৰাকাৰ উপাসনাৰ দ্বন্দ্ব, কেৱল অদ্বৈতবাদ, সবিশেষ অদ্বৈতবাদৰ তৰ্ক, বেদ-বিহিত, নিত্যনৈমিত্তিক কৰ্মৰ প্ৰয়োজন-অপ্ৰয়োজন প্ৰভৃতি বিষয়ে সন্দেহ, সংশয়লৈ তৰ্ক-বিতৰ্ক কৰা পণ্ডশ্ৰম মাত্ৰ। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ মতত এইবোৰৰ বিষয়ে মীমাংসা শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱে কেতিয়াবাই দি থৈ গ'ল।

বৰ্তমানৰ বিশৃঙ্খলপূৰ্ণ অসমীয়া সমাজখনক ব্ৰহ্মচাৰীৰ প্ৰচাৰিত আদৰ্শৰে বহুখিনি আগবঢ়াই লোৱাৰ ক্ষমতা আছে। স্বামীজীৰ দৃষ্টিত 'একশৰণ নামধৰ্ম'ৰ প্ৰকৃত মূল্যায়ণ আৰু প্ৰচাৰৰ বিশেষ প্ৰয়োজন দেখা দিছে। এই মহৎ কামেই অশান্তি জৰ্জৰিত সমাজখনত প্ৰকৃত শান্তি-শৃঙ্খলা কিছুপৰিমাণে হ'লেও ঘূৰাই আনিব পাৰিব।

স্বামীজীৰ শতবৰ্ষ স্মৰণ মুহূৰ্তত যদি তেওঁৰ প্ৰচাৰিত এই আদৰ্শ অনুৰাগী ভক্তসকলে যথোচিত মৰ্যাদা সহকাৰে অনুভৱ কৰি আচৰণৰ দ্বাৰা প্ৰচাৰ কৰিব পাৰে তেনেহ'লে তেওঁৰ প্ৰতি যথাযোগ্য আৰু সাৰ্থক স্মৃতি তৰ্পণ কৰা হ'ব। স্বামীজীৰ বহু আকাঙ্ক্ষিত এই আন্দোলনৰ ৰূপ দিয়াৰ গধুৰ দায়িত্ব আজি অনুৰাগী ভক্তসকলৰ ওপৰত ন্যস্ত হৈছে। গুৰুৰ কৃপা আছে সেইটো নিশ্চিত। স্বামীজীৰ আদৰ্শ আৰু কৃতিত্ব বৰ্তমানৰ পৰিৱৰ্তিত পৰিস্থিতিতো নৈতিক অধঃপতিত, বিচ্ছিন্ন অসমখনক সত্যৰ বাট দেখুৱাব পাৰে। হৰি ওঁ। ওঁ শান্তি।

## প্ৰসঙ্গ পুথি

১। শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তনঘোষা আৰু শ্ৰীমাধৱদেৱৰ নামঘোষা। সম্পাদক ড° মহেশ্বৰ নেওগ, চতুৰ্থ সংস্কৰণ ১৯৬৫ চন। পৃষ্ঠা ৪৭
২। শ্ৰীশ্ৰীশঙ্কৰদেৱ—মহেশ্বৰ নেওগ। পৃঃ ১৫১
৩। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ। লক্ষ্মীনাথ বেজবৰুৱা, দ্বিতীয় সংস্কৰণ ১৯৬৩। পৃঃ ২৩
৪। কীৰ্ত্তন পুথিৰ ৰসবিচাৰ—ড° হীৰেন গোঁহাই।
৫। অমূল্যচৰণ বিদ্যাভূষণ ৰচনাৱলী। (দ্বিতীয় খণ্ড)
৬। শ্ৰীশ্ৰীকৃষ্ণানন্দ কথামৃতম্—সঙ্কলক শ্ৰীপ্ৰমোদ ৰঞ্জন ৰায়।
৭। শ্ৰীমদ্ভাগৱতগীতা আৰু নামঘোষা ভাৱামৃত। শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী সম্পাদিত।
৮। মাধৱদেৱ আৰু সংস্কৃতি—সম্পাদক ভবপ্ৰসাদ চলিহা, প্ৰথম সংস্কৰণ, ১৯৮৯, পৃঃ ২৬১
৯। অসমীয়া ভাষা আৰু সংস্কৃতি—বিৰিঞ্চি কুমাৰ বৰুৱা।
১০। বেদান্ত দৰ্শন—ৰাধানাথ ফুকন। পৃঃ ২৬১

# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু নামধৰ্ম

শুচিব্ৰতা ৰায় চৌধুৰী

ভগৱানৰ নাম-গুণ কীৰ্তনৰ জৰিয়তে পৰমাত্মাৰ লগত জীৱাত্মাৰ একাত্মতা উপলব্ধিৰ প্ৰচেষ্টা বিশ্বৰ প্ৰতিটো ধৰ্মতে আছে। হিন্দু-সকলৰ মাজত বিশ্ব-প্ৰকৃতিৰ লৌকিক-অলৌকিক সকলোবোৰ গুণ-দোষ, শক্তি-দুৰ্বলতা, কৰ্ম-অকৰ্মক প্ৰতীক হিচাপে কল্পনা কৰি অতীন্দ্ৰিয়ৰ ৰূপত উপলব্ধি কৰাৰ প্ৰযত্নত তেত্ৰিশ কোটি দেৱ-দেৱীক পূজা-অৰ্চনা কৰাৰ ৰীতি আছে যদিও, ভগৱান মাত্ৰ এজন বুলিয়ে হিন্দুৰ মুখ্য শাস্ত্ৰ শ্ৰীমদ্ভাগৱতগীতা আৰু উপনিষদত কোৱা হৈছে। মহাভাৰতৰ ত্ৰয়োদশ অধ্যায় বা অনুশাসন পৰ্বতো এইদৰে কোৱা হৈছে -

'আকাশাৎ পতিতং তোয়ং
যথা গচ্ছতি সাগৰম্
সৰ্ব দেৱ নমস্কাৰঃ
কেশৱং প্ৰতি গচ্ছতি।'

এই কেশৱ হৈছে সৃষ্টি, স্থিতি, লয়ৰ দেৱতা ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আৰু সমস্তৰে আশ্ৰয়ৰ স্থূল নাৰায়ণৰ তাত্ত্বিক বিশিষ্টতাক আবৰি এক ৰূপ লোৱা ভগৱান শ্ৰীকৃষ্ণ --

'ক ঈ শ পদে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ
প্ৰতি প্ৰতি তিনিৰো অন্বয়,
ৱ পদে নাৰায়ণ তিনিকো আছয় ছান্দি
এই হেতু কেশৱ কহয়।' (নামঘোষা—১৪৩)

বৈষ্ণৱ ধৰ্মৰ মূলতত্ত্ব হ'ল ভক্তিবাদ। এই ভক্তিবাদৰ উৎপত্তি ঋকৃবেদৰ যুগতে হৈছিল বুলি ক'ব পাৰি। ঋকৃবেদত প্ৰকৃতিৰ বিভিন্ন শক্তি, যেনে—বৰুণ, সূৰ্য্য, উষা আদিক উপাসনা কৰা মন্ত্ৰত এই গভীৰ আত্মোৎসৰ্গী ভাৱৰ উমান পোৱা যায়। এই প্ৰাকৃতিক শক্তিসমূহক ভক্তিৰে উপাসনা কৰাৰ কথা ঋকৃবেদত কৈছে যদিও, এইবুলিও কৈছে যে বিষ্ণুক হোমাদিৰ দ্বাৰা যি ব্যক্তিয়ে পূজা কৰি শ্ৰীবিষ্ণুৰ লীলা-কীৰ্তন কৰে সেই ব্যক্তি সংসাৰত পূজ্য হয়—

"যঃ পূৰ্বায় বেধসে নবীয়সে সুমজ্জানয়ে
বিষ্ণৱে দদাশতি
যো জাতমস্য মহতো মহী ব্ৰবৎ সেদ্ধ
শ্ৰবেভি য়ুর্জ্যং চিদভ্যসৎ
তমু স্তোতাৰঃ পূৰ্বং যথাবিদ্ ঋতস্য
গৰ্ভং জনুষা পিপৰ্ত্তণ
আস্য জানতো নাম চিদ্বিক্তণ মহস্তে
বিষ্ণো সুমতি ভজামহে।"

(ঋগ্‌বেদ—১।১৫৬।২, ৩)

অৰ্থাৎ যি মানুহে মেধাৱী, নিত্য-নতুন, দীপ্তিমান বিষ্ণুক হব্য প্ৰদান কৰে ( উপাসনা কৰে ), যি মহানুভৱ বিষ্ণুৰ জন্ম কথা কীৰ্তন কৰে ; তেওঁ পূজনীয় হয়। হে স্তোতৃসকল, প্ৰাচীন যজ্ঞৰ গৰ্ভভূত বিষ্ণুক যেনেদৰে জানা ( যজ্ঞ হ'ল জগতত বেদৰ দ্বাৰা অনুমোদিত সৰ্বশ্ৰেষ্ঠ মঙ্গলময় কাৰ্য্য। তাৰো বীজ হ'ল বিষ্ণু। সেয়ে তেওঁ যজ্ঞৰ গৰ্ভভূত ) সিদৰেই স্তোত্ৰাদিৰ দ্বাৰা তেওঁৰ প্ৰীতি সাধনা কৰা। হে বিষ্ণু তুমি মহানুভৱ। আমি তোমাৰ গুণাৱলী ভজন কৰোঁ।

বেদত বীজ স্বৰূপে উল্লেখ থকা এই সৰ্বেশ্বৰকে উপনিষদে ব্ৰহ্ম বুলি কৈছে। পিছলৈ এই ব্ৰহ্মই পৰম ব্ৰহ্ম বা ভগৱান ৰূপে পৰিচিত হ'ল। ভগৱানৰ ওচৰত সম্পূৰ্ণভাৱে যিজনে আত্মসমৰ্পণ কৰে তেৱেঁই ভক্ত।

নাৰদসূত্ৰত কৈছে,—

'মোদন্তে পিতৰো নৃত্যন্তি দেৱতাঃ
সনাথাচেয়ং ভূৰ্ভৱতি।' (নাৰদসূত্ৰ—৭১)

অৰ্থাৎ যি ভক্তই ভগৱানৰ চৰণত একান্তভাৱে নিজক সমৰ্পণ কৰি দিছে। তেওঁৰ বাবে সমস্ত সংসাৰ আনন্দ প্ৰেমময়। এনে ভক্তক ধাৰণ কৰি পৃথিৱী ধন্য হয়, পিতৃসকল আহ্লাদিত হয় আৰু দেৱতা-সকলেও আনন্দত নৃত্য কৰিবলৈ ধৰে।

বেদ, উপনিষদ আৰু পুৰাণসমূহত বিভিন্ন দেৱ-দেৱতাৰ প্ৰতি ভক্তিৰ ব্যাখ্যা আছে যদিও সেই এক ঈশ্বৰৰ প্ৰতি ভক্তিৰ ওপৰতে পিছলৈ জোৰ দিয়া হৈছিল। ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে তেখেতৰ **The Bhagavat Gita—Introductory Essay**ত উল্লেখ কৰিছে যে বৃষ্ণি কুলৰ বীৰ শ্ৰীকৃষ্ণই দেৱতাসকলৰ ৰজা ইন্দ্ৰক পৰাভূত কৰি তেওঁৰ গুৰু ঋষি ঘোৰ আঙ্গিৰসে তেওঁক দিয়া একশৰণ ভক্তি-ধৰ্ম প্ৰচাৰ কৰিছিল। ঋষি ঘোৰ আঙ্গিৰস বৈদিক ধৰ্মৰ যাজ্ঞকীয় মতবাদৰ বিৰুদ্ধ আছিল। ছান্দোগ্য উপনিষদত ঋষি ঘোৰ আঙ্গিৰসে তেওঁৰ শিষ্য দৈৱকী নন্দন শ্ৰীকৃষ্ণক একশৰণ ধৰ্মীয় মতবাদৰ উপদেশ দিছিল। শ্ৰীমদ্ভাগৱতগীতাত এই উপদেশেই শ্ৰীকৃষ্ণৰ মুখনিসৃত বাণী হিচাপে লিপিবদ্ধ হ'ল। তেত্ৰিশ কোটি দেৱ-দেৱীৰ ৰজা অৰ্থাৎ শ্ৰেষ্ঠ দেৱতা ইন্দ্ৰক পাণ্ডিত্যত আৰু শক্তিত পৰাভূত কৰা বাবেই শ্ৰীকৃষ্ণ 'একম্, এবম্ অদ্বিতীয়ম্" ৰূপে জনমানসত প্ৰতিষ্ঠাপিত হ'ল। সেয়ে শ্ৰীকৃষ্ণ স্বয়ং ভগৱানৰ পূৰ্ণ অৱতাৰ, কাৰণ মানৱক পূৰ্ণতা লাভ কৰি ব্ৰহ্মজ্ঞানী হ'বলৈ অৰ্থাৎ 'তৎ ত্বম্ অসি' আৰু 'সোঽহম্' তত্ত্ব উপলব্ধি কৰিবলৈ তেওঁ সহায় কৰিছিল। ভাগৱত পুৰাণত সেয়ে কৈছে, "অৱতীৰ্ণ যদুবংশে কৃতৱান য়ানি বিশ্বাত্মা।"

শ্ৰীমদ্ভাগৱত পুৰাণখন বৈষ্ণৱসকলৰ মানত সকলো শাস্ত্ৰৰে সাৰ। ইয়াত শ্ৰীকৃষ্ণৰ জন্মবৃত্তান্তৰপৰা অন্তিম প্ৰয়াণলৈকে সমস্ত লীলা-খেলাৰ বিস্তৃত ৰসপূৰ্ণ বৰ্ণনা দিয়া আছে যদিও দশম স্কন্ধতহে শ্ৰীকৃষ্ণৰ

শ্ৰেষ্ঠতাৰ বন্দনা, আখ্যান আৰু ভক্তিতত্ত্বৰ বিস্তৃত ব্যাখ্যা আছে। সেই কাৰণেই এই দশম স্কন্ধটো ভক্তসকলৰ বিশেষ প্ৰিয়। শ্ৰীমদ্ভাগৱতত বৰ্ণিত প্ৰধান আৰু একমাত্ৰ উপাস্য দেৱতা হৈছে শ্ৰীকৃষ্ণ। ভগৱান শ্ৰীকৃষ্ণৰ সহস্ৰ নাম স্মৰণ, কীৰ্তন আৰু তেওঁতেই সৰ্বকৰ্ম সমৰ্পণ ভক্তিৰ প্ৰধান বৈশিষ্ট্য বুলি শ্ৰীমদ্ভাগৱতত বিভিন্ন-ভাৱে বিস্তাৰিত বৰ্ণনা, ব্যাখ্যা আৰু বিশ্লেষণ কৰা হৈছে। ভগৱানত একান্ত আত্মসমৰ্পণেই ভক্তসকলৰ লক্ষ্য। সেই কাৰণেই ভক্তিবাদত 'নিষ্কাম' শৰণ মূল কথা। ভক্তিত কোনো উদ্দেশ্য বা কামনা নাথাকে।

অসমত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱত আৰু গীতাৰ দৰ্শনকে অসম তথা প্ৰাচীন কামৰূপৰ কোচবিহাৰ আদিৰ জন-সাধাৰণৰ মাজত 'একশৰণ নামধৰ্ম' ৰূপে প্ৰচাৰ কৰিছিল। শ্ৰীমদ্ভাগৱতৰ অষ্টাদশ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক দিয়া উপদেশ বাণী 'সৰ্ব ধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ" বাক্যাষাৰৰ ওপৰতে এই একশৰণ নামধৰ্মৰ প্ৰতিপাদ্য প্ৰতিষ্ঠিত। এই ধৰ্মকে অসমত 'ভাগৱতী ধৰ্ম', 'বৈষ্ণৱ ধৰ্ম' বা 'মহাপুৰুষীয়া ধৰ্ম' বুলি ভিন্ ভিন্ স্থানত ভিন্ ভিন্ লোকে কয়।

ভক্তিৰ জৰিয়তে মুক্তি ত্বৰান্বিত হয় বুলি সকলো শাস্ত্ৰই কৈছে। এই ভক্তি ন বিধ বুলি ভাগৱতত বৰ্ণিত আছে—

'শ্ৰৱণং কীৰ্ত্তণং বিষ্ণো স্মৰণং পদ সেৱনম্
অৰ্চ্চনং বন্দনং দাস্যং সখ্যং আত্মনিৱেদনম্'

( শ্ৰীমদ্ভাগৱত ৭/৫/২৩ )

শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰচাৰিত 'একশৰণ নামধৰ্ম'ত শ্ৰৱণ, কীৰ্তন আৰু দাস্য ভাবেৰে আত্মনিৱেদনৰ ওপৰতে জোৰ দিয়া হৈছে।

গীতাত ভক্তিৰ মাহাত্ম্য সম্পৰ্কে পৰমব্ৰহ্মৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণই কৈছে,

'অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্
সাধুৰেৱ স মন্তব্যঃ সম্যগ ব্যবসিত হি সঃ।
ক্ষিপ্ৰং ভৱতি ধৰ্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি
কৌন্তেয় প্ৰতি জানীহি ন মে ভক্তঃ প্ৰণশ্যতি।"
(গীতা ৯/৩০, ৩.)

যদি দুৰাচাৰ ব্যক্তিয়েও একান্ত চিত্তে মোক ভজনা কৰে, তেওঁৰ সেই উত্তম বুদ্ধিৰ বাবে তেওঁক সাধু বুলি জানিব লাগে। মোত একান্ত চিত্তে শৰণ লোৱা ব্যক্তি শিঘ্ৰে ধৰ্মাত্মা ৰূপে পৰিগণিত হয় আৰু তেওঁৰ মন সদায় আনন্দেৰে পৰিপূৰ্ণ হৈ থাকে। হে কুন্তিনন্দন, তুমি সগৰ্বে নিশ্চিত ঘোষণা কৰিব পাৰা মোৰ ভক্তৰ বিনাশ নাই।

এই ভক্তি অকল অৰ্চনা-বন্দনাৰ দ্বাৰা নহয়। শ্ৰেষ্ঠ ভক্তি হ'ল ভগৱানত একান্ত চিত্তে আত্মনিৱেদন কৰি হৰি নাম কীৰ্তন—

"হৰেৰ্ণাম হৰেৰ্ণাম হৰেৰ্ণামৈব কেৱলম্
কলৌ নাস্তেব নাস্তেব নাস্তেব গতিৰণ্যথা।"
(বৃহৎ নাৰদীয় পুৰাণ ১।৪১।১০৫)

একান্ত চিত্তে হৰিৰ নাম-কীৰ্তনেই কলিকালত একমাত্ৰ উপায়।

শৰণ বা আত্মসমৰ্পণত ভগৱানৰ লগত ভক্তৰ দ্বৈত সত্তা নাথাকে। যিহেতু জীৱ-প্ৰপঞ্চ আৰু দৃশ্যমান জগত ভগৱানৰপৰা অভিন্ন, গতিকে ভগৱৎ প্ৰেমত নিমজ্জিত ভক্ত বৈষ্ণৱসকলৰ মনত জীৱৰ মাজত সৰু-বৰ, উচ্চ-নীচৰ ভেদ ভাব নাই। সেই কাৰণেই শ্ৰীমন্ত শঙ্কৰদেৱে 'কীৰ্ত্তন' পুথিত কৈছে—

'কুক্কুৰ, চণ্ডাল, গৰ্দ্দভৰো আত্মা ৰাম
জানিয়া সবাকো তুমি কৰিবা প্ৰণাম।'

ভগৱান জীৱ-প্ৰপঞ্চ আৰু সমস্ত জগতত অব্যক্ত হিচাপে থাকে, তেওঁক ইন্দ্ৰিয়ৰ দ্বাৰা বুজিব নোৱাৰি গতিকে তেওঁক সাকাৰ ৰূপত বুজাৰ চেষ্টাও বৃথা। ভগৱানক কোনো বিশেষ ঠাইত থাপনা কৰি মূৰ্তিৰ ৰূপত চিন্তা কৰি ভক্তি জ্ঞান লাভ কৰা সম্ভৱ নহয়। সেয়ে—

"অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাক
ব্যাপকত কিবা বিসৰ্জন
এতাৱন্ত মূৰ্তি শূন্য কেন মতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।"

(মাধৱদেৱ—নামঘোষা)

এই মন শুদ্ধকাৰী ভক্তি মাত্ৰ ভগৱানত একান্ত বিশ্বাস আৰু আত্মসমৰ্পণৰ দ্বাৰাহে লাভ কৰিব পাৰি।

"বিশ্বাসে মিলায় হৰি,
তৰ্কে বহুদূৰ।"

( শ্ৰীমন্ত শঙ্কৰদেৱ )

সেয়ে ভগৱানৰ নাম কীৰ্তনৰ জৰিয়তে ভক্তিৰসত নিমজ্জিত হোৱাই একমাত্ৰ পথ। কাৰণ,

'একান্ত ভকত সৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত
বৈকুণ্ঠক পৰি হৰি যোগীৰ হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথায়।'

( শ্ৰীশ্ৰীমাধৱদেৱ--নামঘোষা )

তেনে ভক্তসকলক সংসাৰৰ দুখ-কষ্ট, অপায়-অমঙ্গল একোৱে চুব নোৱাৰে। তেওঁলোক সদা সন্তোষী, স্থিতপ্ৰজ্ঞ। সেইবাবে কৈছে,

"যিটো জনে শুদ্ধ ভাৱে হৰিৰ শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে,
হৰিৰ প্ৰসাদে সিটো বিম্বিৰ মুণ্ডত ভৰি
দিয়া হৰি গুণ গায়া নাচে।"

( নামঘোষা )

এই একশৰণ নামধৰ্মৰ পিছলৈ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ দায়িত্ব লোৱা সত্ৰসমূহৰ অধিকাৰী মহন্ত, গোস্বামী প্ৰভুসকলৰ বহুতে প্ৰকৃত তত্ত্ববিচাৰ নজনাকৈ নানান বিকৃত ব্যাখ্যা কৰি শুদ্ধ বৈষ্ণৱী

ধৰ্মৰ স্খলন ঘটালে। যাৰ ফলত সমাজত বিপৰ্য্যয় ঘটিল। গাঁও-সমূহত বিভিন্ন খেলৰ জন্ম হ'ল। ভাগে ভাগে নামঘৰ হ'ল। মানুহ দিশাহাৰা হ'ল। যি নামঘৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে বাবে উন্মুক্ত আছিল, তাত কাৰো কাৰো প্ৰৱেশ নিষিদ্ধ হ'ল।

ভাৰতৰ স্বাধীনতা আন্দোলনত অস্পৃশ্যতা বৰ্জন যেতিয়া এক অপৰিহাৰ্য্য নীতি হিচাপে মহাত্মা গান্ধীয়ে ঘোষণা কৰিলে,—অসমকো তাৰ প্ৰভাৱে চুলে। অসমৰ ৰজাঘৰীয়া চাৰি সত্ৰৰ এক সত্ৰ গড়মূৰ সত্ৰৰ অধিকাৰ ৺শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীয়ে স্বাধীনতা যুঁজত আগভাগ লৈ এক যুগান্তৰৰ সূচনা কৰিলে আৰু সত্ৰৰ দুৱাৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলো জনসাধাৰণৰ বাবে মুকলি হ'ল। এই গণমুখিতাৰ ঢৌৱে সকলোবোৰ সত্ৰৰ পদাধিকাৰক টলাব নোৱাৰিলেও, দুই-চাৰি অধিকাৰ মহন্ত এই চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত নোহোৱাকৈ নাথাকিল।

## শ্ৰীমৎকৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ একশৰণ নামধৰ্ম প্ৰচাৰত অৰিহণা

শ্ৰীশ্ৰীমাধৱদেৱে পাতি যোৱা বৰপেটা সত্ৰত সমাজবাদী গণতান্ত্ৰিক পৰম্পৰা এটা অতীজৰেপৰা আছিল। সেয়ে বৰপেটা অঞ্চলৰ জনসাধাৰণৰ মনত একশৰণ নামধৰ্মৰ সমাজবাদী গণতান্ত্ৰিক প্ৰভাৱ গভীৰভাৱে প্ৰোথিত হৈছিল। শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱ এই বৰপেটা অঞ্চলৰে বাউসী পৰগণাৰ একশৰণ নামধৰ্ম আচৰণ কৰা ঠাকুৰীয়া বংশত জন্ম লাভ কৰি পৰিয়ালৰ, বৈষ্ণৱী পৰিৱেশৰ মাজত লালিত-পালিত হৈ স্বভাৱতে ভক্তিৰস আস্বাদৰ অধিকাৰী হৈছিল। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ ঢৌৱে কিশোৰ কালতে তেখেৰ মন দেশপ্ৰেম আৰু নিজৰ ঐতিহ্যপূৰ্ণ ধৰ্মীয় সামাজিক পৰম্পৰাৰ প্ৰতি গভীৰ শ্ৰদ্ধাৰ দ্বাৰা উদ্বেলিত কৰি তুলিছিল। বৈষ্ণৱ ধৰ্মৰ বিভিন্ন ধৰ্মশাস্ত্ৰ অধ্যয়ন আৰু সাধুসঙ্গৰ জৰিয়তে তেখেতৰ

আধ্যাত্মিকতাই পৰিপুষ্টি লাভ কৰিলে। অকল হিন্দুশাস্ত্ৰই নহয়; ইছলাম, খ্ৰীষ্টান, বৌদ্ধ, জৈন, শিখ আদি বিভিন্ন ধৰ্মৰো শাস্ত্ৰ গ্ৰন্থবোৰ গভীৰভাৱে অধ্যয়ন কৰি প্ৰকৃত মানৱ ধৰ্মৰ মূল তত্ত্ব আয়ত্ত কৰিবলৈ তেখেত সমৰ্থ হ'ল। ধৰ্মতত্ত্বৰ ওপৰত এনে অগাধ পাণ্ডিত্য থকা শ্ৰীমন্ত শঙ্কৰদেৱৰ পিছত অসমত শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী বুলি ক'লে বঢ়াই কোৱা নহ'ব।

শ্ৰীমদ্ভাগৱতগীতাৰ বাণীয়ে তেখেতৰ জীৱনৰ একমাত্ৰ পাথেয় হিচাপে তেখেতক এনেদৰে প্ৰভাৱান্বিত কৰিছিল যে ১৯২৯ চনত অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ ফলত তেখেতৰ চিলেট জেলত যেতিয়া কাৰাবাস খাটিব লগা হয়; সেইখিনি সময়তে তেখেতে গীতা পদ অন্বয় আৰু অনুবাদসহ এখন ভাষ্য লিখাৰ কাম সম্পন্ন কৰে। গীতাই তেখেতৰ একশৰণ নামধৰ্ম প্ৰচাৰৰ প্ৰেৰণা আছিল। গীতাৰ পদান্বয়, অনুবাদ আৰু ভাষ্য তেখেতে এনেদৰে ৰচনা কৰিছিল যাতে শাস্ত্ৰৰ জ্ঞান নথকা অতি সাধাৰণ ব্যক্তিয়েও তাৰ আধ্যাত্মিক বাণী হৃদয়ঙ্গম কৰিব পাৰে। গীতাত উল্লেখিত একশৰণ ভক্তিবাদেই যে শ্ৰীমন্ত শঙ্কৰদেৱৰ নামধৰ্মৰ মূল ভেটি তাক আনৰ লগতে তেখেতে জানিলেও বহুকাল বহুজনৰ লগত ধৰ্মালোচনা কৰোঁতে তেখেতৰ ধাৰণা হ'ল যে শ্ৰীমন্ত শঙ্কৰদেৱে যদিও তেৰাৰ দ্বাৰা ৰচিত কীৰ্ত্তন, দশম, গুণমালা, ভক্তি-ৰত্নাকৰ আদিৰ জৰিয়তে 'একশৰণ নামধৰ্ম'কে প্ৰচাৰ কৰি গৈছে আৰু ভক্তিৰ ক্ষেত্ৰত একমাত্ৰ দাস্য ভক্তিকে শ্ৰেষ্ঠ ভক্তি বুলি কৈছে; তথাপি তেৰাই বেদান্তৰ নিজা ভাষ্য এখন ৰচনা কৰি যোৱা হ'লে তেৰাই প্ৰচাৰ কৰি যোৱা 'একশৰণ নামধৰ্ম'ৰ বিভিন্নজনে নিজ খুচি মতে বিকৃত ব্যাখ্যা কৰি বিভ্ৰান্তিৰ সৃষ্টি কৰিব নোৱাৰিলে-হেঁতেন। এই সম্পৰ্কে শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱে তেখেতে ৰচনা কৰা শ্ৰীশ্ৰীনামঘোষা ভাৱামৃতৰ ভূমিকাত এইদৰে লিখিছে, 'লেখকে (স্বামীজীয়ে) আজীৱন মহাপুৰুষ। শ্ৰীমন্ত শঙ্কৰদেৱৰ

গুৰুজনাৰ একশৰণ নামধৰ্ম অসমৰ বাহিৰে-ভিতৰে প্ৰচাৰ কৰিবলৈ যাওঁতে নামঘোষাৰ কিছুমান ঘোষা লৈ নানাজনে নানান বিকৃত বা কল্পিত ব্যাখ্যা কৰা দেখি আহিছে। গুৰুজনাই স্বমত প্ৰতিষ্ঠাৰ বাবে স্বকীয় ভাষ্য এখন ৰচনা কৰি থোৱাহেঁতেন ; এই বিকৃত ব্যাখ্যা বা কল্পিত ব্যাখ্যা কেতিয়াও সম্ভৱ নহ'লহেঁতেন।" তেখেতে 'নামঘোষা'ৰ সম্পৰ্কে লিখিছে, "....মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে গুৰুজনাৰ নিৰ্দ্দেশক্ৰমে সহস্ৰ ধৰ্ম-শাস্ত্ৰৰ সাৰমৰ্ম একশৰণ নামধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে নামঘোষা সাদৃশ্য এখনি অনুপম গ্ৰন্থ ৰচনা কৰি গৈছিল। ...নামঘোষা সম্যক বুজিলে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্তিত একশৰণ নামধৰ্ম তথা ভাগৱতী বৈষ্ণৱ ধৰ্মৰ বিশুদ্ধ ধৰ্মমতবাদ বুজিবলৈ আৰু বাকী নাথাকে।" (শ্ৰীশ্ৰীনামঘোষা ভাৱামৃত পাতনি ১০ আৰু ১১ পৃষ্ঠা।) অৱশ্যে অন্যত্ৰ তেখেতে ইয়াকো কৈছে যে শ্ৰীমদ্ভাগৱত গ্ৰন্থখনেই বেদান্ত বা ব্ৰহ্মসূত্ৰৰ ভাষ্য। শ্ৰীমন্ত শঙ্কৰদেৱে এই ভাগৱতৰ দৰ্শনকে বেদান্তসূত্ৰৰ অভ্ৰান্ত প্ৰামাণ্য ভাষ্য-ৰূপে গ্ৰহণ কৰি তাৰ ওপৰতে তেৰাৰ প্ৰচাৰিত একশৰণ নামধৰ্ম প্ৰচাৰ কৰিছিল।

বৈষ্ণৱ ধৰ্মৰ জন্ম হৈছিল আধ্যাত্মিক চৰিত্ৰৰ বিকাশৰ ধাৰা সৰ্বসাধাৰণৰ বাবে উন্মুক্ত কৰি দিবলৈ। ভগৱৎ-ভক্তি বা ভগৱৎ-প্ৰেমত কোনো বাধা-নিষেধ নাই—সকলো প্ৰাণীৰে হৰিনাম লোৱাৰ অধিকাৰ আছে ; সেয়ে ভগৱানৰ ওচৰত একান্তভাৱে আত্মসমৰ্পণ কৰি হৰি-গুণ-নাম, শ্ৰৱণ-কীৰ্ত্তন আৰু ভজনৰ জৰিয়তে প্ৰতি জীৱাত্মাই পৰমাত্মাৰ লগত মিলনৰ সুখ উপলব্ধি কৰিবলৈ সমৰ্থ হয়। যাজকীয় ধৰ্মাচৰণ পদ্ধতিত অধ্যাত্মিক প্ৰগতিৰ এই সাৰ্বজনীন প্ৰচেষ্টা ব্যাহত হৈ সমাজত ন্যস্ত স্বাৰ্থ ভিত্তিক শ্ৰেণী বিভাজন ব্যাপক হোৱাৰ ফলত যি সামাজিক অশান্তি আৰু বিপৰ্য্যয় ঘটিছিল, তাক ৰোধৰ বাবেই শ্ৰীকৃষ্ণই একশৰণ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ দৰেই পৰৱৰ্তীকালত ধৰ্মাচৰণৰ ক্ষেত্ৰত সমাজত সৃষ্টি হোৱা অনৈক্য

ব্যভিচাৰ বিভ্ৰান্তি আঁতৰ কৰি এক সাম্যবাদী শান্তিৰ পৰিৱেশ সৃষ্টি কৰিবলৈকে শ্ৰীমন্ত শঙ্কৰদেৱ আদি ভক্তিবাদী আধ্যাত্মিক পথপ্ৰদৰ্শকসকলে বৈষ্ণৱ ধৰ্মৰ আন্দোলনৰ গুৰি ধৰিছিল। বৃটিছৰ ৰাজত্বৰ কালত অসমৰ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱেও সেই একে সমাজ সংস্কাৰৰ কামত একান্তভাৱে ব্ৰতী হৈছিল। তেখেতে গভীৰভাৱে উপলব্ধি কৰিছিল যে আধ্যাত্মিক জ্ঞান আৰু চৰিত্ৰ গঠনৰ জৰিয়তে সমাজ সংস্কাৰৰ বাবে শ্ৰীমন্ত শঙ্কৰদেৱে যি সাংস্কৃতিক বিপ্লৱ ঘটালে তাৰ সম্যক প্ৰচাৰ ভাৰতবৰ্ষত হোৱাটো দূৰৈৰ কথা; তেৰাৰ কৰ্মভূমিতেই তাৰ ভাঙোন আৰম্ভ হৈছে। গতিকে তেখেতে আধ্যাত্মিক জ্ঞান আৰু পৰিপক্কতা লাভৰ উদ্দেশ্যে অসমৰ বাহিৰৰ বিভিন্ন ধৰ্মাত্মাৰ সঙ্গত ধৰ্মীয় বিচাৰ আলোচনা কৰি ফুৰাৰ সময়ত একশৰণ নামধৰ্মৰ শ্ৰেষ্ঠতাৰ কথাকে দোহাৰিছিল আৰু তেনেদৰেই তেখেতৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ হৈছিল।

বিভিন্ন স্থানত বহু সাধক, যোগী, পণ্ডিত, মহাৰাজ, পৰমহংস, ব্ৰহ্মচাৰীৰ সঙ্গত ধৰ্মচৰ্চা কৰি আৰু ভাৰতৰ তীৰ্থস্থানসমূহ পৰিভ্ৰমণ কৰি প্ৰায় ১২ বছৰকাল অসমৰ বাহিৰত থাকি তেখেতে দেখিলে যে শৰণদান আৰু গ্ৰহণৰ নিয়ম মাত্ৰ অসমতেহে শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰৱৰ্তন কৰি গৈছে। অন্যান্য ৰাজ্যত দীক্ষাদান আৰু গ্ৰহণৰ যি নিয়ম আছে তাত কিছু বৈদিক আচাৰ আছে যি বৈষ্ণৱ ধৰ্মৰ সাৰ্বজনীনতাত অনুকূল নহয়। গতিকে নিজে তেখেতে বহুকেইজন সিদ্ধ সন্ন্যাসী আৰু পৰমহংসৰ সঙ্গ পালেও শেষত ১৯৪৪ চনত অসমলৈ উভতি আহি নগাঁৱৰ দিছিয়াল সত্ৰৰ অধিকাৰ ৺শ্ৰীজয়কান্ত মহন্তৰপৰা একশৰণ নামধৰ্ম গ্ৰহণ কৰে। মন কৰিবলগীয়া কথা এয়ে যে এই শৰণ শ্ৰীমদ্ভাগৱতক সাক্ষী কৰিহে নহয়। বিগ্ৰহৰ সমুখত নহয়।

তেখেতৰ একশৰণ নামধৰ্মৰ প্ৰচাৰৰ কাম আৰম্ভ হয় মৰিগাঁৱত। অসমলৈ আহি একশৰণ নামধৰ্মত আনুষ্ঠানিকভাৱে শৰণ লৈ

মৰিগাঁৱতে থাকিবলৈ লয় আৰু মৰিগাঁৱৰ এম. ই. স্কুলত প্ৰধান শিক্ষকতাৰ দায়িত্ব গ্ৰহণ কৰে। এই ক্ষেত্ৰত নগাঁৱৰ প্ৰাক্তন ৰাজহ মন্ত্ৰী ৺মতিৰাম বৰাৰ হাত আছিল যেন লাগে। কাৰণ মৰিগাঁও আছিল ৺বৰাদেৱৰ বিধান সভাৰ সমষ্টি। মৰিগাঁৱত থাকোঁতে তেখেতৰ সিদ্ধ সাধক হিচাপে প্ৰতিপত্তি হয়। তেতিয়াই তেখেতে মৰিগাঁৱত 'মৰিগাঁও ন-সত্ৰ গীতাশ্ৰম' স্থাপন কৰে আৰু তিৱা, প্ৰাক্তন চাহ বনুৱা আদি কৰি বিভিন্ন অনুন্নত সম্প্ৰদায়ৰ লোকক একশৰণ নামধৰ্মত শৰণ দি সত্ৰ পৰিচালনা কমিটি পাতি দি সত্ৰৰ অধিকাৰৰ দায়িত্ব শ্ৰীআনন্দৰাম পাটৰক অৰ্পণ কৰে। এই ক্ষেত্ৰতো স্বামীজীয়ে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ উদাহৰণকে অনুসৰণ কৰে। অসমৰ পিছ পৰা অঞ্চলসমূহৰ হেজাৰ হেজাৰ অনুন্নত জনজাতি আৰু অজনজাতি লোকক একশৰণ নামধৰ্মৰ শৰণ পদ্ধতিৰে সমাজৰ মূলসুঁতিৰ মাজলৈ আনি সমন্বয় সাধন কৰা কাৰ্য্যত গড়মূৰ সত্ৰৰ শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীও তেখেতৰ সহযোগী আছিল। এই কাম তেখেতসকলে স্বাধীনতা আন্দোলনত অস্পৃশ্যতা বৰ্জন কাৰ্য্যসূচীৰ এক অপৰিহাৰ্য্য অংশ হিচাপে গ্ৰহণ কৰিছিল।

স্বামীজীয়ে থিতাপী লয় অবিভক্ত গোৱালপাৰা জিলাৰ মাণিকপুৰ নামে ঠাইত। মাণিকপুৰত থকাৰ সময়তে তেখেতে বঙ্গৰ ৰংপুৰ, জলপাইগুৰি, কোচবিহাৰ, পাৱনা আদি ঠাইৰ ৰাজবংশী, যুগী, নমুদাস, চাণ্ডাল আদি সম্প্ৰদায়ৰ হেজাৰ হেজাৰ লোকক একশৰণ নামধৰ্মত শৰণ দি শিষ্য কৰি লৈছিল। অসম, বঙ্গ, বিহাৰ, উৰিষ্যা আদি কৰি চাৰিখন ৰাজ্যত তেখেতৰ শিষ্য মুঠতে ৮ (আঠ) লাখৰ ওচৰা-উচৰি আছিল। এই শিষ্যসকলৰ সিংহভাগেই আছিল সমাজৰ অৱহেলিত অংশৰ লোক। ইয়াৰ দ্বাৰা তেখেতে অসমৰ 'একশৰণ নামধৰ্ম' প্ৰৱৰ্ত্তক গুৰু দুজনাৰ পৰম্পৰাকে নিষ্ঠাৰে ৰক্ষা কৰি চলিছিল।

অসমৰ বৈষ্ণৱ গুৰু দুজনাৰ জীৱন কালত কোচবিহাৰ, জলপাই-

গুৰি, ৰংপুৰ, দিনাজপুৰ, গোলকগঞ্জ আদি অঞ্চলত তেখেতসকলৰ আজ্ঞাবহ শিষ্যসকলে যিবোৰ সত্ৰ স্থাপন কৰিছিল সেই সত্ৰবোৰ প্ৰায় বিলুপ্ত হোৱা দেখি স্বামীজীয়ে বৰ বেদনা অনুভৱ কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম পঞ্চশত বাৰ্ষিকী উৎসৱ ৺বিষ্ণুৰাম মেধি, ৺নীলমণি ফুকন, ৺মহেন্দ্ৰ মোহন চৌধুৰী, ৺হৰমোহন দাস, ৺হৰিনাৰায়ণ দত্তবৰুৱা আদিৰ প্ৰচেষ্টাত কোচবিহাৰত ধামধুমেৰে পতাৰ ব্যৱস্থা কৰা হয়। তেতিয়া আছিল ১৯৪৯ চন। স্বামীজী সেই সভাত প্ৰধান বক্তা আছিল। এই উৎসৱটোক তাৰ উৎকট বঙ্গালী ভাষা-প্ৰেমীসকলে অসমীয়া ভাষা সম্প্ৰসাৰণৰ প্ৰচেষ্টা বুলি স্থানীয় বঙ্গালী ভাষী লোকসকলক এই উৎসৱ পণ্ড কৰিবলৈ উচটোৱাৰ ফলত এক ভাষিক সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হোৱাৰ আগন্তুক হৈছিল কিন্তু স্বামীজীৰ ব্যক্তিগত বুজনি আৰু প্ৰচেষ্টাত সেই উৎসৱ সুকলমে অনুষ্ঠিত হৈ যায় আৰু সভাত হাজাৰ হাজাৰ লোক সমবেত হৈ স্বামীজীয়ে বৈষ্ণৱ ধৰ্ম আৰু একশৰণ ভক্তিবাদ সম্পৰ্কে কৰা সুদীৰ্ঘ ব্যাখ্যা শুনি মুগ্ধ হয়। পিছত এইসকলৰ বহুতেই স্বামীজীৰ শিষ্যত্বও গ্ৰহণ কৰে। এই সভাৰ পাছতে স্বামীজীয়ে মধুপুৰ সত্ৰৰ পুনৰ সংস্কাৰৰ বাবে বিভিন্নজনৰ লগত আলোচনা কৰে, যাৰ ফলত মধুপুৰ সত্ৰ পুনৰগঠনৰ বাবে এক স্থায়ী কমিটি গঠন হয়। লগে লগে সত্ৰ পৰিচালনাৰ বাবে সৰু কমিটি এখন পাতি স্বামীজীৰ পৃষ্ঠপোষকতাত সত্ৰৰ দৈনন্দিন নাম-প্ৰসঙ্গ চলাই থকাৰ ব্যৱস্থা কৰা হয়। এনেবোৰ সমূহীয়া প্ৰচেষ্টাৰ ফলতে বঙ্গ আৰু অসম উভয় ৰাজ্যিক চৰকাৰৰ আৰ্থিক সাহায্য আৰু সক্ৰিয় সহযোগৰ ফলত মধুপুৰ সত্ৰ আজি পুনৰ এখন একশৰণ নামধৰ্মৰ কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত হোৱাৰ পথত। মধুপুৰ সত্ৰ পুনৰ সংস্কাৰৰ কামত স্বামীজীৰ প্ৰধান সহযোগী আছিল সত্ৰশালৰ শ্ৰীবীৰেন্দ্ৰ দাস। শ্ৰীদাসে স্বামীজীৰ পৰামৰ্শক্ৰমে সত্ৰশালৰ ৰামৰায় কুঠি সত্ৰখনো পুনৰ জীৱিত কৰে। এইদৰে পশ্চিম অসম আৰু উত্তৰ বঙ্গত শ্ৰীমৎস্বামী

কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ ঐকান্তিক সহযোগৰ ফলতে একশৰণ ভক্তি ধৰ্মৰ পুনৰ প্ৰসাৰ ঘটে।

সত্ৰীয়া সংস্কৃতি মতে শৰণ গ্ৰহণ কৰা উপযুক্ত ব্যক্তিক কোনো এক বিশেষ সত্ৰৰ সত্ৰাধিকাৰে সত্ৰৰ মালা-নিৰ্মালি দি শিষ্যত্ব গ্ৰহণৰ অধিকাৰ প্ৰদান কৰে। স্বামীজী বৰপেটা সত্ৰৰ শিষ্য নাছিল কিন্তু মহাপুৰুষীয়া ধৰ্মতত্ত্ব আৰু ভগৱৎ-বিচাৰৰ ওপৰত তেখেতৰ অপৰিসীম জ্ঞানৰ পৰিচয় পাই, বৰপেটা সত্ৰৰ বুঢ়া সত্ৰাধিকাৰ ৺শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱ মিশ্ৰ আৰু ১৫৭ জন আতা ভকতে স্বামীজীক পাটচাঙত তুলি মালা-নিৰ্মালিৰে শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্তিত একশৰণ নামধৰ্মৰ অসমৰ বাহিৰত প্ৰচাৰ কৰাৰ বাবে লিখিত কৰ্তৃত্ব প্ৰদান কৰে। ফলত তেখেতৰপৰা কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, দিনাজপুৰ আদি অঞ্চলত তেৰাৰ অগণন ভক্তই একশৰণ নামধৰ্ম গ্ৰহণ কৰে।

মাণিকপুৰত শ্ৰীশ্ৰীগোবিন্দ ভৱন গীতাসত্ৰ স্থাপন কৰি নিগাজী হোৱাৰ পাছত স্বামীজীয়ে গৌৰীপুৰৰ দেৱীতলাতো ৰাভা জনজাতীয় লোকসকলক একশৰণ নামধৰ্মত শৰণ দি এগৰাকী ভকত পঠিয়াই দি শিষ্যসকলক কীৰ্তনৰ পদ-ঘোষা আদি সমূহীয়াভাৱে গাবলৈ শিকাই সত্ৰীয়া সংস্কৃতিৰ প্ৰচাৰ কৰে। তেখেতে উত্তৰ বঙ্গত শৰণ দিয়া শিষ্যসকলে শাকদল, মাথাভাঙ্গা, ক্ষেতি, ফুলবাৰী, নিশিগঞ্জ আৰু খোৱাৰডাঙ্গাত একোখন সত্ৰ পাতি প্ৰত্যেকৰে নাম গীতাসত্ৰ দিয়ে। এই সত্ৰসমূহলৈ ভক্তসকলে বছৰত এবাৰকৈ হ'লেও স্বামীজীক নি গীতাৰ নামৰহস্যৰ ওপৰত তত্ত্ব ব্যাখ্যা শুনাৰ ব্যৱস্থা কৰিছিল। গোৱালপাৰাৰ আগমনিৰ ঘঁৰিয়াল ডাঙ্গাতো তেখেতৰ স্থানীয় শিষ্যসকলৰ যত্নত এখন গীতাসত্ৰ স্থাপন কৰিছিল। উল্লেখ-যোগ্য যে এইবোৰ ঠাইত আদিতে যদিও শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ শিষ্য-প্ৰশিষ্যই একশৰণ মহাপুৰুষীয়া নামধৰ্মৰ আৰ্হিৰেই শৰণ-ভজন কৰিছিল, পিছলৈ অসমৰ সত্ৰৰ গোসাঁই-মহন্ত-সকলৰ লগত তেখেতসকলৰ সম্পৰ্ক ছিন্ন হৈ যায় আৰু ফলত তাত

চৈতন্যপন্থী নাম-কীৰ্তন আৰু দীক্ষা প্ৰচলিত হয়। স্বামীজীয়ে এই-সকল লোকৰ কীৰ্তন, সংকীৰ্তন আৰু ভজনা প্ৰথাত কোনো প্ৰকাৰৰ হস্তক্ষেপ কৰা নাছিল যদিও শৰণ দিওঁতে সদায় মহাপুৰুষীয়া পদ্ধতিৰেই দিছিল।

মাণিকপুৰ গোৱিন্দ গীতাসত্ৰৰ স্বামীজীৰ জন্ম তিথি ( আঘোণ মাহৰ শুক্লা দ্বিতীয়া তিথি ) উপলক্ষে বঙ্গ, বিহাৰ, উৰিষ্যা আৰু অসমৰ ভক্তসকলৰ যি বিৰাট সমাগম হৈছিল, সেই সময়ৰ তিনি-দিনীয়া উৎসৱত স্বামীজীৰ ভক্তসকল একত্ৰে মিলিত হৈ নিজ নিজ স্থানীয় পদ্ধতিৰে খোল-তাল বজাই সংকীৰ্তন, নাগৰা, চাপৰি, ভোৰ-তাল বজাই নাম-প্ৰসঙ্গ অহোৰাত্ৰ চলাই যি মঙ্গলময় আনন্দোৎ-সৱেৰে মাণিকপুৰ মুখৰিত কৰি ৰাখিছিল, তাক দেখিলে শৰীৰ-মন ৰোমাঞ্চিত নোহোৱাকৈ নাথাকে। সেই উৎসৱতে দেৱীতলা গীতা-সত্ৰৰ ৰাভা গাভৰুসকলে নিজৰ জনজাতীয় সাজ-পাৰৰ ওপৰত একো-খন ফুলাম গামোছা ডিঙিত লৈ হাত চাপৰি আৰু সুন্দৰ ছন্দোবদ্ধ পদ চালনাৰে যি থিয়নাম পৰিৱেশন প্ৰতি বছৰে কৰে সি সঁচাই অপূৰ্ব।

স্বামীজীয়ে যে অকল ভৈয়াম অঞ্চলৰ পিছ পৰা অঞ্চলতহে এক-শৰণ নামধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল সেয়ে নহয়; গাৰোপাহাৰ-কাৰ্বি আংলং আদি স্থানতো একশৰণ নামধৰ্মত বহুলোকক শৰণ দিয়ে। এই কামত কাৰ্বি আংলঙত তেখেতক সহায় কৰিছিল প্ৰাক্তন মন্ত্ৰী ছত্ৰসিং টেৰণে। তাৰ স্থানীয় সদাশয় ব্যক্তি আৰু জিলা পৰিষদৰ কৰ্মকৰ্তাসকলৰ সহায়ত ডিফুত তেখেতে নামঘৰ এটি স্থাপনা কৰে।

১৯৮৪ চনত নগাঁও জিলাৰ হোজাইত বহা বিশ্ব হিন্দু পৰিষদৰ সন্মিলন অনুষ্ঠিত হোৱা 'ভাৰত গৌৰৱ' প্ৰদৰ্শনী মুকলি কৰিবলৈ স্বামীজীক নিমন্ত্ৰণ কৰে আৰু স্বামীজীয়ে তাত যোগদান কৰা উপলক্ষে তেখেতে হোজাইত এটি ধৰ্মচৰ্চা কেন্দ্ৰ খুলিবৰ বাবে ১০০ এশ বিঘা

দান হিচাপে পায়। এই সন্মিলনিত স্বামীজীয়ে বিশ্ব হিন্দু পৰিষদৰ বিদগ্ধ পণ্ডিত সদস্যসকলক যুক্তি সহকাৰে পতিয়ন নিয়ায় যে শ্ৰীমন্ত শঙ্কৰদেৱে অসমত ভাগৱতী নামধৰ্মৰ অনুশীলনৰ বাবে যি নামঘৰ স্থাপনৰ প্ৰক্ৰিয়া আৰম্ভ কৰি গ'ল, ভাৰতবৰ্ষৰ বিভিন্ন জনগোষ্ঠীৰ সমন্বয়ৰ কাৰণে বিশ্ব হিন্দু পৰিষদে মন্দিৰ নিৰ্মাণ নকৰি সেই নামঘৰ প্ৰতিষ্ঠা কৰাৰ হে সিদ্ধান্ত ল'ব লাগে। কাৰণ, নামঘৰত ভকতসকলৰ মাজত জাতি-অজাতি, বৰ্ণ-ভেদ আদি একো নাই। নামঘৰত ব্ৰাহ্মণ-অব্ৰাহ্মণ, উচ্চ হিন্দু-জনজাতি সকলোৰে চিনাকি মাত্ৰ ভকত ৰূপে। জাতিভেদৰ দ্বাৰা জৰ্জৰিত হিন্দু সমাজক মাত্ৰ একশৰণ নামধৰ্মৰ জৰিয়তে নামঘৰতহে একাত্মতাৰে বান্ধিব পৰা যাব। বিশ্ব হিন্দু পৰিষদৰ কৰ্ম-কৰ্তাসকল এই কথাত পতিয়ন গৈছিল আৰু সেই সন্মিলনতে ভাৰতবৰ্ষৰ প্ৰতিখন গাঁৱতে একোটি নামঘৰ সজাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। অসম আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতি স্বামীজীয়ে এই প্ৰচেষ্টা সফল কৰি যি দেশপ্ৰেম আৰু গুৰুপ্ৰেম দেখুৱালে সি অতুলনীয়। হোজাইত তেখেতে লাভ কৰা সেই এশ বিঘা মাটিও তাত নামঘৰ আৰু একশৰণ নামধৰ্ম চৰ্চা কেন্দ্ৰ স্থাপনৰ বাবে তাৰ স্থানীয় কমিটিৰ হাতত দলিল যোগে দান দি দিছে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰচাৰিত একশৰণ নামধৰ্মত কাৰো প্ৰতি কোনো বিদ্বেষৰ ঠাই নাই। কাৰণ,

'সমস্ত ভূততে ব্যাপি আছোঁ মই হৰি
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।'

( কীৰ্ত্তন—শঙ্কৰদেৱ )

এই কাৰণেই স্বামীজীয়ে শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ ধৰ্মমত প্ৰচাৰৰ কাৰণে অসমত গঠন কৰা কোনো কোনো সংগঠনৰ ব্ৰাহ্মণসকলৰ প্ৰতি আচাৰ্য্যসকলে উচ্চাৰণ কৰা কটুবাক্য আৰু ব্ৰাহ্মণ বিৰোধী কাৰ্য্য দেখি অন্তৰত অতি বেদনা অনুভৱ কৰিছিল আৰু ক্ষেত্ৰ

বিশেষে বহুজনত এই বিষয়ে খেদো প্ৰকাশ কৰিছিল। তেখেত উক্তসকলৰ মাজত বিভেদ সৃষ্টিৰ সম্পূৰ্ণ বিৰোধী আছিল।

অসমত আজি যি বিভেদৰ বীজ ৰাজনৈতিক লাভা-লাভৰ প্ৰত্যাশী লোভী ৰাজনৈতিক কৰ্মীসকলে মহীৰুহৰ ৰূপ দিবলৈ অহৰহ প্ৰযত্ন কৰি আছে, তাক ব্যাহত কৰি অসমৰ জনসাধাৰণক একাত্মতাৰ ভাবেৰে বান্ধি ৰাজ্যখনক কুচক্ৰী ন্যস্ত স্বাৰ্থৰ গৰাহৰপৰা মুক্ত কৰি অমৃতৰ স্বাদ দিবলৈ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ দৰে পুনৰ নিৰ্লোভ, নিৰ্লিপ্ত, ব্ৰহ্মজ্ঞানী ভগৱৎ প্ৰেমীৰ প্ৰয়োজন হৈ পৰিছে। শ্ৰীমন্ত শঙ্কৰদেৱ, মহাপুৰুষ মাধৱদেৱ, শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে অসমৰ প্ৰতি নামঘৰে নামঘৰে, প্ৰতি ভক্তৰ হৃদয়ত প্ৰজ্জ্বলিত কৰি যোৱা ভগৱৎ প্ৰেমৰ বন্তি গছি পুনৰ উদ্ভাসিত হওক।





শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী

আৰিৰ্ভাৱ ৬ ডিচেম্বৰ ১৮৯৬ তিৰোভাৱ ২৪ মাৰ্চ ১৯৯১

# শ্ৰীশ্ৰীনামঘোষা ভাবামৃতৰ ভূমিকা

সূত উবাচ ।

নমো ধৰ্ম্মায় মহতে নমঃ কৃষ্ণায় বেধসে ।
ব্ৰাহ্মণেভ্যো নমস্কৃত্য ধৰ্ম্মান্ বক্ষ্যে সনাতনম্ ॥

সূতে ক'লে, হৰিভক্তি লক্ষণ ধৰ্ম্মক নমস্কাৰ, সেই ধৰ্ম্ম যাৰ পৰা পোৱা যায় সেই কৃষ্ণক নমস্কাৰ, সেই ধৰ্ম্মৰ প্ৰকাশ কৰ্ত্তা ব্যাসাদি বিপ্ৰসকলক নমস্কাৰ কৰি সনাতন ধৰ্ম্ম কীৰ্ত্তন কৰিম ।

মহামুনি লোমহৰ্ষণ নন্দন উগ্ৰশ্ৰৱা তথা সূতৰ সুৰতে সুৰ মিলাই আমিও কওঁ "কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত, নাম ধৰ্ম্ম কৰিল বিদিত'- বৈকুণ্ঠৰ পতি লীলা বিগ্ৰহধাৰী শ্ৰীকৃষ্ণ সূৰ্য্য ভাৰতৰ পূৰ্ব ৰাজ্যত শঙ্কৰ স্বৰূপে উদিত হৈ তাৰাৰ বিমল জ্যোতিৰে গোটেই পূৰ্বৰাজ্য উদ্ভাসিত কৰি পতিতক উদ্ধাৰৰ অৰ্থে জগতত সত্য নাম মহিমা প্ৰকাশৰ হেতু যি একশৰণ নাম ধৰ্ম্ম প্ৰবৰ্ত্তন আৰু প্ৰচাৰ কৰিলে, হৰিভক্তি প্ৰকাশক সেই শুদ্ধ সত্ত্ব একশৰণ নাম ধৰ্ম্মক আমি নমস্কাৰ জনাওঁ, সেই নাম ধৰ্ম্ম যি অৱতাৰী পুৰুষৰ পৰা আহি গোটেই জগতত বিস্তাৰ লাভ কৰিলে সেই শ্ৰীগোবিন্দক আমি নমস্কাৰ জনাওঁ, অৱতাৰী পুৰুষৰ অৱতাৰ স্বৰূপে আহি যিজনা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই নাম ধৰ্ম্ম জগতত প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰিলে, গুৰু স্বৰূপে সেই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক প্ৰণাম জনাওঁ । অৱশেষত সেৱাৰ থলী একান্ত ভকত সমন্বিতে পঢ়ুৱৈ সমাজক সহস্ৰ সহস্ৰ প্ৰণিপাত পূৰ্বক গুৰুজনাৰ অভিন্ন আত্মা, অভিন্ন হৃদয় স্বৰূপ শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষক প্ৰণাম জনাই আৰু আমাৰ অশেষ ভুল-ত্ৰুটিৰ

বাবে ক্ষমা প্ৰাৰ্থনা কৰি আমি সম্প্ৰতি মহাপুৰুষীয়া ধৰ্ম্মৰ অন্যতম ভাষ্য স্বৰূপ 'নামঘোষা ভাবামৃত'ৰ ভূমিকা লিখিবলৈ আগবাঢ়িলোঁ।

জয় গুৰু শঙ্কৰ, সৰ্ব্ব গুণাকৰ, যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণক, ৰেণু শত কোটি, বাৰেক কৰোঁহো প্ৰণাম॥

অসহযোগ আন্দোলনৰ সময়ত ১৯২১ চনত আমি চিলেট কাৰাগাৰত কাৰাগাৰ জীৱন যাপন কৰোঁতে সৰ্বশাস্ত্ৰ শিৰোমণি শ্ৰীমদ্ভাগৱদ্‌গীতাৰ ভাষ্য এখনি লিখাৰ কাম হাতত লৈছিলোঁ। এই কামত আমাৰ সেই সময়ৰ জেল জীৱনৰ সত্যাগ্ৰহী বন্ধুবৰ্গই আমাক বৰকৈ উদগনি দিছিল। বিশেষকৈ আমাৰ পৰম শ্ৰদ্ধাভাজন কৰ্মবীৰ ৺নবীন চন্দ্ৰ বৰদলৈ দেৱৰ উপৰ্য্যুপৰি তাগিদৰ উপৰিও তেখেতে জেলত এই গ্ৰন্থ লিখাৰ বাবে সন্তৱপৰ সকলো সুবিধা কৰি দি আমাক যথেষ্ট সহায় কৰিছিল। গ্ৰন্থখনি সম্প্ৰতি হাউলীৰ পঞ্চৰতন ফাৰ্মৰ মালিক আমাৰ একান্ত সেৱক শ্ৰীমান যাদৱ চন্দ্ৰ দাসে ছপাই অসমীয়া পঢ়ুৱৈ সমাজৰ হাতত তুলি দিবলৈ সক্ষম হোৱাত আমি শ্ৰীমানৰ নথৈ শলাগ লৈছোঁ। উক্ত গ্ৰন্থখনিয়ে পঢ়ুৱৈ সমাজৰ বিশেষ সমাদৰ লাভ কৰাত ইয়াৰ ভিতৰতে তৃতীয় সংস্কৰণ উলিয়াবলগীয়া হ'ল। যাইকৈ যিসকল বন্ধু-বান্ধৱ আৰু শুভাকাঙ্ক্ষীৰ উদগনিত (তেখেত সকলৰ ভিতৰত আজি প্ৰায় আটাইবিলাকে প্ৰয়াত) গ্ৰন্থখনিয়ে প্ৰকাশৰ মুখ দেখিবলৈ সমৰ্থ হৈছিল, এই সুযোগতে আমি সেইসকল স্বনামধন্য ব্যক্তিৰ উদ্দেশ্যে আমাৰ ক্ষুদ্ৰ হৃদয়ৰ ভক্তি শ্ৰদ্ধাঞ্জলি আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

১৯২৩ চনত আমি পুনৰ এবছৰৰ বাবে কাৰাবাস খাটিবলগীয়া হ'ল। এইবাৰৰ কাৰাবাস গুৱাহাটী কাৰাগাৰত। ইবেলি আমি মনতে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱকৃত নামঘোষাৰ টীকা এখনি লিখাৰ সংকল্প এটি কৰিছিলোঁ। আমাৰ সংকল্পৰ কথা শুনি ইবেলিও আমাৰ অত্যন্ত শ্ৰদ্ধাৰ স্থলী অসমৰ সিংহ পুৰুষ মুকুট বিহীন ৰজা ৺বৰদলৈদেৱে আমাক বৰকৈ উৎসাহিত কৰিবলৈ ধৰিলে আৰু

জেলৰ ভিতৰত আমাক আৱশ্যকীয় কিতাপ-পত্ৰ যোগানৰ ব্যৱস্থা কৰি দিলে। পিছে. লিখাৰ বাবে প্ৰাৰম্ভিক কাম হাতত লওঁতেই আমাৰ জেল জীৱনৰ সমাপ্তি ঘটাত আমাৰ সংকল্প কাৰ্য্যত পৰিণত হোৱাৰ সুযোগ নাপালে।

কাৰাবাস জীৱনৰ অন্তত ছেগ বুজি এই কামত হাত দিম বুলি ভাবি থাকোঁতে এদিন কথাপ্ৰসঙ্গত বৰনগৰৰ চকা বাউসী সত্ৰৰ সত্ৰাধিকাৰ পৰম ভাগৱত শ্ৰীযুত হলিৰাম মহন্ত ঠাকুৰৰ লগত (এতিয়া প্ৰয়াত) এই বিষয়ে আলোচনা কৰোঁতে, তেখেতে আমাক সনিৰ্বন্ধ অনুৰোধ জনালে আমি যেন আমাৰ সেই সংকল্পৰ পৰা সম্প্ৰতি বিৰত থাকোঁ। কিয়নো ইতিমধ্যে তেখেতে নিজেই নামঘোষাৰ টীকা এখনি লিখাৰ কাম হাতত লৈছে। সেইমতে অৱশ্যে যথাসময়ত তেখেতে সটীক নামঘোষা এখনি পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰিবলৈ সমৰ্থ হৈছিল। তেখেতৰ পিছত ঢলৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীযুত তীৰ্থনাথ গোস্বামী আৰু মহাপুৰুষীয়া ধৰ্ম্মৰ একান্ত সেৱক তথা এই ধৰ্ম্মৰ প্ৰাণস্বৰূপ পুণ্যশ্লোক শ্ৰীযুত হৰি নাৰায়ণ দত্ত বৰুৱা দেৱেও (বৰ্ত্তমান স্বৰ্গীয়) সটীক নামঘোষা একোখনিকৈ প্ৰকাশ কৰি আমাৰ সংকল্পৰ কাম ইতিমধ্যে তেখেতসকলেই কৰি পেলোৱাত আমি আমাৰ সংকল্পৰ কথা একপ্ৰকাৰ এৰিয়েই পেলাইছিলোঁ।

১৮৭০ শক ২৭ জেঠ (ইং ১০।৬।৪৮) তাৰিখ বুধবাৰে আমাৰ সভাপতিত্বত বৰপেটা সত্ৰত বিৰাটভাৱে জগৎগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাৰ পঞ্চশততম জন্মোৎসৱ পালন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ অৰ্থে বৰপেটা সত্ৰৰ নামঘৰ প্ৰাঙ্গণত এখনি ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। সভাৰ সৰ্বসন্মত সিদ্ধান্তমতে মহাপুৰুষজনাৰ জীৱনৰ বিভিন্ন দিশৰ ওপৰত এলানী আলোচনা চলাবলৈ পাঁচ দিনত পাঁচখন সভা বৰপেটা সত্ৰৰ চোতালত মহাপুৰুষজনাৰ পঞ্চশততম জন্মোৎসৱ উপলক্ষে অনুষ্ঠিত কৰাৰ ব্যৱস্থা কৰা হয়। সেইমতে তাৰাৰ ধৰ্ম্মমতৰ

ওপৰত আলোচনা কৰিবলৈ যিখিনি সভা অনুষ্ঠিত কৰা হয় তাৰ সভাপতিত্বৰ দায়িত্ব এই অভাজনৰ ওপৰতে পৰে। ধৰ্ম্মসভাৰ সভাপতি হিচাপে আমাৰ লিখিত ভাষণত আমি মহাপুৰুষীয়া তথা একশৰণ নাম ধৰ্ম্মমতৰ ওপৰত বিশদ আৰু বিশুদ্ধ আলোচনা কৰিবলৈ প্ৰয়াস কৰিছিলোঁ।

অত্যন্ত সুখৰ কথা শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱৰ পিছৰ পৰাই মহাপুৰুষজনাৰ জন্মোৎসৱ বছৰি বছৰি ব্যাপকভাৱে অসমৰ সৰ্বত্ৰ পালন কৰাৰ ব্যৱস্থা প্ৰচলিত হ'ল।

মহাপুৰুষজনাৰ বিশুদ্ধ ধৰ্ম্মমত প্ৰচাৰৰ কাম অকল অসমৰ ভিতৰতে নহয় অসমৰ বাহিৰতো ইতিপূৰ্বৰে পৰা আমাৰ সাধ্যানুসাৰে আমি কৰি আহিছিলোঁ! তাৰাৰ পঞ্চশততম জন্মোৎসৱ পালনৰ পিছত বৰপেটা সত্ৰৰ ফালৰ পৰাও আমাক মালা নিৰ্ম্মালি দি মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰৰ অধিকাৰ আমাৰ ওপৰত ন্যস্ত কৰাত আমাৰ দায়িত্ব আৰু অধিক বাঢ়িল বুলি মনত গুণিলোঁ। সেই দায়িত্ব আমি আজিলৈকে একান্ত নিষ্ঠাৰ সহিত পালন কৰি আহিছোঁ বুলি ভাবি মনত অশেষ শান্তি পাইছোঁ।

জগত্ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ সমসাময়িক ভাৰতৰ অন্যান্য বৈষ্ণৱ আচাৰ্য্যসমূহৰ দৰে তাৰাই তাৰাৰ ধৰ্ম্মমতবাদ প্ৰচাৰ আৰু প্ৰতিষ্ঠাৰ বাবে বেদান্তৰ কোনো স্বকীয়া ভাষ্য প্ৰণয়ন কৰা নাছিল। সেই একেদৰে বঙ্গদেশৰ বৈষ্ণৱ গুৰু মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্যদেৱেও নিজে বেদান্তৰ কোনো ভাষ্য ৰচনা কৰা নাছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্যদেৱৰ বাহিৰে ভাৰতৰ অন্যান্য বৈষ্ণৱাচাৰ্য্যসকলৰ প্ৰত্যেকেই নিজ মতবাদ প্ৰতিষ্ঠা আৰু প্ৰচাৰৰ বাবে স্বকীয়া ভাষ্য ৰচনা কৰি গৈছিল। এই ভাষ্যবোৰ থকাৰ বাবে সেই সেই বৈষ্ণৱ মতবাদৰ অনুগত আৰু অনুগামীসকলে ভাষ্যৰ বিৰুদ্ধে কোনো কল্পিত মতবাদ জগতত প্ৰচাৰ কৰিব নোৱাৰিছিল।

মহাপ্ৰভু শ্ৰীচৈতন্যদেৱে নিজে জীৱনৰ প্ৰায় সকলো সময়তে অচিন্ত্য ভাবৰাজ্যত থকাৰ বাবে তেওঁ নিজে বেদান্তৰ কোনো স্বকীয়া ভাষ্য ৰচনা কৰি যাব পৰা নাছিল। যদিও পৰৱৰ্ত্তী কালত সম্ভাৱ্য বিৰোধ সৃষ্টিত বাধা দিয়াৰ উদ্দেশ্যে তেওঁৰে প্ৰশিষ্য বলদেৱ বিদ্যাভূষণে তেওঁৰ অনুমোদনক্ৰমেই গোবিন্দভাষ্য ৰচনা কৰি গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ক অচিন্ত্য ভেদাভেদবাদত প্ৰতিষ্ঠিত কৰি গৈছিল।

কিন্তু অগাধ আৰু বহুমুখী প্ৰতিভাৰ অধিকাৰী হৈয়ো মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে নিজ ধৰ্ম্মমতবাদ প্ৰৱৰ্ত্তন আৰু প্ৰচাৰৰ ক্ষেত্ৰত তাৰাই নিজে অথবা তাৰাৰ শিষ্য-প্ৰশিষ্যসমূহৰ কোনেও স্বকীয়া ভাষ্য প্ৰণয়ন কৰি নগ'ল। একমাত্ৰ এই একেটি কথাৰ বাবে ভাৰতৰ অন্যান্য বৈষ্ণৱ সম্প্ৰদায়ৰ কোনো কোনো লোকে গুৰুজনাই প্ৰৱৰ্ত্তন কৰি যোৱা মহাপুৰুষীয়া ধৰ্ম্মৰ কোনো মৌলিকতা নাই বুলি ক'বলৈ দ্বিধাবোধ নকৰে।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অথবা তাৰাৰ অভিন্ন হৃদয় আৰু তাৰাৰ প্ৰধান শিষ্য শ্ৰীমাধৱদেৱ পুৰুষে ইচ্ছা কৰিলেই নিজ ধৰ্ম্মমতবাদ প্ৰতিষ্ঠা আৰু পৰৱৰ্ত্তী কালত ইয়াৰ সুৰক্ষাৰ বাবে আন আন বৈষ্ণৱাচাৰ্য্যসকলৰ দৰে স্বকীয়া ভাষ্য ৰচনা কৰি থৈ যাব পাৰিলে-হেঁতেন ; কিন্তু মহাপুৰুষজনাই শুদ্ধ একশৰণ নামধৰ্ম্ম বা ভক্তিধৰ্ম্ম জগতত প্ৰচাৰ কৰিবলৈ গৈ কোনো বিশেষ সম্প্ৰদায় সৃষ্টি কৰি ভাগৱত ধৰ্ম্মৰ মাজত সাম্প্ৰদায়িকতা বা বিভেদ সৃষ্টি কৰাৰ ইচ্ছা কৰা নাছিল। তাৰাৰ মতে জগতৰ কল্যাণৰ অৰ্থে অথবা পাপীতাপী উদ্ধাৰৰ বাবে সমগ্ৰ জগতবাসীক একশৰণ নামধৰ্ম্ম বা ভক্তিধৰ্ম্মৰ মাজেৰে ঈশ্বৰমুখী কৰাহে আচল কথা, বেদান্তৰ স্বকীয়া ভাষ্য ৰচনা কৰি পৱিত্ৰ ভাগৱত ধৰ্ম্মৰ মাজত এটি নতুন সম্প্ৰদায় সৃষ্টি কৰা আচল কথা নহয়। ই তেনেই গৌণ কথা।

তাৰাই ভাগৱত ধৰ্ম্মৰ মাজত 'বিশেষ' স্বীকাৰ কৰিলেও বিভেদ সৃষ্টি কৰিবলৈ সম্ভৱতঃ ভাল নাপাইছিল। বিশেষতঃ তাৰাই ভালদৰে

জানিছিল যে, বেদান্তৰ অভ্ৰান্ত ভাষ্য শ্ৰীমদ্ভাগৱত। গৰুড় পুৰাণৰ নিম্নোক্ত শ্লোকে নিশ্চিতভাৱে এই কথাৰ প্ৰমাণ দিয়ে।

অৰ্থোঽয়ং ব্ৰহ্মসূত্ৰাং ভাৰতাৰ্থবিনিৰ্ণয়ঃ।
গায়ত্ৰী ভাষ্যৰূপোঽসৌ বেদাৰ্থ পৰিবৃংহিতঃ॥

অৰ্থাৎ এই শ্ৰীমদ্ভাগৱত ব্ৰহ্মসূত্ৰৰ অৰ্থ, মহাভাৰতৰ তাৎপৰ্য্য নিৰ্ণায়ক, গায়ত্ৰীৰ ভাষ্য স্বৰূপ আৰু বেদাৰ্থ বিস্তাৰক।

ব্যাসদেৱে সমস্ত উপনিষদৰ বিৰোধ বাক্যসমূহ ভঞ্জন কৰি ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শন ৰচনা কৰি গৈছিল। সূত্ৰকাৰ শ্ৰীব্যাসদেৱকৃত বেদান্ত দৰ্শন বা ব্ৰহ্মসূত্ৰৰ ভাষ্য বা বিস্তাৰিত ব্যাখ্যা শ্ৰীমদ্ভাগৱত। যি ঠাইত স্বয়ং সূত্ৰকাৰে নিজ সূত্ৰ ব্যাখ্যা কৰে, সেই ব্যাখ্যা যে তেনেই অভ্ৰান্ত আৰু ভ্ৰম প্ৰমাদশূন্য তাত কোনো সন্দেহ নাই। তেনে অৱস্থাত ভাগৱত ধৰ্ম্ম প্ৰচাৰৰ বাবে আন স্বকীয়া ভাষ্য এখনি ৰচনা কৰাৰ প্ৰয়োজন প্ৰকৃততে একো নাথাকে।

সেইবাবে মহাপুৰুষে স্বমত প্ৰতিষ্ঠাৰ কাৰণে ব্ৰহ্মসূত্ৰৰ কোনো স্বকীয়া ভাষ্য ৰচনা নকৰি সূত্ৰাকৰ ব্যাসদেৱ কৃত অভ্ৰান্ত বেদান্ত ভাষ্য শ্ৰীমদ্ভাগৱতকে প্ৰামাণিক ভাষ্য স্বৰূপে স্বীকাৰ কৰি তাৰাৰ বিশুদ্ধ ভক্তি ধৰ্ম্ম বা একশৰণ নামধৰ্ম্ম প্ৰচাৰ আৰু প্ৰৱৰ্ত্তন কৰিছিল।

কোনো স্বকীয়া ভাষ্য ৰচনা নকৰাত তাৰাই যিদৰে অদ্ভুত উদাৰতাৰ পৰিচয় দিলে, আনহাতে তাৰাৰ ৰচিত কোনো স্বকীয়া ভাষ্য নথকাৰ ফলত পৰৱৰ্ত্তী কালত ভাষাৰ অনুগামীসকলে অথবা তাৰাৰ ধৰ্ম্মাৱলম্বী যি কোনোৱে নিজ নিজ অভিপ্ৰায় আৰু অভিৰুচি-মতে তাৰাৰ বিশুদ্ধ ধৰ্ম্ম মতবাদৰ কল্পিত অৰ্থ কৰাৰো সুযোগ আনি দিলে; যাৰ বাবে আমি আজি একেই মহাপুৰুষীয়া ধৰ্ম্মৰ মাজত বিভিন্ন সমাজ আৰু সংঘ সৃষ্টি কৰি তাৰাৰ ধৰ্ম্মমতবাদ বিভিন্নভাৱে ব্যাখ্যা কৰা দেখিবলৈ পাইছোঁ। তাৰাই স্বকীয়া ভাষ্য এখনি ৰচনা কৰি যোৱাহেঁতেন, তাৰাৰ পৱিত্ৰ ধৰ্ম্মমতৰ বিকৃত অথবা কল্পিত অৰ্থ আৰু ব্যাখ্যা কৰাৰ থল নাথাকিলেহেঁতেন।

সৰ্ববেদান্তসাৰ শ্ৰীমদ্ভাগৱত আৰু সৰ্বশ্ৰুতি শিৰোমণি শ্ৰীমদ্ভাগৱদ্-গীতা একশৰণ নামধৰ্ম্ম তথা মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰধান প্ৰামাণিক আৰু অৱলম্বন গ্ৰন্থ।

বিষ্ণু সহস্ৰ নাম, স্বৰ্গখণ্ড পদ্ম পুৰাণত কলিযুগৰ ধৰ্ম্ম নিৰ্ণয় হৈছে বুলি তাৰাই সেইবোৰৰো প্ৰামাণ্য গ্ৰহণ কৰিছে। তদুপৰি নাৰদীয় পুৰাণ, সূত সংহিতা, ব্ৰহ্মাণ্ড পুৰাণকে আদি কৰি অন্যান্য ভক্তি শাস্ত্ৰসমূহত বৰ্ণিত শ্ৰৱণ, কীৰ্ত্তন, নাম মহিমা ভক্তিৰ অনুকূল বুলি সেইসকলৰো প্ৰামাণ্য স্বীকাৰ কৰি তাৰাই একশৰণ নামধৰ্ম্ম বা ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ ভেটি স্থাপন কৰি গৈছে।

ভাগৱত ধৰ্ম্মৰ ভিতৰত কোনো বিশেষ সম্প্ৰদায় সৃষ্টিৰ অৰ্থে মহাপুৰুষীয়া ধৰ্ম্মমতৰ প্ৰতিষ্ঠাতা জগত্‌গুৰু শ্ৰীমন্ত শঙ্কৰদেৱে নিজে অথবা তাৰ পৰৱৰ্ত্তীকালৰ তাৰাৰ শিষ্যসকলৰ ভিতৰত আনকেৱে কোনো ভাষ্য প্ৰণয়ন কৰি নগ'লেও শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাৰ ৰচিত কীৰ্ত্তনঘোষা, দশম, একাদশ আৰু দ্বাদশ আদিত আৰু শ্ৰীশ্ৰীমাধৱদেৱ ৰচিত নামঘোষা আৰু ৰত্নাৱলী আদি গ্ৰন্থত মহাপুৰুষীয়া বা একশৰণ নামধৰ্ম্মৰ মত সুস্পষ্ট, প্ৰাঞ্জল আৰু মৰ্মস্পৰ্শী ভাষাত তাৰাসৱে লিপিবদ্ধ কৰি গৈছে। ইয়াৰ উপৰিও তাৰাসবৰ ৰচিত বৰগীত, নাট, পদ, ভটিমা আদিতো মহাপুৰুষীয়া ধৰ্ম্মমতৰ পৰিষ্কাৰ আৰু স্পষ্ট ছবি এটি পৰিদৃষ্ট হয়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰয়দৱৰ প্ৰৱৰ্ত্তিত শুদ্ধ একশৰণ নামধৰ্ম্ম নিজে বুজিবলৈ অথবা আনক বুজাবলৈ কীৰ্ত্তনঘোষা, নামঘোষা, দশম, ৰত্নাৱলী এই চাৰিখন গ্ৰন্থৰ উপৰিও অন্যান্য আৰু বহুতো গ্ৰন্থ থাকিলেও উল্লিখিত গ্ৰন্থ চাৰিখনেই প্ৰধান প্ৰামাণিক গ্ৰন্থ স্বৰূপে পৰিগণিত,—তাৰ ভিতৰত আকৌ কীৰ্ত্তনঘোষা আৰু নামঘোষাই সৰ্বশ্ৰেষ্ঠ প্ৰামাণিক। মহাপুৰুষীয়া ধৰ্ম্মৰ ক্ষেত্ৰত উল্লিখিত গ্ৰন্থ চাৰিখনেই অৰ্থাৎ কীৰ্ত্তন ঘোষা, নামঘোষা,. দশম আৰু ৰত্নাৱলী বেদৰ নিচিনা সৰ্ব্বমান্য। এই চাৰিখন গ্ৰন্থত মহাপুৰুষীয়া ধৰ্ম্মৰ

মতবাদ আৰু বিশুদ্ধ বৈষ্ণৱ দৰ্শনৰ সিদ্ধান্ত গুৰু দুজনাৰ অমৃতময়ী লিখনীত অত্যন্ত শুৱলা আৰু ভক্তিৰসেৰে পৰিপূৰ্ণ মধুৰ লালিত্যময় ভাষাত প্ৰকাশ পাইছে। গতিকে কোনো ভাষ্য নাথাকিও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম মতবাদৰ বাবে তাৰাসবৰ নিজা গ্ৰন্থসমূহেই এই ক্ষেত্ৰত সৰ্ব্বোৎকৃষ্ট আৰু সৰ্ব্বমান্য প্ৰামাণ্য।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ দুজনা গুৰুৱে বৈকুণ্ঠ প্ৰয়াণৰ সময়ত নিজৰ সমস্ত শক্তি-সামৰ্থ্য আৰু জ্ঞান-বিজ্ঞান সমন্বিতে পৰম ভগৱদ্ভক্তি ভাব কীৰ্ত্তনঘোষা, দশম, নামঘোষা আৰু ৰত্নাৱলীত অৰ্পণ কৰি আত্মগোপন কৰি গৈছে বুলি চৰিতমুখেও পোৱা যায়। এতেকে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষ আমাৰ মাজত বৰ্ত্তমান সশৰীৰে নাথাকিলেও তাৰাসব আমাৰ মাজত গ্ৰন্থৰূপে মূৰ্ত্তিমন্ত হৈ আজিকোপতি গুৰু আসনত জাজ্বল্যমান হৈ থকা বুলি আমি ক'ব পাৰোঁ আৰু তাৰাসবৰ অমৰবাণী তথা মহাপুৰুষীয়া ধৰ্ম্মৰ শুদ্ধ মতবাদ অসমৰ গাঁৱে-ভুঞে সিঁচৰতি হৈ থকা প্ৰতিটো নামঘৰত প্ৰত্যেক প্ৰসঙ্গতে নিতৌ উচ্চস্বৰে ঘোষিত হৈ তাৰাসব বিমল ধৰ্ম্মমতবাদ আজিলৈকে জগতত প্ৰচাৰিত হৈ আছে বুলি আমি ভাবোঁ। এইভাৱে তাৰাসবে ভকত সমাজৰ মাজত সকলো সময়তে বিৰাজ কৰি তেওঁলোকক প্ৰকৃত ধৰ্ম্মৰ সন্ধান এতিয়ালৈকে দি আছে বুলি ভবাৰ সবল যুক্তি আছে।

আগতেই উল্লেখ কৰা হৈছে, মহাপুৰুষীয়া তথা একশৰণ নাম-ধৰ্ম্মৰ বাবে কীৰ্ত্তনঘোষা আৰু নামঘোষা—এই দুখন সৰ্ব্বশ্ৰেষ্ঠ আৰু সৰ্ব্বমান্য প্ৰামাণিক গ্ৰন্থ। এই অমূল্য গ্ৰন্থ দুখনিত ভগৱত ভক্তিৰসৰ চূড়ান্ত ব্যাখ্যা তাৰাসবৰ অমৰ লিখনীত প্ৰকাশ পাইছে। পাণ্ডিত্য অভিমান নাৰাখি ঐকান্তিক ভক্তি ভাবত গুৰু দুজনাই গ্ৰন্থ দুখনিত সংৰক্ষণ কৰি যোৱা চূড়ান্ত ভাগৱত ভক্তিৰসৰ কথাবোৰ হৃদয়ঙ্গম কৰিব জানিলে গুৰু দুজনাৰ প্ৰৱৰ্ত্তিত শুদ্ধ ভাগৱতী বৈষ্ণৱধৰ্ম্ম অথবা

একশৰণ নামধৰ্ম্মৰ ফট্‌ফটীয়া ছবি এখনি ভকতৰ হৃদয়ত আপোনা-আপুনি ওলাই পৰে। দুয়োখনি গ্ৰন্থই ভক্তি ধৰ্ম্মৰ ফালৰ পৰা একান্ত ভকত তথা গোটেই জগতবাসীলৈ ক'বলৈ গ'লে এক অমৰ দান। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰ পৰা ভক্তিৰস সাৰ ভাগ উলিয়াই তাৰাৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মমতবাদ সহজলভ্য আৰু সহজবোধ্য কৰিবৰ বাবে কীৰ্ত্তনঘোষা পুথি ৰচনা কৰি গৈছিল। ভগৱন্ত ভক্তিধৰ্ম্ম কিম্বা একশৰণ নামধৰ্ম্ম অথবা ভাগৱতী বৈষ্ণৱধৰ্ম্ম এই মহান গ্ৰন্থৰ মূল প্ৰতিপাদ্য বস্তু। একান্ত ভকতে অপূৰ্ব্ব ভক্তিৰসৰ সন্ধান পাই এই গ্ৰন্থৰ মাজত সততে ডুব গৈ থাকিবলৈ ভাল পায়। সেইদৰে শ্ৰীশ্ৰীমাধৱদেৱ কৃত নামঘোষা আৰু ভক্তিমতবাদ তথা একশৰণ নামধৰ্ম্মৰ বাবে এক আপুৰুগীয়া আৰু অমূল, সম্পদ। মৌ মাখিয়ে নানান ফুলৰ পৰা সংগ্ৰহ কৰি মৌ-চাক নিৰ্ম্মাণ কৰাৰ দৰে শ্ৰীশ্ৰীমাধদেৱ পুৰুষে অনেক ভক্তি শাস্ত্ৰ মন্থন কৰি অমিয় ৰসেৰে পৰিপূৰ্ণ যি অবিস্মৰণীয় আৰু কালজয়ী গ্ৰন্থ ৰচনা কৰিলে, যি গ্ৰন্থত সমগ্ৰ জগতবাসীৰ আগত তাৰাই উচ্চস্বৰে ঘোষণা কৰিলে— ভগৱান শ্ৰীকৃষ্ণৰ নামৰ বাহিৰে কলিযুগত জীৱৰ তৰণৰ আৰু আন উপায় নাই—সেই পবিত্ৰ গ্ৰন্থখনিয়ে হ'ল নামঘোষা। কীৰ্ত্তনঘোষাৰ দৰে নামঘোষাৰো প্ৰতিপাদ্য বস্তু ভগৱদ্ভক্তি বা একশৰণ নামধৰ্ম্ম। পৰমভক্তিভাৱে যিজনেই গ্ৰন্থখনি পঢ়িবলৈ লয়, সেইজনেই ভগৱদ্ভক্তি ৰসত আপ্লুত হৈ পৰা দেখা যায়। ক'বলৈ গ'লে নামঘোষা শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষৰ এনে এক অপূৰ্ব্ব কীৰ্ত্তি— য'ত ভাবৰ চৰম, ৰসৰ চৰম, তত্ত্বৰ চৰম ৰূপ মূৰ্ত্তিমান হৈ পৰিছে। সেয়ে হ'লেও ইয়াৰ ৰচনাশৈলীৰ মাজত আপাতদৃষ্টিত কিছুমান পৰস্পৰ বিৰোধী ভাবৰ ঘোষা থকাৰ বাবে গুৰু দুজনাৰ ধৰ্ম্মমতবাদ প্ৰচাৰৰ ক্ষেত্ৰত মনোধৰ্ম্মীসকলে সেইবোৰকে লৈ গুৰু দুজনাক নানাফালে টনা-আঁজোৰা কৰি তাৰাসবৰ শুদ্ধ ধৰ্ম্মমতবাদ বিকৃতভাবে চিত্ৰিত কৰা দেখা যায়। তাৰাসবৰ বহুতো অনুগামীয়ে তাৰাসবক এনেকি

নিৰ্ব্বিশেষ ব্ৰহ্মবাদী হিচাপে চিত্ৰিত কৰি তাৰাসবক মায়াবাদী হিচাপে দেখুৱাই ভাৰতৰ অন্যান্য বৈষ্ণৱ সম্প্ৰদায়ৰ আগত তাৰাসবক যথেষ্ট হেয় প্ৰতিপন্ন কৰাও দেখা যায়। শুদ্ধ মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰৰ ক্ষেত্ৰত ইয়াতকৈ ব্যভিচাৰ আৰু আন একো নাই। ভাৰতৰ আন আন বৈষ্ণৱাচাৰ্য্যসকলৰ সৈতে বিচাৰ বা বিশ্লেষণ কৰি চাবলৈ গ'লে—তাৰাসবৰ ধৰ্ম্মমতবাদৰ ভিতৰত কিছু বিশেষত্ব থকাটো আমি নুই কৰিব নোৱাৰোঁ ; কিন্তু ভাগৱত সিদ্ধান্ত অথবা মূল তত্ত্বলৈ ভাৰতৰ সকলোবোৰ বৈষ্ণৱাচাৰ্য্যৰ মত এক আৰু অভ্ৰান্ত যে তাত কোনো সন্দেহ নাই। যি পৰমসত্য সেইবিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে। দেশ কাল পাত্ৰ অনুযায়ী প্ৰকাশত কিছু তাৰতম্য থাকিব পাৰে। সত্যক অনুভূতি বা উপলব্ধি নকৰাকৈ শুষ্ক পাণ্ডিত্যৰ দ্বাৰা যেতিয়া ভ্ৰম প্ৰমাদ শূন্য বৈষ্ণৱাচাৰ্য্য-সকলৰ বিশুদ্ধ ধৰ্ম্মমতবাদ নিজৰ ক্ষুদ্ৰ বিচাৰ বুদ্ধিৰে বিচাৰ কৰিবলৈ লোৱা হয়, তেতিয়া পদে পদে ভ্ৰম কৰা স্বাভাৱিক। তেতিয়া পৰম ভগৱদ্‌তত্ত্বদৰ্শী বৈষ্ণৱাচাৰ্য্যসকলৰ মাজত বিৰোধ বা বিভেদ পৰি-লক্ষিত হয়। অন্যথায় তাৰাসবৰ মাজত মূল তত্ত্বলৈ কিবা বিশেষত্ব থাকিব পাৰে ; কিন্তু বিৰোধ বা বিভেদ থাকিব নোৱাৰে।

লেখকে আজীৱন মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাৰ একশৰণ নামধৰ্ম্ম অসমৰ বাহিৰে-ভিতৰে প্ৰচাৰ কৰিবলৈ যাওঁতে নাম-ঘোষাৰ কিছুমান ঘোষা লৈ নানাজনে নানান বিকৃত ব্যাখ্যা বা কল্পিত অৰ্থ কৰা দেখি আহিছে। গুৰুজনাই স্বমত প্ৰতিষ্ঠাৰ বাবে স্বকীয় ভাষ্য এখনি ৰচনা কৰি থৈ যোৱাহেঁতেন এই বিকৃত বা কল্পিত ব্যাখ্যা কেতিয়াও সম্ভৱ নহ'লহেঁতেন। সি যি কি নহওক বহুজনৰ লগত আমি আলোচনা প্ৰসঙ্গত এই কথা লৈ সততে খেদ্ কৰা দেখি মহাপুৰুষীয়া ধৰ্ম্মৰ কিছুমান একান্ত ব্ৰতী আৰু আমাৰ প্ৰিয় সেৱকে নামঘোষাৰ টীকা এখনি লিখাৰ ওপৰত গুৰুত্ব দি আমাক তাৰবাবে টানি অনুৰোধ জনাবলৈ ধৰিলে। আমিও

তেওঁলোকৰ সজ পৰামৰ্শ মান্য কৰি আজি প্ৰায় ১০।২০ বছৰ আগৰ পৰাই সেই কামত হাত দিওঁ। আমাৰ বৃদ্ধ অৱস্থাৰ হেতু পাছলৈ লিখাৰ বাবে আমি নিজে কলম ধৰিবলৈ অসৰ্থ হোৱাত আমি সকলো সময়তে আমাৰ অনুজপ্ৰতিম আমাৰ অন্যতম সেৱক মাণিকপুৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰীমান মদনমোহন পাঠকৰ ওপৰত এই কামৰ বাবে নিৰ্ভৰ কৰিবলগীয়া হওঁ। শ্ৰীমানো নানান কামত ব্যস্ত আৰু লিপ্ত থাকিবলগীয়া হোৱাত সকলো সময়তে আমাৰ লগত লাগি থাকিব নোৱৰাত গ্ৰন্থখনি সমাপ্ত কৰোঁতে আশাতীতভাৱে পলম হৈ গ'ল। ইতিমধ্যে গ্ৰন্থখনি লিখাৰ কথা শুনি আমাৰ বহুতো শুভাকাঙ্ক্ষী বন্ধু আৰু একান্ত ভকতে গ্ৰন্থখনি শীঘ্ৰে প্ৰকাশ কৰি উলিয়াবলৈ আমাক বৰকৈ তাগিদ দিবলৈ ধৰিলে। সেইসকলৰ ভিতৰত অসম মাতৃৰ সুসন্তান অসমৰ ৰাজৰ্ষিস্বৰূপ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু পঞ্জাৱৰ ভূতপূৰ্ব ৰাজ্যপাল শ্ৰীমান মহেন্দ্ৰমোহন চৌধুৰীৰ আগ্ৰহ আৰু উৎকণ্ঠা আছিল সৱাতোকৈ বেছি। দুৰাৰোগ্য ৰোগত শয্যাশায়ী হৈ থকা অৱস্থাতো শ্ৰীমানে আমাক লগ পালেই বেজাৰ মনেৰে এই কথাই কৈছিল, “মোৰ জীৱন্ত কালত সম্ভৱতঃ আপোনাৰ নামঘোষাৰ টীকা দেখি যাব নোৱাৰিম।” শ্ৰীমানৰ অন্তিম ইচ্ছা পূৰ্ণ কৰিব নোৱৰাত আমি অতি দুঃখিত। শ্ৰীমানে ইতিমধ্যে গোটেই অসমবাসীক শোক সাগৰত ডুবাই থৈ চিৰদিনৰ বাবে অনন্তধামলৈ গুচি গ'ল। শ্ৰীমানৰ অমৰ আত্মাই চিৰশান্তি লাভ কৰক।

পৰমধাম, নিত্যলীলা ভূমি বৈকুণ্ঠপুৰৰ শ্ৰীনাৰায়ণ আৰু মৰ্ত্য-ভূমিৰ মনুষ্যলীলা বিগ্ৰহধাৰী ভগৱান শ্ৰীকৃষ্ণৰ বাৰ্ত্তাবহ স্বৰূপে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে গুৰুজনাৰ নিৰ্দেশক্ৰমে সহস্ৰ ধৰ্ম্মশাস্ত্ৰৰ সাৰমৰ্ম্ম একশৰণ নামধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে, কোটি কোটি তাপিত জীৱৰ পৰম মঙ্গলৰ বাবে নামঘোষাৰ সদৃশ এখনি অনুপম গ্ৰন্থ ৰচনা কৰি গৈছিল। ভাৰতৰ পূৰ্ব্ব তথা উদয়ৰাজ্যত জগদ্গুৰু

শ্ৰীমন্ত শঙ্কৰদেৱে জন্ম গ্ৰহণ কৰি তাৰাৰ পৰমজ্যোতি তাৰাৰ অভিন্ন হৃদয় স্বৰূপ প্ৰধান শিষ্য মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ ভিতৰেদি প্ৰকাশ কৰি গৈছিল। শ্ৰীশ্ৰীমাধৱদেৱ কৃত নামঘোষা সম্যকৰূপে বুজিলে মাহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্তিত একশৰণ নামধৰ্ম্ম তথা ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ বিশুদ্ধ ধৰ্ম্মমতবাদ বুজিবলৈ আৰু বাকী নাথাকে।

একান্ত ভকতৰ বাহিৰে আমাৰ নিচিনা এজন মহা অপৰাধী জীৱৰ পক্ষে তেনে হেন এখন ভক্তিশাস্ত্ৰৰ সৰলাৰ্থ আৰু ভাবাৰ্থ গুৰুপ্ৰসাদ অথবা ঘোষামৃত স্বৰূপে আনৰবাবে লিখাতো দূৰৰ কথা সেই গ্ৰন্থ নিজে বুজাই কঠিন। তথাপিতো সাধু-সন্ত-মহন্তসকলৰ পৱিত্ৰ পদধূলি শিৰত অভিষেক কৰি আৰু শ্ৰীমন্ত শঙ্কৰ, মাধৱ দুজনা গুৰুৰ অসীম কৃপাৰ ওপৰত ভাৰসা ৰাখি 'নামঘোষা ভাবামৃত' অসমীয়া ৰাইজৰ সম্মুখত দাঙি ধৰিবলৈ আগবঢ়া হ'ল। এই ক্ষুদ্ৰ গ্ৰন্থৰ দ্বাৰা তাৰাসবৰ শুদ্ধ সত্ব ধৰ্ম্মতবাদৰ ওপৰত কিবা নতুন আলোকপাত কৰাৰ ধৃষ্টতা আমাৰ নাই, কিন্তু একশৰণ নামধৰ্ম্মৰ অত্যন্ত পৱিত্ৰ মতবাদ ইয়াৰ জৰিয়তে শুদ্ধভাৱে প্ৰকাশ কৰাৰ এটি সাধু চেষ্টা কৰা হৈছে বুলি আমি নদি ক'ব পাৰোঁ। দোষাদোষ সাধু সমাজে অৱশ্যে মাৰ্জ্জনা কৰিব।

একশৰণ হৰিনাম ধৰ্ম্ম কোনো নতুন ধৰ্ম্ম নহয়। আদি সত্যযুগত জগতত একমাত্ৰ এই ধৰ্ম্মৰেই প্ৰচলন আছিল বুলি ঘোষামুখে পোৱা যায়। দেৱতাসকলে কালক্ৰমত নিজ প্ৰতিষ্ঠা বৃদ্ধি কৰা আৰু অক্ষুণ্ণ ৰখাৰ অৰ্থে কপট ঢাকনি দি ইয়াক গুপ্ত কৰি ৰাখিছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে মায়া মনুষ্যৰূপে মৰ্ত্ত্যালোকলৈ নামি আহি ধৰ্ম্মৰ ৰজা এই "একশৰণ নামধৰ্ম্ম" জগতৰ জীৱৰ উদ্ধাৰৰ হেতু পুনৰ প্ৰচলন কৰিলে।

আদি সত্য যুগে শুদ্ধ ধৰ্ম আছিলেক মাত্ৰ হৰিনাম
দেৱসবে গুপ্ত কৰিলে কৰি কপট।

হেন হৰিনাম ব্যক্ত কৰি সমস্ত লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সবাৰো কপট ॥ (ঘোষা)
পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেৰা
অতি গুপ্ত স্বৰূপে আছিলা।
লোকক কৃপায় হৰি শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিলা ॥ (ঘোষা)

শ্ৰীমাধৱদেৱ পুৰুষে গুৰুভটিমাতো শ্ৰীমন্ত শঙ্কৰদেৱ যে কলিযুগৰ জীৱৰ উদ্ধাৰৰ হেতু জগতত একশৰণ নামধৰ্ম্ম প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰিছিল সেই কথাৰ উক্তি কৰিছে।

কলিযুগ পাপ পয়োধিত সব নৰ
তাৰণ-কাৰণ হেতু ॥
ভকতি ভাণ্ডাৰ দ্বাৰ সব ছোড়ি
মুকুতি কয়লি উদাস।
একশৰণ হৰি নাম ধৰম কহো
ৰাজা কুৰু পৰকাশ ॥ (গুৰু ভটিমা)

গীতাৰ একশৰণ ধৰ্ম্মই বোলক বা ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম কিম্বা ভক্তি ধৰ্ম্মই বোলক, ধৰ্ম্মৰ এই তয়ো ধাৰা পুৰুষোত্তম ভগৱানৰ পৰা গুৰু পৰম্পৰা চলি আহিছে। গীতাত ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত নিজ মুখে কৈছে—

শ্ৰীভগবানুবাচ

ইমং বিবস্বতে যোগং প্ৰোক্তবানমব্যয়ম্।
বিবস্বান্ মনবে প্ৰাহ মনুৰিক্ষাকবেহ ব্ৰবীৎ ॥ ৪।১
এবং পৰম্পৰা-প্ৰাপ্তমিমং ৰাজৰ্ষয়ো বিদুঃ।
স কালেনেহ মহতা যোগো নষ্টঃ পৰন্তপ ॥ ৪।২
স এবায়ং ময়া তেহদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।
ভক্তোঽসি মে সখা চেতি ৰহস্যং হ্যেতদুত্তমম্ ॥ ৪।৩

অৰ্থাৎ শ্ৰীভগৱানে ক'লে, এই অব্যয় যোগ মই প্ৰথমে সূৰ্য্যক

কৈছিলোঁ, সূৰ্য্যই নিজ পুত্ৰ মনুক কৈছিল আৰু মনুৱে নিজ পুত্ৰ ইক্ষ্বাকুক কৈছিল। এইদৰে পুৰুষ পুৰুষানুক্ৰমে এই যোগ ৰাজৰ্ষি-সকলে জানি আহিছিল। হে পৰন্তপ, কালক্ৰমে এই যোগ সংসাৰৰ পৰা বিলুপ্তপ্ৰায় হৈছিল। তুমি মোৰ ভক্ত আৰু সখা, এই কাৰণে সেই পুৰণি যোগ উত্তমগুহ্য তত্ত্ব বুলি তোমাৰ ওচৰত ব্যক্ত কৰিলোঁ।

চতুঃশ্লোকী ভাগৱতৰ ভূমিকা শ্লোক দুটিতো ভগৱান শ্ৰীকৃষ্ণই গুহ্য ভাগৱত ধৰ্ম্ম যে ব্ৰহ্মাদেৱক কৃপাপূৰ্ব্বক দিছিল তাৰ উল্লেখ আছে।

জ্ঞানং পৰমং গুহ্যং মে যদ্বিজ্ঞানং সমন্বিতং।
সৰহস্যং তদঙ্গঞ্চ গৃহান্ গদিতং ময়া॥
যাবানহং যথা ভাবো যদ্ৰূপ গুণ কৰ্ম্মকঃ।
তথৈব তত্ত্ববিজ্ঞানমস্তু তে মদনুগ্ৰহাৎ॥

শ্ৰীভগৱানে ব্ৰহ্মাক ক'লে, হে ব্ৰহ্মণ, অনুভৱ প্ৰেম ভক্তি আৰু সাধন সমন্বিতে তোমাক পৰম গুহ্যজ্ঞানৰ উপদেশ দিওঁ, তুমি তাক গ্ৰহণ কৰা। হে ব্ৰহ্মণ, মোৰ কৃপাৰ বলত মোৰ স্বৰূপ লক্ষণ, ৰূপ-গুণ-লীলাদিৰ পৰম তত্ত্ব তোমাৰ অনুভূতি হওক।

দশমত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে লিখিছে,

শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন মহাভাগৱত কথাসাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক সমস্ত বেদৰে সাৰোদ্ধাৰ॥
শুনা আৰ তত্ত্বভেদ কল্পতৰু ভৈলা বেদ তাৰ ফল মহাভাগৱত।
নাই তাৰ সিঠাছাল নাছিলেক এতকাল স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত॥
স্বাদত অমৃতময় কেৱল আনন্দৰস আছিল পূৰ্ব্বত বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে অৰ্দ্ধেক বয়সে গৈলে পাইলা ব্ৰহ্মা পদ্ম কলপত॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক নাৰদে ব্যাসক আনি দিল।
নগৈল তিলেক ভাগি ইডালে সিডালে লাগি শুক মুখে ভূমিত পৰিল॥

কৰা পান কলো ইটো যাৰ আছে ভাগ্য সিটো ৰস বিভাবনৰ চতুৰ।
সাধু সঙ্গ অনুমতি কৃষ্ণ কথা কৰ্ণে ভৰি সমস্ত আপদ কৰা দূৰ ॥

গতিকে এই একশৰণ নামধৰ্ম্ম তথা ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম গীতা আৰু ভাগৱতৰ প্ৰতিপাদ্য বস্তু আৰু এই ধৰ্ম্ম স্বয়ং শ্ৰীভগৱানৰ পৰা পৰম্পৰা চলি আহিছে। ভাৰতত যিমানবোৰ বৈষ্ণৱ মত বা বৈষ্ণৱ সম্প্ৰদায় আছে, সকলোবোৰে ভাগৱত সিদ্ধান্তক বেদস্বৰূপ জ্ঞান কৰে আৰু সৰ্ব্বমান্য বুলি গ্ৰহণ কৰে।

এইক্ষেত্ৰত শ্ৰীমন্ত শঙ্কদেৱৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মৰ এটি বিশেষত্ব এয়ে যে, তেৰাই ভাগৱত ধৰ্ম্মত প্ৰৱেশৰ এটি সহজ অথচ অপৰিহাৰ্য্য উপায় স্বৰূপে শৰণ বা একশৰণ ব্যৱস্থাৰ ওপৰত অত্যন্ত গুৰুত্ব দিছে। এই ব্যৱস্থামতে পহিলতে ভগৱানত আত্মসমৰ্পণ বা পূৰ্ণ শৰণাগত হৈহে ভকতে ভাগৱত ধৰ্ম্ম আচৰণ কৰিব। ক'বলৈ গ'লে, ভগৱানত শৰণ লোৱাৰ পিছতহে ভাগৱত ধৰ্ম্ম আচৰণত ভকতৰ অধিকাৰ জন্মে। এই শৰণৰ কথা মহাপুৰুষে মূলতঃ গীতাৰপৰাই গ্ৰহণ কৰিছে। শৰণৰ মূল কথা হৈছে, ভগৱানৰ পাদপদ্মত ভকতৰ আত্ম সমৰ্পণ। ভগৱানত আত্ম সমৰ্পণ হ'লে ভকতৰ নিজত্ব বুলিবলৈ আৰু একো নাথাকে। ভগৱদ্ সেৱা ব্যতিৰেকে তেওঁৰ নিজৰ কোনো কৰ্ম্মও থাকিব নোৱাৰে। তেনে একান্ত ভকতৰ সমস্ত দায়িত্ব ভগৱানে অৱশ্যে গ্ৰহণ কৰি থাকে।

ঈশ্বৰ এক আৰু অদ্বিতীয়। তেওঁৰ সমকক্ষ বা তেওঁতকৈ শ্ৰেষ্ঠ আৰু কোনো নাই। তেওঁ ব্ৰহ্মৰূপী সনাতন। সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰো কাৰণ তেৱেঁই। সৃষ্টিৰ আগত তেৱেঁই আছিল আৰু সৃষ্টিৰ অন্তত একমাত্ৰ তেৱেঁই থাকিব। অনন্ত কোটি ব্ৰহ্মাণ্ডৰ মালিকো তেৱেঁই। গতিকে জীৱৰ পক্ষে একমাত্ৰ সেই ঈশ্বৰৰ সেৱা ভক্তি কৰাই কৰ্ত্তব্য। পৃথিৱীৰ সমস্ত দাৰ্শনিক ধৰ্ম্ম এই তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত।

হৰি ভজনৰ উপায় স্বৰূপে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শৰণৰ ওপৰত যিমান গুৰুত্ব দিছে, ভাৰতৰ অন্যান্য বৈষ্ণৱাচাৰ্য্যসকলে

সিমান গুৰুত্ব নিদিয়া যেন লাগে। মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্যদেৱে শৰণৰ কথা উল্লেখ কৰিলেও গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ৰ মাজতো শৰণৰ কোনো ব্যৱস্থা নাই। শৰণৰ পৰিৱৰ্ত্তে ভাৰতৰ কোনো কোনো বৈষ্ণৱ সম্প্ৰদায়ত নাৰদ পাঞ্চৰাত্ৰিক বিধিমতে দীক্ষা গ্ৰহণ কৰাৰ পিছতহে ভক্তি বা ভজন ৰাজ্যত প্ৰবেশৰ বিধান আছে। এই দীক্ষাত নামৰ উপৰি মন্ত্ৰও প্ৰদান কৰা হয়। মন্ত্ৰ গ্ৰহণ নকৰিলে এই বিধিমতে বৈষ্ণৱতা বৰ্ত্তিব নোৱাৰে।

শ্ৰীমন্ত শঙ্কৰদেৱে পাঞ্চৰাত্ৰিক আগমোক্ত বিধানমতে তন্ত্ৰ মন্ত্ৰ লৈ হৰি-ভজনা কৰা ভাগৱতী ধৰ্ম্মৰ পক্ষে বিশেষ অনুকূল নহয় বুলি বৰং ই ভক্তিৰ অন্তৰায় বুলি এই বিধি উপেক্ষা কৰি ঈশ্বৰত একশৰণ লৈ ভাগৱত ধৰ্ম্ম আচৰণ কৰাহে প্ৰকৃত বৈধ আৰু শ্ৰেয় উপায় বুলি নিৰ্ণয় কৰিছে। শৰণৰ কথা গীতাত স্বয়ং শ্ৰীকৃষ্ণ ভগৱানে কৈছে। আনহাতে পাঞ্চৰাত্ৰিক বিধানমতে দীক্ষাৰ ব্যৱস্থা শ্ৰীনাৰদৰপৰা প্ৰাপ্ত। শ্ৰীনাৰদ ভগৱান শ্ৰীকৃষ্ণৰ ভক্তাৱতাৰ বা আবেশ অৱতাৰ। গতিকে নাৰদ পাঞ্চৰাত্ৰ ত্যাগমুক্ত বিধান আৰু গীতাৰ যুক্তিযুক্ততা আৰু প্ৰামাণ্য সম্বন্ধে বিবেচনা কৰিলে গীতাৰ প্ৰামাণ্য যে অগ্ৰাধিকাৰ পাব তাত কোনো সংশয় নাই। তদুপৰি মন্ত্ৰৰ প্ৰাণো হৰি নামহে। হৰি নাম মহামন্ত্ৰ। কীৰ্ত্তনত মহাপুৰুষে লিখিছে,—

হৰি ৰাম হৰি ৰাম এই মূল মন্ত্ৰ।
কলিত নাহি তপ যজ্ঞ যন্ত্ৰ॥

আনহাতে কলিকালত মন্ত্ৰতন্ত্ৰত বহুতো ছিদ্ৰ ওপজে। ফলত নিৰপেক্ষ ভজনত অন্তৰায় আহি পৰে। অধিকন্তু, মন্ত্ৰতন্ত্ৰ দেশ কাল পাত্ৰ দ্ৰব্যাদিৰ যত দোষ হৰি নামে সমূলঞ্চে নিছিদ্ৰ কৰে। কীৰ্ত্তনত,—

তন্ত্ৰ মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ যতেক॥
পূৰ্ণ নুহি যত যজ্ঞৰ অঙ্গ।
হৰি নামে কৰৈ সবে সুসাঙ্গ॥

এতেকে কলিযুগত জীৱৰ পক্ষে শ্ৰৱণ-কীৰ্ত্তনৰ মাজেদি হৰি ভজনেই একমাত্ৰ নিৰপেক্ষ উপায়। অকল নামেই জীৱক ভকতি মুকুতি দিবলৈ সমৰ্থ। সকলো ভক্তি শাস্ত্ৰত এই কথা তাৰস্বৰে ঘোষণা কৰিছে। বৃহন্নাৰদীয় পুৰাণত স্বয়ং শ্ৰীনাৰদেই কৈছে,

হৰেৰ্ণাম হৰেৰ্ণাম হৰেৰ্ণামৈব কেৱলম্।
কলৌ নাস্ত্যেব নাস্ত্যেব নাস্ত্যেব গতিৰন্যথা ॥

কলিত কেৱলমাত্ৰ হৰিনাম হৰিনাম হৰিনামেই [ উদ্ধাৰৰ উপায় ]। এই হৰিনামৰ বাহিৰে কলিকালত জীৱৰ উদ্ধাৰৰ আৰু আন কোনো উপায় নাই—নাই—নাই।

এতিয়া শাস্ত্ৰমতে এই শৰণ আৰু দীক্ষাৰ মাজত কিবা পাৰ্থক্য আছে নেকি চোৱা যাওক।

শৰণ কাক বোলে ?

অনন্য সাধ্যে স্বাভীষ্টে মহা বিশ্বাস পূৰ্ব্বকম্
ওদে কোপয়তা বাঞ্ছা প্ৰপত্তি শৰণোগতি ॥

অষ্ট সিদ্ধিৰ কোনো প্ৰকাৰ উপায় বা অভিষ্ট নাৰাখি দৃঢ় বিশ্বাস পূৰ্ব্বক শ্ৰীকৃষ্ণৰ চৰণত প্ৰপন্ন হৈ প্ৰাৰ্থনা জনালে শৰণাগতি হয়। সাধুসঙ্গত হৰি কথা শুনোতে শুনোতে যেতিয়া চিত্তত এই ভাৱে স্থান লয় যে কৰ্ম্ম-জ্ঞান-যোগাদিত জীৱৰ নিত্যলাভৰ সম্ভাৱনা নাই, কেৱল-মাত্ৰ অনন্য ভাৱত হৰি শৰণাগত হোৱা ব্যতীত জীৱৰ গত্যন্তৰ নাই, তেতিয়াহে বেদ আৰু গুৰুবাক্যত পূৰ্ণবিশ্বাসস্বৰূপ শৰণাগতি হৈছে বুলি জানিব লাগে। আৰৌ,

আনুকূলস্য সঙ্কল্পঃ প্ৰাতিকূলস্য বিৱৰ্জনম্।
ৰক্ষিষ্যতিতি বিশ্বাসো গোপ্তৃত্বে বৰণং তথা।
আত্মনিক্ষেপ কাৰ্পণ্যং ষড়বিধা শৰণাগতিঃ ॥

কৃষ্ণভক্তিৰ অনুকূল বিষয়ৰ গ্ৰহণ, প্ৰতিকূল বৰ্জ্জনত সঙ্কল্প, ভগৱানে মোক ৰক্ষা কৰিব এই বিশ্বাস, তেওঁক পালন কৰ্ত্তা বুলি বৰণ, আত্ম-সমৰ্পণ আৰু দৈন্য—এইকেইটি শৰণাগতৰ লক্ষণ। এই শৰণাগতিৰ

শ্ৰদ্ধা আৰু বিশ্বাস যাৰ চিত্তত উদয় হৈছে, তেৱেঁ ভক্তিৰ অধিকাৰী। এয়ে নিত্য মুক্ত শুদ্ধ, বুদ্ধ জীৱৰ স্বভাৱৰ প্ৰথমাৱস্থা।

এতিয়া অন্যান্য বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত প্ৰচলিত দীক্ষাৰ কথালৈ আহোঁ। প্ৰকৃত দীক্ষা সম্বন্ধে বিষ্ণু যামলত কৈছে,

দিব্যং জ্ঞানং যতো দদ্যাৎ কুৰ্য্যাৎ পাপস্য সংক্ষয়ম্।
তস্মাদীক্ষেতি সা প্ৰোক্তা দেশিকৈস্তত্ত্বকোবিদৈঃ॥

যিহেতু দিব্যজ্ঞান অৰ্থাৎ জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য এই পৰম তত্ত্বজ্ঞান প্ৰদান কৰে আৰু পাপৰাশি অৰ্থাৎ পাপ, পাপমূল, পাপবীজ আদি অবিদ্যা সমূলি বিনাশ কৰে, সেই কাৰণে ভগবদ্ তত্ত্ববিদ্ পণ্ডিতসকলে এই অনুষ্ঠানকে দীক্ষা নামে অভিহিত কৰে। অৰ্থাৎ চতুঃশ্লোকী ভাগৱতৰ জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য এই পৰম গুহ্যতত্ত্বৰ পৰম জ্ঞান আৰু উপদেশৰদ্বাৰা অনন্ত কোটি ব্ৰহ্মাণ্ডৰ পতি শ্ৰীকৃষ্ণ ভগৱন্তৰ শৰণাশ্ৰিত কৰা প্ৰণালীয়ে দীক্ষা। গতিকে শৰণ আৰু দীক্ষাৰ ভিতৰত মূলগত পাৰ্থক্য নামমাত্ৰ কিম্বা যৎসামান্য। গতিকে শৰণ আৰু দীক্ষাৰ কথা লৈ কোনো বাদানুবাদৰ প্ৰয়োজন আমি নেদেখোঁ। অৱশ্যে ভাগৱত ধৰ্ম্মৰ শ্ৰেয়তা আৰু বিশুদ্ধতাৰ ফালৰ-পৰা দীক্ষাতকৈ শৰণৰ গুৰুত্ব অধিক বুলি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেই ভাগৱতী ধৰ্মৰ মাজত দীক্ষাৰ সলনি শৰণৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰা যেন লাগে।

## শ্ৰীমদ্ভাগৱত ধৰ্ম্ম ৰুচিভেদে দুইভাগে বিভক্ত

দ্বেধাহি ভাগৱত সম্প্ৰদায়—প্ৰবৃত্তিঃ। একতঃ সংক্ষেপতঃ শ্ৰীনাৰায়ণাদ্ ব্ৰহ্মা নাৰদাদি দ্বাৰেণ। অন্যতস্তু বিস্তৰতঃ শেষাৎ সনৎ কুমাৰ সাংখ্যায়নাদি দ্বাৰেণ।

এই দুই মূল ৰুচিৰ ওপৰত নিৰ্ভৰ কৰি দুই পৃথক ভাগৱত সম্প্ৰদায়ৰ সৃষ্টি হৈছে। এটিয়ে সংক্ষেপে শ্ৰীনাৰায়ণৰপৰা ব্ৰহ্মা

নাৰদাদিৰদ্বাৰা আৰু অপৰটিয়ে বিস্তাৰিতভাৱে শেষ, সনক সনৎকুমাৰ সাংখ্যায়নাদিৰদ্বাৰা ভাগৱত তত্ত্ব জানিব লাগে।

এই দুই মূল ৰুচিভেদে ভাৰতবৰ্ষৰ আন আন বৈষ্ণৱাচাৰ্য্যসকলৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মৰ লগত মহাপুৰুষীয়া ধৰ্ম্ম বিভেদ হৈ পৰিছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱতৰ সংক্ষিপ্তধাৰা অৰ্থাৎ শ্ৰীনাৰায়ণৰ-পৰা ব্ৰহ্মা নাৰদাদিৰদ্বাৰা প্ৰাপ্ত ভাগৱত ধৰ্ম্ম গ্ৰহণ আৰু প্ৰৱৰ্ত্তন কৰিছিল। সেইবাবে ভাগৱতৰ বসুদেৱ মন্ত্ৰৰ সহিত চতুঃশ্লোকী ভাগৱতত জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য বুলি যি চাৰিটি তত্ত্বৰ কথা শ্ৰীনাৰায়ণে পৰম কৃপাপূৰ্ব্বক ব্ৰহ্মাদেৱক কৈছিল, সেই পৰম গুহ্যতত্ত্বই মহাপুৰুষীয়া ধৰ্ম্মৰ মূল ভিত্তি।

মহাপুৰুষীয়া ধৰ্ম্মমতে শ্ৰীমদ্ভাগৱদগীতাত আদিষ্ট একশৰণ হৈ অৰ্থাৎ দৈৱকীনন্দন শ্ৰীকৃষ্ণৰ চৰণত কায়মনোবাক্যে আত্ম সমৰ্পণ কৰি সাধু সঙ্গত ভাগৱতী ধৰ্ম্ম লাভৰ বাবে অৰ্থাৎ হৰিনাম শ্ৰৱণ-কীৰ্ত্তনৰ জৰিয়তে হৰিত ঐকান্তিক প্ৰেমভক্তি লাভৰ বাবে দৃঢ় যত্ন কৰিব। গতিকে মহাপুৰুষীয়া ধৰ্ম্মৰ বাবে গীতা আৰু ভাগৱতেই প্ৰধান অৱলম্বন। দেশ-কাল-পাত্ৰৰ বিচাৰ বা কোনো নিয়ম, সংযম অথবা বিধি আৰু বিধি-নিষেধৰ বিচাৰ ইয়াত নাই।

একান্ত ভকতৰ পক্ষে একমাত্ৰ বিধি আৰু বিধি নিষেধ হ'ল— কোনোপ্ৰকাৰ ভুক্তি, মুক্তি, সিদ্ধি, মান, পূজা প্ৰতিষ্ঠাৰ আশা নাৰাখি একান্ত চিত্তে শ্ৰীকৃষ্ণ ভগৱানৰ পাদপদ্মত আশ্ৰয় গ্ৰহণেই বিধি আৰু ক্ষুদ্ৰ স্বাৰ্থসিদ্ধিৰ সহায়ক অথচ ভগৱদ্ভক্তিৰ অন্তৰায় হ'ব পৰা আন যি কোনো দেৱ-দেৱীৰ পূজা-সেৱা সম্পূৰ্ণৰূপে বৰ্জ্জনেই হ'ল—বিধি-নিষেধ।

গীতাত আদ্যোপান্ত শৰণৰ কথা আৰু ভাগৱতত আদ্যোপান্ত সাধু সঙ্গত শ্ৰীভগৱানৰ নাম-গুণ-লীলাৰ শ্ৰৱণ-কীৰ্ত্তন মহিমা ব্যক্ত কৰিছে। ভগৱানত ঐকান্তিক প্ৰেমভক্তি লাভৰ বাবে গীতাত আদিষ্ট শৰণ আৰু ভাগৱতত নিৰ্দ্দিষ্ট সাধুসঙ্গত ভগৱানৰ নাম-গুণ-

লীলাৰ শ্ৰৱণ-কীৰ্ত্তন মহিমাৰ আটাইতকৈ সহজ অথচ সৰ্ব্বশ্ৰেষ্ঠ পন্থা বুলি মহাপুৰুষে এই ধৰ্ম্মকেই জীৱৰ কৃত্য বুলি নিৰ্ণয় কৰিছে। ইয়াত তন্ত্ৰাদিৰ মতে মন্ত্ৰ গ্ৰহণৰ কোনো ব্যৱস্থা নাই। এই সম্বন্ধে আমি ইতিপূৰ্ব্বে উল্লেখ কৰিছোঁ। গতিকে ইয়াত সেই কথা দোহৰাৰ প্ৰয়োজন নাই।

ইয়াৰ আগতে আমি ভাগৱতৰ চতুঃশ্লোকী শ্লোকৰ ভূমিকা শ্লোক দুটিৰ উল্লেখ কৰিছোঁ। ভূমিকা শ্লোকত উল্লেখ কৰা 'গদিতং ময়া', 'মদনুগ্ৰহাৎ' এই দুই পদসমষ্টি ভাগৱত ধৰ্ম্মৰ ফালেদি বিচাৰ কৰিবলৈ হ'লে অত্যন্ত তাৎপৰ্য্যপূৰ্ণ। পৰম ভাগৱত জ্ঞান সৃষ্টিকৰ্ত্তা ব্ৰহ্মাদেৱে কেৱল নিজ সাধনা বা যত্ন-চেষ্টাৰ বলত লাভ কৰিবলৈ সমৰ্থ হোৱা নাছিল। এই জ্ঞান ব্ৰহ্মাদেৱৰ প্ৰতি ভগৱান শ্ৰীকৃষ্ণৰ অত্যন্ত কৃপাদৃষ্টি থকাৰ বাবে ভগৱানৰ পৰম অনুগ্ৰহৰ বলতহে ব্ৰহ্মাদেৱে লাভ কৰি কৃতাৰ্থ হৈছিল। তাৰ সহজ অৰ্থ হ'ল— ভাগৱতৰ পৰম গুহ্যজ্ঞান ভকতে কেৱল মাথোঁ নিজ যত্ন-চেষ্টাৰে লাভ কৰা সম্ভৱ নহয়। তেওঁৰ নিজ যত্ন-চেষ্টাৰ লগত ভগৱৎ কৃপা সংযোগ হ'লেহে এই চতুঃশ্লোকী ভাগৱতত উল্লেখ কৰা ভাগৱতৰ গুহ্যতম্ তত্ব জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য—এই চাৰি তত্বৰ সম্যক জ্ঞান ভকতৰ পক্ষে লাভ কৰা সম্ভৱ হয়। বস্তুতঃ এই চতুঃশ্লোকীয়েই ভাগৱতৰ মূলস্বৰূপ। যথা,—

অহমেবাসমেবাগ্ৰে নান্যদ্‌য়ৎ সদসৎ পৰম্।
পশ্চাদহং যদেতচ্চ যোঽৱশিষ্যেত সোঽস্ম্যহম্ ॥ ২।৯।৩২
ঋতেঽৰ্থং যৎ প্ৰতীয়েত ন প্ৰতীয়েত চাত্মনি।
তদ্বিদ্যাদাত্মনো মায়াং যথাভাসো যথা তমঃ ॥ ২।৯।৩৩
যথা মহান্তি ভূতানি ভূতেষুচ্চাৱচেষ্বনু।
প্ৰবিষ্টান্য প্ৰবিষ্টানি তথা তেষু ন তেষ্বহম্ ॥ ২।৯।৩৪
এতাবদেব জিজ্ঞাস্যং তত্বজিজ্ঞাসুনাত্মনঃ।
অন্বয়ব্যতিৰেকাভ্যাং যৎ স্যাৎ সৰ্ব্বত্ৰ সৰ্ব্বদা ॥ ২।৯।৩৫

অর্থাৎ মহা প্রলয়ত ময়ে আছিলোঁ। কার্য্য-কাৰণাতীত ব্রহ্মবস্তু ময়েই। সৃষ্টিৰ পিছতো ময়েই থাকোঁ। জগত মোৰপৰা ভিন্ন নহয়। প্রলয়ৰ পিছত ময়ে থাকিম। (অর্থাৎ আদি, মধ্য আৰু অন্তত মোৰেই অস্তিত্ব বর্ত্তমান।)

যেনেকৈ চন্দ্র-সূর্য্যাদি জ্যোতিষ্মান পদার্থৰ প্রতিবিম্ব আৰু অন্ধকাৰ চন্দ্র-সূর্য্যাদিৰপৰা দূৰদেশত চকুৰদ্বাৰা প্রতীতি হয় অথচ চন্দ্র-সূর্য্যাদি নাথাকিলে যিবোৰৰ নিজৰ কোনো অস্তিত্ব নাই, ঠিক সেইদৰে মোত বহির্মুখ ব্যক্তিসকলে মোক সুবুজি যাক বুজে আৰু মোক বুজিলে যাক বুজা নাযায় আৰু মোৰ সৈতে সম্বন্ধ ব্যতীত যাৰ কোনো অস্তিত্ব নাথাকে, সেই বস্তুই মোৰ মায়া। দেৱ-মনুষ্যাদি জীৱদেহ আকাশাদি মহাভূতৰ দ্বাৰা গঠিত। এতেকে আকাশাদি মহাভূত ইয়াত প্রৱিষ্ট। আকৌ জীৱদেহৰ বাহিৰেও অন্যত্র আকাশাদি বর্ত্তমান, গতিকে তাত অপ্রৱিষ্টও সঁচা। ঠিক সেইদৰে ময়ো সকলোৰ ভিতৰত আৰু বাহিৰত আছোঁ বুলি সকলোৰে মাজত প্রৱিষ্টও সঁচা, অপ্রৱিষ্টও সঁচা।

পৰমাত্মা ভগৱান বিশ্বকার্য্যত সর্ব্বত্র আৰু সকলো সময়তে বর্ত্তমান আছে আৰু প্রলয়কালত সকলো ধ্বংস হৈ গ'লেও একমাত্র তেৱেঁই বর্ত্তমান থাকিব। যিসকলে ভগবদ্ তত্ত্ব জানিবলৈ বাঞ্ছা কৰে, তেওঁলোকে গুৰুৰপৰা সেই বস্তুৰে শিক্ষা লাভ কৰিব—যি বস্তু বা তত্ত্বৰ জ্ঞান লাভ সর্ব্বদায় আৰু সকলো অৱস্থাতে সম্ভৱপৰ হয়।

ভাগৱতৰ ২য় স্কন্ধত মহাপুৰুষ শ্রীমন্ত শঙ্কৰদেৱে চতুঃশ্লোকী ভাগৱতৰ পদানুবাদ এইদৰে কৰিছে—

ব্রহ্মাৰ প্রার্থনা শুনি কৃষ্ণ নিগদতি।
চতুঃশ্লোকে ভাগৱত লোৱা প্রজাপতি॥
জগতৰ পূর্ব্বে মই মাত্র থাকো জান।
কার্য্য কাৰণৰ কিছু নাছিলেক আন॥

মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত ।
দেখা শুনা মানে সৱে মঞি বিচাৰত ॥
মঞি মাত্ৰ অৱশেষে থাকোহো অস্তত ।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত ॥
অৱস্তুক দেখাৱয় বস্তুক আবৰি ।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি ॥
নেথাকিতো দেখি যেন চন্দ্ৰমা উদয় ॥
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৰ কৰি ঈশ্বৰক ।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥
যেন মহাপঞ্চ ভূতে কৰিয়া নিৰাস ।
স্থাবৰ জঙ্গম সদা কৰয় প্ৰকাশ ॥
ময়ো সেহিমতে আছো জগতকে ব্যাপি ।
তাৰ দোষ গুণে মোক নোছোৱে তথাপি ॥
হেন মোক বিচাৰিবে সাধুৰ সঙ্গত ।
জ্ঞান বিজ্ঞান তেবে হৈবেক বেকত ॥
শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি ।
আকেসে কৰিবা মাত্ৰ বিবক্ষ্যা সম্প্ৰতি ॥
যিটো তনু তযু আগে কৰিছো বেকত ।
এহি মোৰ নিজৰূপ কৈলো স্বৰূপত ॥
সৃষ্টি স্থিতি আদি মোৰ লীলা অনুপাম ।
ব্ৰাহ্মণ্য শৰণ্য আদি গুণ আৰো নাম ॥
তযু আগে চাৰি শ্লোক কৈলো ভাগৱত ।
মোৰ আশীৰ্ব্বাদে সবে হৈবে কণ্ঠগত ॥
সাৱধান মনে মোৰ ধৰা এহিমত ।
শ্ৰৱণ কীৰ্ত্তন কৰা লোকত বেকত ॥
কৰিয়ো প্ৰচাৰ এই ভাগৱত গ্ৰন্থ ।
লোকত বিদিত হোক মোৰ ভক্তি পন্থ ॥

মহাপুৰুষৰ অনূদিত চতুঃশ্লোকী ভাগৱতৰ তাৎপৰ্য্য এই যে, ভগৱানৰ নাম-গুণ-লীলা শ্ৰৱণ-কীৰ্ত্তনেই পৰম বস্তু আৰু জীৱৰ একমাত্ৰ নিত্য ধৰ্ম্ম। সমগ্ৰ ভাগৱতৰে প্ৰতিপাদ্য বস্তু এয়ে। ভগৱানে ব্ৰহ্মাক এই নিত্য বস্তু কৃপাপূৰ্ব্বক প্ৰদান কৰি এই বস্তু সাৱধানে জগতত প্ৰচাৰ কৰিবলৈ আদেশ কৰিছে। জগতত ভক্তিপন্থ এইদৰে প্ৰচাৰ লাভত ভগৱানৰো এক মহৎ অভিপ্ৰায় নিহিত আছে। চতুঃশ্লোকী ভাগৱতৰ জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য— এই চাৰিটি পৰম গুহ্যতত্ত্বৰ ভিতৰেদি ভগৱানে সমগ্ৰ ভাগৱতৰ প্ৰতিপাদ্য বস্তুকেই ব্ৰহ্মাৰ ওচৰত ব্যক্ত কৰিছে।

ভগৱান ত্ৰিকাল সত্য। তেওঁ সৃষ্টিৰ পূৰ্ব্বতো আছিল, সৃষ্টিৰ মধ্যতো বৰ্ত্তমান আৰু মহাপ্ৰলয়ত সৃষ্টি ধ্বংস হোৱাৰ পিছতো থাকিব। সৃষ্টি, স্থিতি আৰু প্ৰলয় তত্ত্বদ্বাৰা প্ৰণৱৰ অৰ্থ সূচনা কৰিছে। এই তত্ত্বৰ সম্যক উপলব্ধিয়েই জ্ঞান।

ত্ৰিকাল সত্য ভগৱানক ভগৱানৰ মায়াই আবৃত কৰি ৰখাৰ কাৰণে বস্তুত অবস্তু আৰু অবস্তুত বস্তুৰ প্ৰতীতি হয়। এই সুদুস্তৰা দৈৱী মায়া ভেদ কৰি ঈশ্বৰক অনুভূতি কৰা বা ঈশ্বৰ দৰ্শন কৰাই বিজ্ঞান।

ঈশ্বৰক দৰ্শন তথা জ্ঞান-বিজ্ঞানৰ পূৰ্ণ অধিকাৰী হ'বলৈ হ'লে, একমাত্ৰ উপায়—প্ৰেম ভকতি। হৃদয়ত ঈশ্বৰৰ প্ৰতি প্ৰেম ভকতি উৎপন্ন হ'লেহে ঈশ্বৰ দৰ্শন সম্ভৱ হয়। এই ঈশ্বৰ প্ৰেম বা ঈশ্বৰ ভক্তিয়েই হ'ল ৰহস্য। সেই প্ৰেম ভকতি উৎপন্ন কৰাৰ একমাত্ৰ উপায় হ'ল—ভগৱানৰ নাম-গুণ-লীলাদিৰ শ্ৰৱণ-কীৰ্ত্তন। ভাগৱতৰ ভাষাত সেয়েই তদঙ্গ।

চতুঃশ্লোকী ভাগৱতৰ প্ৰতিপাদ্য জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য—এই চাৰি গুহ্যতম্ তথ্যই মহাপুৰুষীয়া ধৰ্ম্মত গুৰু, দেৱ, নাম, ভকত স্বৰূপে আত্ম প্ৰকাশ কৰিছে।

তত্ত্ব দৰ্শনৰ কাৰণে সাধকে ভক্তিমাৰ্গত কিভাৱে অগ্ৰসৰ হ'ব, সেই বিষয়ে মহাপুৰুষে কীৰ্ত্তনত সুন্দৰভাৱে ব্যক্ত কৰিছে।

কৃষ্ণৰ চৰণে হৈবে যিমতে ভকতি।
শুনা সাৱধানে তাক স্থিৰ কৰি মতি॥
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে।
লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃতি মানে কৃষ্ণতে অৰ্পিব॥
কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈবে মন।
সৰ্ব্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন॥
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত॥
হেন জানি প্ৰাণাধিক কৰিব সৎকাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক তোমাৰ॥
হৰিৰ সেৱাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈৱন্ত হৰি হৃদয়ত বাস॥

এই পদেও সাধু সঙ্গকেই হৰি ভজনৰ প্ৰধান সহায়ক বুলি নিৰ্ণয় কৰিছে। এই কাৰণে মহাপুৰুষীয়া ধৰ্ম্মমতে যি প্ৰকৃত বিষ্ণু ভকত তেওঁকেই গুৰু মানি তেওঁৰ উপদেশমতে ধৰ্ম্ম আচৰণ কৰাৰ বিধি সুনিৰ্দিষ্ট আছে। গুৰু লাভ হোৱাৰ পিছতহে গুৰুৰ সেৱা-শুশ্ৰূষাৰ ভিতৰেদি শ্ৰীকৃষ্ণত সকলো সমৰ্পণ কৰি অৰ্থাৎ একশৰণ হৈ আৰাধ্য দেৱতা স্বৰূপে শ্ৰীকৃষ্ণক আৰাধনা কৰিব। কৃষ্ণক পাবলৈ হ'লে কৃষ্ণৰতি বা কৃষ্ণত প্ৰেম-ভকতিৰ প্ৰয়োজন। এই কৃষ্ণৰতি বা প্ৰেম-ভকতি ভকতৰ অন্তৰত উদয় হয় একমাত্ৰ নামৰ বলত। সেইবাবে গুৰু, দেৱ, নাম, ভকত—মহাপুৰুষীয়া তথা শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ মূল অৱলম্বন। সেই কথা আমি আগতেও উল্লেখ কৰিছোঁ।

সাধুসঙ্গই ঈশ্বৰ ভক্তিৰ মূল। ভগৱানৰ ব্যক্ত আৰু অব্যক্ত স্বৰূপৰ সম্পূৰ্ণ উপলব্ধি কৰিবৰ একমাত্ৰ উপায় সাধুসঙ্গ আৰু কৃষ্ণনাম।

চতুঃশ্লোকী ভাগৱতৰ পদানুবাদত মহাপুৰুষে লিখিছে,

হেন মোক বিচাৰিব সাধুৰ সঙ্গত।
জ্ঞান বিজ্ঞান ভেবে হৈবেক বেকত॥
শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আবেসে কৰিবা মাত্ৰ বিবক্ষ্যা সম্প্ৰতি॥

তাৰাসৱৰ লিখনিত আৰু পোৱা যায়,—"বিনা গুৰু চৰণে ভকতি ৰকতি মুকুতি কবহু ন হোই।"

এইবোৰ পদে সাধুসঙ্গ আৰু শ্ৰীগুৰু সেৱাৰ ওপৰত ঈশ্বৰ ভকতি তথা ঈশ্বৰ প্ৰাপ্তি যে নিৰ্ভৰ কৰে সেই কথা স্পষ্টভাৱে কৰিছে। এই কাৰণে মহাপুৰুষীয়া ধৰ্ম্মমতে গুৰু, দেৱ, নাম, ভকত—এই চাৰি বস্তুৰ বুজনিয়েই হ'ল একশৰণ। পৰমাৰ্থ বিচাৰত গুৰু চাৰ্চ্চনিমতে গুৰু, দেৱ, নাম ভকত চাৰি বস্তুৰূপে প্ৰকাশ পালেও প্ৰকৃততে এক তত্ব বস্তুৱেই চাৰিভাগে আত্মপ্ৰকাশ কৰিছে।

ভাগৱত ধৰ্ম্মক অৱলম্বন কৰি ভাৰতত যি চাৰিটা মূল বৈষ্ণৱ সম্প্ৰদায় গঢ়ি উঠিছে, সেই সম্প্ৰদায়কেইটি হ'ল শ্ৰী (ৰামানুজ), ব্ৰহ্ম (মাধৱাচাৰ্য্য), ৰুদ্ৰ (নিম্বকাচাৰ্য্য) আৰু সনক (বিষ্ণুস্বামী)।

ৰামনুজাচাৰ্য্যই বিশিষ্টাদ্বৈতবাদ প্ৰৱৰ্ত্তন কৰে। এওঁৰ মতে জীৱ, জগত, ব্ৰহ্ম—তিনিও সত্য, কিন্তু জীৱ আৰু জগত অপেক্ষা ভগৱান পৰম সত্য। এওঁৰ উপাস্য দেৱতা লক্ষ্মী-নাৰায়ণ আৰু এওঁৰ বেদান্ত-ভাষ্যৰ নাম শ্ৰীভাষ্য।

মাধৱাচাৰ্য্য দ্বৈতবাদৰ প্ৰৱৰ্ত্তক। এওঁৰ মতে জীৱ, জগত আৰু ব্ৰহ্ম ভিন্ন। যদিওবা ব্ৰহ্মই জীৱৰ সত্তা তথাপি জীৱত্বকৈ ব্ৰহ্ম পৃথক। সেই জীৱ অসংখ্য আৰু অণু। এওঁৰ উপাস্য দেৱতা শ্ৰীকৃষ্ণ আৰু এওঁৰ বেদান্ত ভাষ্যৰ নাম পূৰ্ণপ্ৰাজ্ঞ ভাষ্য।

নিম্বকাচাৰ্য্য আৰু বিষ্ণুস্বামীয়ে ক্ৰমে দ্বৈতাদ্বৈত আৰু শুদ্ধাদ্বৈত ভাষ্য নামেৰে পৃথক পৃথক বেদান্তৰ ভাষ্য প্ৰণয়ন কৰে। নিম্বকাচাৰ্য্যৰ মতে জীৱ, জগত আৰু ঈশ্বৰ ভিন্ন হ'লেও জীৱ জগতৰ স্বতন্ত্ৰ অস্তিত্ব নাই, ঈশ্বৰক অৱলম্বন কৰিহে এই দুয়ো আছে। মূল পৰমেশ্বৰৰ মাজতেই জীৱ আৰু জগতৰ সূক্ষ্মতত্ত্ব অন্তৰ্ভুক্ত আছে।

বিষ্ণুস্বামীৰ মতে জীৱ, জগত আৰু ব্ৰহ্ম প্ৰত্যেকে ভিন ভিন। যদিও শাস্ত নিৰ্ব্বাকাৰী জীৱ ঈশ্বৰতকৈ ভিন নহয়, তথাপি ই ঈশ্বৰৰ বিভূতিহে। এওঁলোকৰ দুয়োৰে উপাস্য দেৱতা ৰাধাকৃষ্ণ।

আগতেই উল্লেখ কৰি অহা হৈছে, মহাপ্ৰভু শ্ৰীশ্ৰীচৈতন্যদেৱে নিজে কোনো ভাষ্য প্ৰণয়ন কৰিলেও তেওঁৰ প্ৰশিষ্য ৺বলদেৱ বিদ্যাভূষণে গোবিন্দ প্ৰণয়ন কৰি চৈতন্য সম্প্ৰদায়ক অচিন্ত্য ভেদাভেদ-বাদত প্ৰতিষ্ঠিত কৰে।

উপৰোক্ত বৈষ্ণৱাচাৰ্য্যসকলে বেদান্তৰ অভ্ৰান্ত ভাষ্য ভাগৱত থকা বুলি জানিও প্ৰত্যেকে স্বকীয়া স্বকীয়া ভাষ্য প্ৰণয়ন কৰি নিজ নিজ মতবাদ প্ৰতিষ্ঠা কৰাত একে ভাগৱত ধৰ্ম্মৰ ভিতৰত নানান সাম্প্ৰদায়িকতাৰ সৃষ্টিহে মাথোন হ'ল। ফলত বিভিন্ন সম্প্ৰদায়ৰ মাজত বিভেদ সৃষ্টিত সুবিধা ঘটিল আৰু কালক্ৰমত তেওঁলোকৰ অনুগামীসকলে পৰম ঈশ্বৰতত্ত্বতকৈ বিভেদ ভাৱৰ কথাবোৰতহে গুৰুত্ব দিবলৈ ধৰা পৰিদৃষ্ট হ'ল।

ভগৱত তত্ত্বৰ দৰে জীৱতত্ত্বও অচিন্ত্য। ভগৱানৰ বিশেষ কৃপা ব্যতিৰেকে এই তত্ত্ব উপলব্ধি কৰা জীৱৰ পক্ষে সম্ভৱ নহয়। উল্লিখিত বৈষ্ণৱাচাৰ্য্যসকলে জীৱতত্ত্ব লৈয়ে অশেষ যুক্তিতৰ্কৰ অৱতাৰণা কৰিছে। উপনিষদত দ্বৈত আৰু অদ্বৈত উভয় মতবাদৰে কথা আছে। সেইদৰে শ্ৰীমদ্ভাগৱত আৰু শ্ৰীমদ্ভাগৱদগীতাতো দ্বৈত আৰু অদ্বৈত উভয় মতবাদৰ কথা আছে। জীৱতত্ত্ব সম্বন্ধে ভগৱান শ্ৰীকৃষ্ণই গীতাত নিজমুখে কৈছে—

আশ্চৰ্য্যবৎ পশ্যতি কশ্চিদেনমাশ্চৰ্য্যবদ্
বদতি তথৈব চান্যে।

আশ্চৰ্য্যবচ্চৈনমন্যঃ শৃণোতি শ্রুত্বা পেম্যনং
বেদ ন চৈব কশ্চিৎ ॥ ২।২৯

অৰ্থাৎ কোনোৱেবা এই আত্মাক আশ্চৰ্য্য যেন দেখে, কোনোৱেবা এই আত্মাক আশ্চৰ্য্য বুলি বৰ্ণনা কৰে আৰু কোনোৱেবা এই আত্মাক আশ্চৰ্য্য বুলি শ্রৱণ কৰি থাকে, কোনোৱে আকৌ এইদৰে শ্রৱণ কৰিও এই আত্মাক জানিব নোৱাৰে।

আত্মাতত্ত্ব অত্যন্ত দুৰ্জ্ঞেয়। অচিন্ত্য বস্তু বুলিয়েই আত্মাতত্ত্ব লৈ নানান মতভেদৰ কাৰণ পৰিলক্ষিত হয়। উল্লিখিত শ্লোকত আত্মাক কিবা এক আশ্চৰ্য্য সত্তা বুলি কৈছে। বেদান্তাদি শাস্ত্ৰতো যিদৰে আত্মাৰ স্বৰূপ বৰ্ণনা কৰিছে, সেইবোৰ পঢ়িলে আত্মা বাস্তৱিকপক্ষে কিবা আশ্চৰ্য্যবৎ বুলি অনুভূত, উপদিষ্ট আৰু শ্রুত হোৱা যেন লাগে। যেনে,—"অণুৰণীয়ান্ মহতো মহীয়ান্" আত্মা অণুতকৈও অণু আৰু মহানতকৈও মহান। সেইদৰে—"অন্যত্ৰ ধৰ্ম্মাদন্যত্ৰা ধৰ্ম্মাদন্যত্ৰাস্মাৎ কৃতাকৃতাৎ। অন্যত্ৰ ভূতাচ্চ ভব্যাচ্চ"—আত্মাধৰ্ম্মৰপৰাও পৃথক, অধৰ্ম্মৰপৰাও পৃথক বা স্বতন্ত্ৰ। কাৰ্য্যৰপৰাও স্বতন্ত্ৰ, কাৰণৰপৰাও ব্যতিৰিক্ত, অতীতৰপৰাও ভিন্ন, ভৱিষ্যতৰপৰাও অন্য। "ন সৎ ন চাসৎ শিৱ এৱ কেৱলং" তেওঁ সৎও নহয়, অসৎও নহয়, কেৱল শিৱ। এই আত্মা অচিন্ত্য অৰ্থাৎ ইন্দ্ৰিয়াদিৰ অগোচৰ বুলিয়েই অদ্বৈত দ্বৈত্য আদি বহুতো মতভেদৰ কাৰণ হৈছে।

উল্লিখিত বৈষ্ণৱাচাৰ্য্যসকলে এই সকলোবোৰ কথা জানিও আত্মাতত্ত্ব লৈ নানান বিভেদ সৃষ্টি কৰি ঘোৰ সাম্প্ৰদায়িকতাৰ পৰিচয় দিছে। অদ্বৈতবাদী আচাৰ্য্যই দ্বৈতবাদ মূলক কোনো শ্লোক পালেই তাৰ অদ্বৈত্য ভাৱৰ অৰ্থ কৰি অদ্বৈতবাদ স্থাপন কৰাৰ চেষ্টা কৰা পৰিদৃষ্ট হয় আৰু আনহাতে দ্বৈতবাদী কোনো আচাৰ্য্যই অদ্বৈতবাদমূলক শ্লোকৰ সম্মুখীন হ'লে সেইদৰে অদ্ভূত যুক্তিতৰ্কৰ মেৰজালেৰে দ্বৈতবাদ স্থাপন কৰাৰ প্ৰয়াস কৰা দেখা যায়।

এইখিনিতে বিশেষ মন কৰিবলগীয়া কথা এয়ে যে, উপৰোক্ত

বৈষ্ণৱাচাৰ্য্যসকলে ব্ৰহ্মসূত্ৰ বা বেদান্তসূত্ৰৰ ওপৰত স্বমত স্থাপন কৰিবৰ কাৰণে যিমান গুৰুত্ব দিছে বা যেনেদৰে দৃষ্টিপাত কৰিছে, সমস্ত উপনিষদ সাৰ শ্ৰীমদ্ভাগৱদগীতাৰ ওপৰত সিমান গুৰুত্ব নিদিয়া বা বিশেষ লক্ষ্য নকৰা যেন লাগে।

ব্যাসদেৱে সমস্ত উপনিষদৰ বিৰোধবাক্যসমূহ ভঞ্জন কৰি যিদৰে ব্ৰহ্মসূত্ৰ বা বেদান্তদৰ্শন প্ৰণয়ন কৰে, সেইদৰে বেদান্ত দৰ্শনৰ ভাষ্য বা বিস্তাৰিত ব্যাখ্যা স্বৰূপে তেৱেঁই আকৌ ভাগৱতো ৰচনা কৰে। অথচ উপৰোক্ত বৈষ্ণৱাচাৰ্য্যসকলে ব্যাসভাষ্য ভাগৱত থকা সত্বেও নিজে নিজে স্বকীয়াকৈ ভাষ্য ৰচনা কৰি স্বমত প্ৰতিষ্ঠা কৰিছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ কিন্তু ইয়াৰ ব্যতিক্ৰম। তাৰাই বেদান্ত-সূত্ৰৰ অভ্ৰান্ত ব্যাসভাষ্য ভাগৱতকে প্ৰামাণ্য স্বীকাৰ কৰি নিজ মতবাদ প্ৰতিষ্ঠা কৰিছে। সেইবাবে তাৰাৰ প্ৰৱৰ্ত্তিত ধৰ্ম্ম উল্লিখিত শ্ৰী, ব্ৰহ্ম, ৰুদ্ৰ আৰু সনক এই চাৰি সম্প্ৰদায়ৰ এটিৰ ভিতৰতো নপৰে। তাৰাই স্বতন্ত্ৰভাৱে গীতাৰ একশৰণ আৰু ভাগৱতৰ হৰিনাম শ্ৰৱণ, কীৰ্ত্তন, ভজনধৰ্ম্ম তথা ভক্তিধৰ্ম্ম মিলাই একশৰণ নামধৰ্ম্ম প্ৰৱৰ্ত্তন কৰে। তাৰাৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মত শৰণৰ ওপৰত অধিক গুৰুত্ব আৰু ভক্তিৰ ওপৰত তদ্ৰূপ প্ৰাধান্য দিয়া হৈছে। অন্যান্য বৈষ্ণৱা-চাৰ্য্যসকলে যিস্থলত দ্বৈতবাদ, অদ্বৈতবাদ লৈ নানান যুক্তিতৰ্কৰ মাজত সোমাই পৰে, মহাপুৰুষে কিন্তু দ্বৈতবাদ, অদ্বৈতবাদ কোনোটিকে খণ্ডন কৰিবলৈ যোৱা নাই। কাৰণ এই দুয়ো মতবাদ গীতা, ভাগৱত আৰু বেদৰ প্ৰতিপাদ্য। ভগৱানৰ অচিন্ত্য শক্তি, তেওঁৰ পক্ষে দ্বৈত, অদ্বৈত সকলো সম্ভৱ হয়। গতিকে দ্বৈত, অদ্বৈত লৈ যুক্তিতৰ্কৰ অৱতাৰণা নিৰৰ্থক। তথাপি মহাপুৰুষৰ গ্ৰন্থাদি গভীৰভাৱে অধ্যয়ন কৰিলে আৰু ভাগৱতৰ চতুঃশ্লোকীৰ পৰম ৰহস্য আৰু গভীৰ তত্ত্বৰ অনুসন্ধান কৰিলে এই কথা নিশ্চিতভাৱে স্বীকৃত হয় যে অদ্বয় তত্ত্বই শ্ৰীভগৱান। সেইবাবে 'সৰ্ব্বং খল্বিদং ব্ৰহ্ম', 'ইদং বিষ্ণুময়ং জগৎ', 'বাসুদেৱ সৰ্ব্বমিতি' ;—এই অদ্বয় তত্ত্ব স্বীকাৰ

কৰি আৰু অদ্বৈতবাদ আশ্ৰয় কৰি তাৰাই পৰতত্ত্বমূলক প্ৰেমভক্তি ৰহস্য বৰ্ণনা কৰি গৈছে। বস্তুতঃ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অদ্বৈতবাদী আছিল। কিন্তু তাৰাৰ অদ্বৈতবাদ নিৰ্ব্বিশেষ অদ্বৈতবাদ নহৈ সবিশেষ অদ্বৈতবাদ আছিল। শ্ৰীমদ্‌শঙ্কৰাচাৰ্য্য প্ৰভুই, বৌদ্ধমত খণ্ডন কৰিবৰ কাৰণে নিৰ্ব্বিশেষ অদ্বৈতবাদ স্থাপন কৰিছিল। নিৰ্ব্বিশেষ অদ্বৈতবাদ মতে ব্ৰহ্ম নিশক্তি, নিষ্ক্ৰিয়। ব্ৰহ্মাই বিবৰ্ত্ত হৈ জীৱ জগত ৰূপে প্ৰকাশ হয়, যেনেকৈ দুগ্ধ দধি ৰূপে বিবৰ্ত্ত হয়। এই বিবৰ্ত্তবাদেই মায়াবাদ। পৰৱৰ্ত্তী বৈষ্ণৱাচাৰ্য্যসকলে এই মতবাদক প্ৰচ্ছন্ন বৌদ্ধমতবাদ বুলি আখ্যা দিছে। শঙ্কৰাচাৰ্য্যই যি বৌদ্ধ মতবাদ খণ্ডন কৰিবৰ অৰ্থে নিৰ্ব্বিশেষ অদ্বৈতবাদ স্থাপন কৰিলে মূলত সেই শঙ্কৰাচাৰ্য্যৰ মত আৰু বৌদ্ধমতৰ পাৰ্থক্য বুলিবলৈ প্ৰায় একো নাথাকে। এইবাবে এই মতবাদক প্ৰচ্ছন্ন অৰ্থাৎ গুপ্ত বা আবৃত বৌদ্ধবাদ বোলা হৈছে। আচলতে শ্ৰীশঙ্কৰাচাৰ্য্য প্ৰভু নিজে মায়াবাদী নাছিল। সৃষ্টি ৰক্ষাৰ কাৰণে একমাত্ৰ ভগৱানৰ আদেশত মহাদেৱৰ অৱতাৰ শঙ্কৰাচাৰ্য্যই মায়াবাদ জগতত প্ৰচাৰ কৰিছিল। ভকতি বিৰোধী বুলি এই মতবাদ ভকতসকলৰ পক্ষে সমাজৰ যোগ্য নহয়।

আগতেই উল্লেখ কৰা হৈছে, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ সবিশেষ অতদ্বৈবাদৰ সমৰ্থক। সবিশেষ অদ্বৈতবাদত ব্ৰহ্ম সক্ৰিয়, সৰ্ব্ব-শক্তিমান। ইয়াৰ মতে ব্ৰহ্মাই বিবৰ্ত্ত হৈ জীৱ জগত ৰূপে প্ৰকাশ হোৱাৰ কোনো প্ৰয়োজন নাই। ঈশ্বৰে নিজ ঈক্ষণ শক্তিৰ বলতহে মায়াময় জীৱ জগত সৃষ্টি কৰে। অত্যন্ত পৰিতাপৰ কথা, মহাপুৰুষ মতবাদ সম্বন্ধে আলোচনা কৰিবলৈ গৈ তাৰাৰ অনুগামী বহুতো লব্ধপ্ৰতিষ্ঠ পণ্ডিতেও তাৰাক নিৰ্ব্বিশেষ ব্ৰহ্মবাদী হিচাপে চিত্ৰিত কৰি ভাৰতৰ অন্যান্য বৈষ্ণৱমতাৱলম্বী লোকৰ মাজত তাৰাক হেয় প্ৰতিপন্ন কৰা দেখা যায়। এই কথা আমি পূৰ্ব্বতেও উল্লেখ কৰিছোঁ।

পূৰ্ব্বে কোৱা হৈছে, মহাপুৰুষীয়া ধৰ্ম্মত গীতা আৰু ভাগৱতৰ অবিচ্ছেদ্য সম্বন্ধ। গীতাৰ একশৰণ ধৰ্ম্মক আশ্ৰয় কৰিহে ভকতে ভাগৱতধৰ্ম্ম আচৰণ কৰাৰ বিধি মহাপুৰুষীয়া ধৰ্ম্মত সুনিৰ্দ্দিষ্ট আছে। বিশেষতঃ গীতাৰ অষ্টাদশ অধ্যায়ত শ্ৰীভগৱানে তেওঁৰ প্ৰিয় ভক্ত অৰ্জ্জুনক সমগ্ৰ সাৰ স্বৰূপে যিবোৰ তত্ত্বজ্ঞানৰ উপদেশ দিছে, ভাগৱতৰ একাদশ স্কন্ধ সপ্তম অধ্যায়ৰপৰা ঊনত্ৰিংশতম অধ্যায়লৈ ভগৱানে উদ্ধৱক অবিকল সেই তত্ত্ব জ্ঞানৰেই উপদেশ দিছে।

এতেকে গীতাৰ নিষ্কাম কৰ্ম্মযোগ, সৰ্ব্বভূতে ভগৱদ্ ভাৱ, ভগৱানত আত্মসমৰ্পণ বা একশৰণ, সৰ্ব্বকৰ্ম্ম আৰু সৰ্ব্বকৰ্ম্ম ফল ঈশ্বৰত সমৰ্পণ ইত্যাদি কথা ভাগৱততো প্ৰতিধ্বনিত হোৱা শুনা যায়। কিন্তু গীতাত অন্তৰ্ভুক্ত নোহোৱা ব্ৰজলীলা আৰু ৰাস পঞ্চাধ্যায়ৰ কথা একমাত্ৰ ভাগৱতহে পোৱা যায়। শান্ত, দাস্য, সখ্য, বাৎসল্য, মধুৰ, এই পাঁচটি মুখ্য আৰু স্থায়ী ভাৱৰ ভিতৰত শান্ত আৰু দাস্য ভাৱৰ আচৰণ মহাভাৰত, গীতা আৰু আন আন সকলো ভক্তি শাস্ত্ৰতে অৱশ্য কৰ্ত্তব্য বুলি নিৰ্দ্দিষ্ট আছে, কিন্তু সখ্য, বাৎসল্য আৰু মধুৰ ভাৱৰ কথা ভাগৱতৰ ব্ৰজলীলাৰ বাহিৰে অইন ক'তো নাই। পৰম ভাগ্যৱান অত্যন্ত উচ্চাধিকাৰী ভকত ভিন্ন আনে ব্ৰজভাৱ গ্ৰহণ কৰিব নোৱাৰে। কিয়নো ইয়াৰ কোনো সাধন প্ৰণালী নাই। ব্ৰজভাৱ সাধ্য তত্ত্বৰ বাহিৰত। মহাপুৰুষে সেইবাবে সেইভাৱ সাধনতত্ত্বৰ ভিতৰত গ্ৰহণ নকৰি সেই সকলো ভাৱ আৰু ৰসৰ কথা কেৱল শুদ্ধচিত্তে শ্ৰৱণ-কীৰ্ত্তন কৰাৰ মাজেৰে ভক্তিৰ মহিমা অনুভৱ কৰাৰ বাবেহে ব্যৱস্থা কৰি গৈছে। ব্ৰজভাৱত ঈশ্বৰ বুদ্ধি নাই, ই তেনেই ঐশ্বৰ্য্যভাৱশূন্য। সেইবাবে মহাপুৰুষে সেইসকল ভাৱ সাধাৰণ ভকতৰ পক্ষে আচৰণৰ যোগ্য নহয় বুলি সখ্য, বাৎসল্য আৰু মধুৰ ভাৱ বা ৰসৰ কথা কোনো ঠাইত তাৎপৰ্য্যৰদ্বাৰা, কোনো ঠাইত প্ৰত্যক্ষভাৱে ভক্তিৰ অঙ্গস্বৰূপে নানান গীত-পদ-ৰাগ-কীৰ্ত্তনৰ ভিতৰেদি ব্যক্ত কৰি গৈছে। মহাপুৰুষীয়া ধৰ্ম্মৰ দৈনন্দিন প্ৰসঙ্গৰ ভিতৰত

ৰাতিপুৱা জাগৰণৰ গীতৰপৰা আৰম্ভ কৰি ৰাতি শোৱাৰ গীতলৈকে সকলোতে উল্লিখিত ভাৱ আৰু ৰসৰ সমাবেশ পৰিলক্ষিত হয়। মুঠতে মহাপুৰুষীয়া ধৰ্ম্মৰ বৈশিষ্ট্য হ'ল—গীতাৰ নিৰ্দ্দেশানুসাৰে ভগৱান শ্ৰীকৃষ্ণত একশৰণ হৈ ভাগৱত ধৰ্ম্মৰ ব্ৰজলীলা প্ৰমুখ্যে শ্ৰীকৃষ্ণৰ সমস্ত স্বৰূপ লক্ষণ, নাম-গুণ-ৰূপ, লীলা শ্ৰৱণ-কীৰ্ত্তনৰ মাজেদি হৃদয়ঙ্গম কৰি শ্ৰীকৃষ্ণ ভগৱানৰ ৰসময়ী ভক্তিৰ অধিকাৰী হোৱাৰ যোগ্যতা* অৰ্জ্জন কৰা। এই ধৰ্ম্মৰ এয়ে পঞ্চম পুৰুষাৰ্থ— যাৰ ওচৰত ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চতুবৰ্গ ফল তৃণতুল্য। নাম ঘোষাত সেয়েহে শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে লিখিছে—

পৰম দুৰ্ব্বোধ আত্মতত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা সিন্ধু তাত ক্ৰিড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়॥

"সত্যং জ্ঞানমনন্তং ব্ৰহ্ম"। ভগৱানৰ এই স্বৰূপ লক্ষণ। এই স্বৰূপ লক্ষণ সৰ্ব্বদায় ভগৱানত বৰ্ত্তে বুলি ই অসত্য জড় পদাৰ্থৰপৰা ভগৱানৰ ভেদ প্ৰকাশ কৰে। যি লক্ষণ সৰ্ব্বদায় লক্ষ্য বস্তুত নাথাকিলেও কদাচিৎ থাকি লক্ষ্য ভিন্ন বস্তুৰপৰা লক্ষ্যবস্তুৰ ভেদ প্ৰকাশ কৰে, তাকে তটস্থ লক্ষণ বোলে। যেনে :—

"যত বা ইমানি ভূতানি জায়ন্তে যেন জাতানি জীৱন্তি।
যৎ প্ৰয়ান্ত্যাভি সংবিশন্তি॥"

—ইত্যাদি ভগৱানৰ তটস্থ লক্ষণ। জগতৰ সৃষ্টি, স্থিতি, লয় ভগৱানে সৰ্ব্বদায় নকৰে। কিন্তু এই লক্ষণ ভগৱানত সৰ্ব্বদায় নাথাকিলেও ইয়াৰদ্বাৰাও অসত্য জড়পদাৰ্থৰপৰা ভগৱানৰ ভেদ বুজা যায়। এই তটস্থ লক্ষণ আৰু স্বৰূপলক্ষণ লৈয়ে জ্ঞানমাৰ্গী আৰু ভক্তিমাৰ্গীসকলৰ মাজত পৰস্পৰ ভেদ দেখা যায়। ভগৱানে ব্ৰহ্মাক কৈছে, "মোৰ স্বৰূপলক্ষণ আৰু ৰূপগুণ লীলাৰ তত্ত্ব মোৰ কৃপাত তোমাৰ অনুভৱ হওক।" ভগৱানৰ স্বৰূপলক্ষণ আৰু তেওঁৰ ৰূপগুণ লীলাৰ তত্ত্ব

একেই বস্তু। এতেকে ই স্বৰূপাতিৰিক্ত নহয়। ই বিশেষ মাত্ৰ, বিভেদ নহয়। অথচ এই বিশেষ লৈয়ে বৈষ্ণৱ দাৰ্শনিকসকলৰ বিভিন্ন মত।

ভগৱান শ্ৰীগোবিন্দ সবিশেষ। "সত্যং জ্ঞানমনন্তং ব্ৰহ্ম আনন্দ ব্ৰহ্মতি ব্যজনাৎ", "ৰমো বৈ সঃ ইত্যাদি শ্ৰুতিবাক্য সমালোচনাত স্পষ্টভাৱে বুজা যায় যে নিত্য স্বপ্ৰকাশ পৰমানন্দই তাৰ স্বৰূপ। ভগৱান স্বয়ং আনন্দ হৈও তেওঁ তেওঁৰ স্বৰূপভূত আনন্দৰ আস্বাদক বা ভোক্তা—এই তেওঁৰ লক্ষণ। আনন্দঘন তেওঁৰ মূৰ্ত্তি; দ্বিভুজ, চতুৰ্ভুজাদি তেওঁৰ ৰূপ, ভক্তবৎসলাদি তেওঁৰ গুণ আৰু ভক্তৰ আনন্দ-বৰ্দ্ধন আৰু নিজানন্দ আস্বাদন তেওঁৰ লীলা। তৰল দুগ্ধ ঘনীভূত হৈ ক্ষীৰাদিত পৰিণত হ'লে তাৰ স্বৰূপ ভেদ নহ'লেও যেনেকৈ আস্বাদনৰ তাৰতম্য বুজা যায়, সেইদৰে শ্ৰীভগৱানৰ সচ্চিদানন্দ স্বৰূপৰ বৈলক্ষণ্য নঘটিলেও তেওঁৰ ৰূপ-গুণ-লীলাদিৰ আস্বাদনৰ কিছু বৈলক্ষণ্য আছে। তৰল দুগ্ধ পান কৰিলে যেনেকৈ ক্ষীৰ লাড়ুৰ আস্বাদন পোৱা নাযায়, তদ্ৰূপ কেৱল সচ্চিদানন্দ সত্তাৰ অনুভৱে শ্ৰীভগৱানৰ অপাৰ কৰুণাদি গুণৰ আধাৰ শ্ৰীগোবিন্দৰ চিদ্‌ঘন মূৰ্ত্তিৰ অনুভৱ নহয়।

যিজনে তৰল দুগ্ধ আৰু ক্ষীৰ লাড়ু আদি দুগ্ধজাত সকলো বস্তুৰ স্বাদ আস্বাদন কৰিছে, তেওঁৰ পক্ষেহে দুগ্ধৰ আস্বাদন পূৰ্ণ হয়। সেইদৰে, যি ভাগ্যৱান ব্যক্তিয়ে শ্ৰীভগৱানৰ সচ্চিদানন্দ স্বৰূপ আৰু সচ্চিদানন্দঘন মূৰ্ত্তিসহ ভক্তবৎসলাদি গুণ, গো-ধেনু চাৰণাদি লীলা-সমস্তকে আস্বাদন কৰিছে, তেওঁৰ পক্ষেহে পৰমতত্ত্ব আস্বাদ পূৰ্ণ হয়।

শাস্ত্ৰত ভগৱানৰ সাকাৰ আৰু নিৰাকাৰ ৰূপ সম্বন্ধে বহুতো পৰস্পৰ বিৰুদ্ধ বাক্য আছে। ভগৱান কোনো প্ৰকৃত মূৰ্ত্তি বিশিষ্ট অথবা কোনো মূৰ্ত্তিশূন্যও নহয়। জ্ঞানমাৰ্গী আৰু যোগমাৰ্গীসকলে ভগৱানক নিকাৰ হিচাপে অভিহিত কৰে। ভক্তিমাৰ্গীসকলে কিন্তু

নিৰাকাৰ শব্দৰ অৰ্থ প্ৰকৃত আকাৰ বৰ্জিত বুলিহে ধৰে। শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে নামঘোষাত উক্তি কৰিছে—

যজ্ঞে প্ৰাকৃত আকাৰ বৰ্জিত যিহেতু ভৈলন্ত হৰি ।
এহি হেতুতেসে নিৰাকাৰ নাম আছন্ত ঈশ্বৰে ধৰি ॥

চতুঃশ্লোকীত মহাপুৰুষে নিজে লিখিছে,

যিটো তনু তয়ু আগে কৰিছো বেকত ।
এহি মোৰ নিজৰূপ কৈলো স্বৰূপত ॥

চতুঃশ্লোকী ভাগৱতৰ বচনত ভগৱানে যে ব্ৰহ্মাক নিজ দিব্য ৰূপ বা চিন্ময় মূৰ্ত্তি দেখুৱাইছিল আৰু তেওঁৰ সেই চিৎঘনমূৰ্ত্তি যে নিত্য, সেই কথাও স্পষ্টভাৱে ব্যক্ত কৰিছে। অৱশ্যে ঈশ্বৰৰ সেই দিব্যৰূপ বহুদিন তপস্যাৰ অন্তত চিত্তমন শুদ্ধ হোৱাৰ পিছতহে ব্ৰহ্মাৰ ভাগ্যত দেখাৰ সুযোগ মিলিছিল। গীতাৰ অৰ্জ্জুনেও ভগৱানৰ কৃপালব্ধ দিব্যচক্ষুৰ সহায়তহে শ্ৰীকৃষ্ণ ভগৱানৰ দিব্যৰূপ দেখিবলৈ সমৰ্থ হৈছিল। যথা—

ন তু মাং শক্যসে দ্ৰষ্টুমনেনৈৱ স্বচক্ষুষা ।
দিৱ্যং দদামি তে চক্ষুঃ পশ্য মে যোগমৈশ্বৰম ॥ গীতা ১১/৮

( হে অৰ্জ্জুন ), তুমি তোমাৰ এই চৰ্ম্ম চকুৰদ্বাৰা মোৰ এই ৰূপ দৰ্শন কৰিবলৈ নোৱাৰিবা। সেইবাবে তোমাক দিব্য চকু দিওঁ, তাৰদ্বাৰা মোৰ এই যোগসামৰ্থ্য দেখা।

কীৰ্ত্তনঘোষাত মহাপুৰুষে ভগৱানৰ দিব্যৰূপ স্বীকাৰ কৰিছে। ভগৱান চৈতন্যস্বৰূপে সমস্ত জগৎব্যাপী থাকিলেও ই তেওঁৰ অব্যক্ত স্বৰূপ। ভগৱানৰ ব্যক্ত স্বৰূপহে ভক্তৰ উপাস্য। কীৰ্ত্তনত,—

চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন ।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥
নিশ্চল নিৰ্ম্মল সূক্ষ্মৰূপ যিটো স্বামী ।
দেৱে নজানন্ত তাঙ্ক কেনে জানো আমি ॥
অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি ।

পীত বস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী ॥
পিন্ধি আছা ৰত্নৰ মুকুট ৰত্ন হাৰ।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ ॥
সেহিসে মূৰ্ত্তিক আৰাধন্ত দেৱগণে।
তাকেসে ভকতজনে চিন্তে সৰ্ব্বক্ষণে ॥

কীৰ্ত্তনঘোষাৰ উপৰোক্ত পদে সগুণ আৰু নিৰ্গুণ, সাকাৰ আৰু নিৰাকাৰ উভয় ভাৱৰে কথা পৰিস্ফুট কৰিছে।

ৰত্নাকৰ আৰু শ্ৰুতিতো ভগৱানৰ সাকাৰ, নিৰাকাৰ পৰস্পৰ বিৰুদ্ধ ভাৱৰ কথা আছে।

যথা ৰত্নাকৰ,

পৰমাত্মাৰূপে হৰি বিজ্ঞান মূৰতি
নিৰাকাৰ নিৰাময়।
নিত্য নিৰঞ্জন আনন্দ স্বৰূপ
দেহ ইন্দ্ৰিয় নাহি কয় ॥
তথাপি শুনয় বচন বোলয়
সমস্ত বস্তুক সবে ধৰয় ॥
গতিও কৰয় বসিয়া থাকয়
কাহাক কৰন্ত হত।
জগতৰ কৰ্ত্তা পালয় সবাকো
সংহৰে সব জগত ॥

শ্ৰুতিত,---"অপাণিপাদো জবম গৃহিতা পশ্যতো চক্ষুঃ ন শৃণোতে কৰ্ণঃ"

ব্ৰহ্মৰ হাত নাই তথাপি গ্ৰহণ কৰিব পাৰে, ভৰি নাই বেগেৰে যাব পাৰে, কাণ নাই শুনিব পাৰে। ব্ৰহ্মৰ দেহ ইন্দ্ৰিয়াদি একো নাই, তেন্তেনো হাত নহ'লে কেনেকৈ গ্ৰহণ কৰে? ভৰি নহ'লে কেনেকৈ চলে? চকু নহ'লে কেনেকৈ দেখে? আৰু কাণ নহ'লেনো কেনেকৈ শুনে? ইয়াৰ তাৎপৰ্য্য কি?

ভগৱানৰ প্ৰাকৃত দেহ ইন্দ্ৰিয়াদি নাই সঁচা; কিন্তু তেওঁৰ বিজ্ঞানময়

দিব্য মূৰ্ত্তি আছে। গীতা আৰু ভাগৱতৰ ভক্ত ভগৱানৰ এই দিব্য মূৰ্ত্তিৰ উপাসক, নিৰ্গুণ, নিৰাকাৰ, নিশ্চল, নিশক্তি ব্ৰহ্মৰ উপাসক নহয়।

গীতাৰ একশৰণ ধৰ্ম্মৰ লগত ভাগৱতৰ হৰি নামধৰ্ম্ম সমন্বয় কৰি একমাত্ৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বাহিৰে আন কোনো বৈষ্ণৱাচাৰ্য্যই তেওঁলোকৰ ধৰ্ম্মমতবাদ প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ নকৰা যেন লাগে। অথচ গীতা সৰ্ব্বসম্প্ৰদায়ৰ নমস্য আৰু সৰ্ব্বাগ্ৰগণ্য প্ৰামাণ্য গ্ৰন্থ। গীতাৰ গুৰুত্ব আৰু মাহাত্ম্য সম্বন্ধে গীতা মাহাত্ম্যত আছে,—

গীতা সুগীতা কৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰ বিস্তৰৈঃ।
যা স্বয়ং পদ্মনাভস্য মুখ পদ্মাদ্বিনিসৃতা॥

অৰ্থাৎ এই শ্ৰীমদ্ভাগৱদগীতাই সুগীতা। ইয়াক গোৱা বা পাঠ কৰাই কৰ্ত্তব্য, অইন শাস্ত্ৰৰ আৰু কি প্ৰয়োজন আছে? যাৰ বাক্যসমূহ ব্ৰহ্মাৰ পদ্মনাভিজাত স্বয়ং শ্ৰীকৃষ্ণ ভগৱানৰ মুখৰপৰা নিঃসৃত হৈছে।

গীতা মহাত্ম্যত আৰু কৈছে,

গীতা মে হৃদয়ং পাৰ্থ গীতা মে পৰমং গুৰু।

হে পাৰ্থ, গীতা মোৰ হৃদয় সদৃশ (প্ৰিয়), গীতা মোৰ পৰম গুৰু গীতা সম্বন্ধে মহাভাৰততো উক্তি আছে,—

একং শাস্ত্ৰং দৈৱকীপুত্ৰ গীতমেকো দেবো দৈৱকীপুত্ৰ এব।
একো মন্ত্ৰস্তস্য নামানি যানি, কৰ্ম্মপ্যেকং তস্য দেৱস্য সেৱা॥

শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে মহাভাৰতৰ সেই শ্লোক অনুবাদ কৰি নামঘোষাত লিখিছে,—

একেখনি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকীনন্দনে কৈলা যাক
দেৱো একে মাত্ৰ দৈৱকী দেৱীৰ সুত।
দৈৱকী পুত্ৰৰ পদসেৱা কৰ্ম্মো এক এহিমানে মাত্ৰ
মন্ত্ৰো এক তান নাম মাত্ৰ অদভূত॥

গীতাৰ আদৰ্শ আৰু শিক্ষাৰ প্ৰতি আকৃষ্ট হৈ মহাপুৰুষে উপনিষদ প্ৰস্থান, বেদান্ত প্ৰস্থান আৰু গীতাৰ প্ৰস্থানৰ ভিতৰত গীতা

প্ৰস্থানকে পৰম শ্ৰেয় নিৰ্ণয় কৰি গীতাৰ একশৰণ নামধৰ্ম্মৰ প্ৰৱৰ্ত্তন আৰু প্ৰচাৰৰ ব্যৱস্থা কৰি গৈছিল।

সমস্ত উপনিষদৰ সাৰ গীতাৰ বক্তা স্বয়ং শ্ৰীকৃষ্ণ ভগৱান। ইয়াত শ্ৰীকৃষ্ণ ভগৱানে নিজমুখে ভগৱান প্ৰাপ্তিৰ সম্পূৰ্ণ নিৰ্দ্দোষ আৰু শ্ৰেষ্ঠ পথৰ সন্ধান সমগ্ৰ মানৱ জাতিক দিছে তেওঁৰ সখা আৰু প্ৰিয় শিষ্য অৰ্জ্জুনৰ জৰিয়তে। ভগৱান প্ৰাপ্তিয়েই জীৱৰ চৰম প্ৰাপ্তি। ঈশ্বৰক পালে জীৱৰ আৰু পাবলৈ একো বাকী নাথাকে, ঈশ্বৰক পালে আন একোকে পোৱাৰ ইচ্ছা আৰু জীৱৰ নাথাকে। গীতাত সেই-বাবে কোৱা হৈছে।—'যং লব্ধা চাপৰং লাভ মন্যতে নাধিকং ততঃ' যি অৱস্থা পালে যোগীয়ে অইন কোনো লাভক অধিক লাভ বুলি বিবেচনা নকৰে। ঈশ্বৰক পালে জীৱে পুনৰ মৰ্ত্ত্যলোকলৈ উভতি আহিব নালাগে অৰ্থাৎ তাৰ কোনোদিন আৰু পতন নহয়। গীতাত শ্ৰীকৃষ্ণই কৈছে, 'আব্ৰহ্মভুবনাল্লোকাঃ পুনৰাবৰ্ত্তিনোঽৰ্জ্জুন মামুপেতৎ তু কৌন্তেয় পুনৰ্জ্জন্ম ন বিদ্যতে"—হে অৰ্জ্জুন, ব্ৰহ্মালোকবাসী পৰ্য্যন্ত সকলো লোক পুনঃ আৱৰ্ত্তনশীল (অৰ্থাৎ ব্ৰহ্মালোকৰপৰাও জীৱৰ পতন হৈ পৃথিৱীত পুনৰ জন্মগ্ৰহণ কৰিবলগীয়া হয়;) কিন্তু হে কৌন্তেয়, কেৱল মোক পালে জীৱৰ আৰু পুনৰ্জ্জন্ম নহয়। শ্ৰীমাধৱদেৱ পুৰুষেও নামঘোষাত উক্তি কৰিছে—

ব্ৰহ্মবাদীজন ব্ৰহ্মচিন্তে যদি
হৰিৰ নাম নলয়।
সিয়ো ভ্ৰষ্ট হুয়া সংসাৰত পৰে
চাৰি বেদে হেন কয়॥

শাস্ত্ৰত সপ্ত স্বৰ্গৰ কথা উল্লেখ আছে, যথা—'ভূঃ, ভুবঃ, স্বঃ, মহঃ, জনঃ, তপঃ আৰু সত্য বা ব্ৰহ্মলোক'। এইবোৰ লোকৰ আটাইবোৰ লোকৰপৰাই জীৱৰ পতনৰ সম্ভাৱনা আছে, সকলোৰে ওপৰত কালৰ প্ৰভাৱ আছে। একমাত্ৰ সেই পৰম পুৰুষ পুৰুষোত্তম চিৰস্থায়ী আৰু নশ্বৰ ৰহিত। সেইবাবে ভগৱান প্ৰাপ্ত নোহোৱা

পৰ্য্যন্ত জীৱৰ পুনৰ্জন্ম নিবাৰিত নহয় আৰু ঈশ্বৰক পালেহে জীৱৰ অত্যান্তিক দুঃখৰ নিবৃত্তি হৈ ঐকান্তিক বা পৰমানন্দ সুখ লাভ হয়।

ভাগৱততো দশম তত্ত্বৰ কথা উল্লেখ আছে, যথা—

অত্ৰ সৰ্গো বিসৰ্গশ্চ স্থানং পোষণ মূতয়ঃ।
মন্বন্তৰে শানুকথা নিৰোধ মুক্তি আশ্ৰয়ঃ॥ ভাঃ-২।১।১০

ভাগৱতমতে সৰ্গ, বিসৰ্গ, স্থান, পোষণ, উতি, মন্বন্তৰ, ইচ্ছানুকথা, নিবোধ, মুক্তি, এই নৱম তত্ত্বৰ পিছত আশ্ৰয় তত্ত্ব স্বয়ং শ্ৰীকৃষ্ণ ভগৱান। যোগমাৰ্গী, জ্ঞানমাৰ্গীসকল যি মুক্তিৰ বাবে তেওঁলোকৰ গোটেই জীৱন জুৰি সাধ্য-সাধনা কৰে, ভগৱদ্ভক্ত কিন্তু সকল মুক্তিতেই সন্তুষ্ট নাথাকে। মুক্তিকো উপেক্ষা কৰি মুক্তিৰ পিছতো পৰম প্ৰেমভক্তি সমন্বিতে ঈশ্বৰ সেৱাধিকাৰ লৈ ঈশ্বৰৰ আশ্ৰয়ত থকাটোৱে তেওঁলোকৰ পক্ষে চূড়ান্ত কাম্য অৱস্থা। মহাপুৰুষ শ্ৰীমাধৱদেৱে সেইবাবে নামঘোষাৰ ১ম ঘোষাতে মুক্তিকো উপেক্ষা কৰি ৰসময়ী ভকতিৰ বাবে দেৱ যদুপতিৰ ওচৰত প্ৰাৰ্থনা কৰিছে।

এই সকলো কথা ভালদৰে প্ৰণিধান কৰি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে গীতাৰ নিৰ্দ্দিষ্ট পথ ভগৱানত একশৰণ হৈ হৰি নামগুণ লীলা শ্ৰৱণ-কীৰ্ত্তনৰ মাজেৰে শুদ্ধ ভক্তিধৰ্ম্ম তথা ভাগৱত ধৰ্ম্মত প্ৰৱেশৰ অধিকাৰ নিৰ্ণয় কৰিছে।

নামঘোষাত শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে উক্তি কৰিছে—

ৰহস্যক জানে যিটোলোক সততে কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ়ব্ৰত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাৱে
তাৰ মোৰ এৰাএৰি নাহি কদাচিত॥

একমাত্ৰ ভগৱদ্ভক্তিয়ে যাৰ সাধ্যসাধন, ভগৱদ্ প্ৰেমেই যাৰ একমাত্ৰ প্ৰয়োজন, সেইজন ভকতেহে দৃঢ়ব্ৰতী হৈ আৰু পৰম যত্ন-সহকাৰে সৰ্ব্বদায় ভগৱানৰ নামগুণ শ্ৰৱণ-কীৰ্ত্তন কৰি ভগৱানৰ শৰণাগত হ'বলৈ ভাল পায়।

ভগৱানৰ মায়াই জীৱক এই সংসাৰত অশেষ দুখ-দুৰ্গতি দি নানান লটিঘটি কৰে। সেইবাবে কি কৰ্ম্মমাৰ্গী, কি যোগমাৰ্গী, কি জ্ঞানমাৰ্গী সকলোৰে জীৱনৰ চৰম উদ্দেশ্য মায়াৰ হাতৰপৰা নিষ্কৃতি লাভ কৰা। মায়াক অতিক্ৰম কৰিব নোৱাৰিলে জীৱৰ পক্ষে অত্যন্তিক দুখৰ নিবৃত্তি ঘটাই ঐকান্তিক সুখৰ আশা সুদূৰ পৰাহত। মায়া উত্তীৰ্ণ হ'ব নোৱাৰিলে ( ভক্তি মাৰ্গীৰ দৃষ্টিৰে চাবলৈ গ'লে ) জীৱৰ চৰম প্ৰাপ্তি,—যাক পালে আৰু পোৱাৰ একো বাকী নাথাকে, সেই ভগৱদ্ প্ৰাপ্তি সম্ভৱ নহয়। কিন্তু মায়া ভগৱানৰ শক্তি বুলি অত্যন্ত সুদুস্তৰা। এই মায়াৰ হাতৰপৰা পৰিত্ৰাণ লভি সংসাৰৰ অশেষ দুখ-কষ্টৰ হাত সৰাৰ একমাত্ৰ উপায়—ভগৱানৰ ওচৰত আত্ম সমৰ্পণ বুলি গীতাত স্বয়ং শ্ৰীকৃষ্ণই ব্যক্ত কৰিছে। কৃপা ব্যতিৰেকে মানুহে নিজ শক্তিৰে দৈৱী মায়াৰ হাতৰপৰা ভগৱানৰ কেতিয়াও উদ্ধাৰ হ'ব নোৱাৰে। গীতাত ভগৱানে কৈছে,

দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তিতে॥ ৭।১৪ গীতা

অৰ্থাৎ, মোৰ এই ত্ৰিগুণাত্মিকা অলৌকিক মায়া অত্যন্ত সুদুস্তৰা। যিসকলে একমাত্ৰ মোৰেই শৰণাগত হৈ মোক ভজনা কৰে, তেওঁলোকেহে কেৱল এই মায়া উত্তীৰ্ণ হ'ব পাৰে। ভগৱানৰ মায়াৰ হাতৰপৰা উদ্ধাৰ হোৱা অৱস্থাই মুক্ত অৱস্থা। মুক্ত অৱস্থাৰ পিছতহে ঈশ্বৰ প্ৰাপ্তি সুগম হয়। যিসকল সত্য পথৰ যাত্ৰী তেওঁলোকৰ পক্ষে মায়া অতিক্ৰম কৰা অপৰিহাৰ্য্য। শৰণাগত প্ৰিয় শিষ্য অৰ্জ্জুনক ভগৱানে এই পথৰেই সন্ধান দিছে।

ৰত্নাকৰত মহাপুৰুষে লিখিছে,

যাহাৰ মায়াত এতেক অনৰ্থ
ভজোক হেন মুৰাৰি।
একচিত্ত হুয়া কৃষ্ণত কৰিব
ভকতি অব্যভিচাৰী॥

কৃষ্ণপাৱে এক শৰণ পশিয়া
হৰিব্ৰত কৰি ভকতি।
অতি অজ্ঞানীয়ো অনায়াসে লভে
দুৰ্ল্লভ পৰম গতি॥

নামঘোষাত শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে লিখিছে

হে কৃষ্ণ যত জীৱ নিত্য তিনি তাপে হুয়া সিক্ত
দুৰ্ঘোৰ সংসাৰ তাপত পৰি আছয়।
তযু পদ শ্বেত ছত্ৰ প্ৰায় অমৃত বৰষে সৰ্ব্বদায়
তাৰ ছায়া বিনে নেদেখো আৰ আশ্ৰয়॥

গতিকে মায়াৰ কবলৰপৰা উদ্ধাৰ হৈ আশ্ৰয় তত্ত্ব লাভ কৰিবৰ একমাত্ৰ উপায় ভগৱানত শৰণাগতি।

গীতাত অৰ্জ্জুনে শোক মোহ পঙ্ক মাজে মগ্ন হৈ কিংকৰ্ত্তব্য বিমূঢ় হোৱাত ভগৱানৰ ওচৰত এই বুলি শৰণাগত হৈছিল

কাৰ্পণ্য দোষপহত স্বভাৱঃ পৃচ্ছামি ত্বাং ধৰ্ম্ম সংমূঢ়চেতা।
যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে শিষ্যস্তেহহং শাধি মাং প্ৰপন্নম্॥

শ্ৰীমদ্ভাগৱততো পোৱা যায়, কংসৰ কাৰাগাৰত শ্ৰীভগৱান দৈৱকীৰ গৰ্ভত আবিৰ্ভূত হ'লত ব্ৰহ্মা, মহাদেৱ, ইন্দ্ৰাদি দেৱতাসকল, নাৰদাদি মুনিসকল, অন্যান্য দেৱমুনি সমভিব্যাহাৰে কংসৰ কাৰাগাৰত আগমন পূৰ্ব্বক এইদৰে স্তৱ কৰি শ্ৰীভগৱানৰ চৰণত শৰণাগত হৈছিল।

সত্যব্ৰতং সত্যপৰং ত্ৰিসত্যং সত্যস্য যোনিং নিহিতঞ্চ সত্যে।
সত্যস্য সত্যামৃতং সত্যনেত্ৰং সত্যাত্মকং ত্বাং শৰণং প্ৰপন্নাঃ॥

ভাঃ ১০।২।২৬

আমি সত্যসঙ্কল্প, সত্যসাধন লভ্য, ভূত, ভৱিষ্যত বৰ্ত্তমান এই ত্ৰিকাল সত্য, ক্ষিতি (পৃথিৱী), অপ (পানী), তেজ (অগ্নি), মৰুৎ (বায়ু) আৰু ব্যোম (আকাশ) এই পঞ্চভূতৰ উৎপত্তিৰ কাৰণ,

অন্তৰ্য্যামী আৰু পৰমাৰ্থ তত্ত্ব, সত্যবাক আৰু সমদৰ্শনৰ প্ৰৱৰ্ত্তক, সত্যৰ স্বৰূপ শ্ৰীগোবিন্দৰ শৰণাপন্ন হ'লোঁ।

ভাগৱতত উল্লিখিত শৰণৰ কথা সম্প্ৰতি বিবৃত্তি নকৰি গীতাৰ শৰণৰ কথাই আমি আলোচনা কৰিম।

শৰণ সম্বন্ধে ভগৱানে নিজমুখে কৈছে, শৰণ ধৰ্ম্ম অতি গোপন। কিন্তু যিজনে সৰ্ব্বতোভাৱে ভগৱানৰ শৰণাগত হয়, ভগৱানে এই বুলি সত্য আৰু অভয়বাণী দিয়ে যে, সেইজন প্ৰপন্ন ভক্তৰ সমস্ত দায়িত্ব ভগৱানে নিজে গ্ৰহণ কৰে।

গীতাৰ অষ্টাদশ অধ্যায়ৰ ৬২ শ্লোকৰপৰা ৬৬ শ্লোকলৈ শ্ৰীকৃষ্ণ ভগৱানে প্ৰপন্নজনৰ পৰম মঙ্গলৰ অৰ্থে অৰ্জ্জুনৰ আগত ব্যক্ত কৰিছে,

তমেব শৰণং গচ্ছ সৰ্ব্বভাবেন ভাৰত।
তৎ প্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্॥ ১৮।৬২
ইতি তে জ্ঞান মাখ্যাতং গুহ্যাদ্ গুহ্যতৰং ময়া।
বিমৃশ্যৈতদশেষেণ যথেচ্ছসি তথা কুৰু॥ ১৮।৬৩
সৰ্ব্বগুহ্যতমং ভূয়ঃ শৃণু মে পৰমং বচঃ।
ইষ্টোঽসি মে দৃঢ়মিতি ততো বক্ষ্যামি তে হিতম্॥ ১৮।৬৪
মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে॥ ১৮।৬৫
সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥ ১৮।৬৬

অৰ্থাৎ হে ভাৰত, সৰ্ব্বতোভাৱে তেওঁৰে শৰণ লোৱা, তেওঁৰ কৃপাত তুমি পৰম শান্তি আৰু পৰম ধাম লাভ কৰিবা।

মই তোমাৰ ওচৰত গোপনীয়তকৈও গোপনীয় তত্ত্ব ব্যাখ্যা কৰিলোঁ, তুমি এই সম্বন্ধে বিশেষ বিবেচনা কৰি যি ইচ্ছা তাকে কৰা।

এতিয়া পুনৰ সবাতোকৈ গুহ্যতম পৰম শ্ৰেয় সাধন মোৰ কথা

শ্ৰৱণ কৰা ; তুমি মোৰ অত্যন্ত প্ৰিয়, সেইবাবে এই কল্যাণকৰ কথা মই তোমাক কৈছোঁ।

তুমি একমাত্ৰ মোতে চিত্ত ৰাখা, মোকে ভক্তি কৰা, মোকে পূজা কৰা। মোকে নমস্কাৰ কৰা মই সত্য প্ৰতিজ্ঞা কৰি কৈছোঁ, তুমি মোকেই পাবা ; কিয়নো তুমি মোৰ প্ৰিয়।

সকলো ধৰ্ম্ম পৰিত্যাগ কৰি তুমি কেৱলমাত্ৰ মোৰেই শৰণাগত হোৱা, মই তোমাক সমস্ত পাপৰপৰা মুক্ত কৰিম, শোক নকৰিবা।

ভক্তৰ প্ৰতি ভগৱানৰ এয়া হ'ল অতিশয় গোপন বাৰ্ত্তা আৰু শেষ অভয়বাণী। যি ভগৱানক পোৱাৰ বাবে ভকতৰ ইমান সাধ্য সাধনা ইমান ব্যাকুলতা, সেই ভগৱানেই কৃপাপূৰ্ব্বক ভকতৰ ওচৰত ভগৱান প্ৰাপ্তিৰ গোপনীয়তম কথা ভকতৰ পৰম শান্তি আৰু চৰম মঙ্গলৰ অৰ্থে সত্য প্ৰতিজ্ঞা কৰি ব্যক্ত কৰিছে।

সেই কথাকে শ্ৰীমাধৱদেৱ পুৰুষে নামঘোষাত ঘোষাণা কৰিছে,

মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ
মোকে পূজা মাত্ৰ মোকে কৰা নমস্কাৰ।
কৰিলো তোমাক সত্যবাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ ॥
কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৈয়ো বাচি
সুদৃঢ় বিশ্বাসে, শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়ো চিত্ত গায়ো মোৰ গুণ নাম গীত
সকলো শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাত ॥

ৰত্নাৱলী—

কেৱলে শৰণ মোত লোৱা ধনঞ্জয়।
ৰাখিবো সবাতে মই নকৰিবা ভয় ॥
এহিমানে কহিলন্ত গীতাৰ শকতি
জানি সাধুজন যাৰ আছয় সুমতি ॥
লৈয়োক শৰণ এক কৃষ্ণৰ চৰণে।
সকলো শাস্ত্ৰৰ তাৎপৰ্য্য এহিমানে ॥

গীতাৰ শৰণ সম্বন্ধে এয়ে চূড়ান্ত কথা। জীৱ সনাতন আৰু নিত্য হৈও শ্ৰীকৃষ্ণাশ্ৰিত নহয়। এই হৰিবিমুখতাৰ বাবে জীৱ কৃষ্ণমায়াত আৱদ্ধ হৈ নানান দুখ-দুৰ্গতিৰ সম্মুখীন হয়। মায়াৰ প্ৰভাৱ আঁতৰাব নোৱাৰিলে জীৱ প্ৰকৃতাৰ্থত মুক্ত হ'ব নোৱাৰে। মুক্ত হ'ব নোৱাৰিলে জীৱৰ পক্ষে পৰম শান্তি আৰু পৰম শান্তিৰ আধাৰ ভগৱান লাভ নহয়। ভগৱানক লাভ কৰা, মায়ামুক্ত কৰাৰ একমাত্ৰ উপায় স্বৰূপে গীতাত স্বয়ং শ্ৰীকৃষ্ণ ভগৱানে সত্য প্ৰতিজ্ঞা কৰি ভগৱদ্ শৰণাগতিকে নিৰ্ণয় কৰিছে। গতিকে উপায়ৰ সত্যাসত্য বা নিশ্চয়তা সম্বন্ধে সন্দেহৰ অৱকাশ থাকিব নোৱাৰে। কিন্তু এই শৰণাগতি বা ভগৱানত একশৰণ সহজসাধ্য কথা নহয়।

শৰণৰ তিনিটা অৱস্থা,—লৌকিক, বৈদিক আৰু একশৰণ। গীতাত যি শৰণৰ কথা শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত ব্যক্ত কৰিছে—সেয়া হৈছে—একশৰণ; লৌকিক বা বৈদিক শৰণৰ ই বহু উৰ্দ্ধত। এই শৰণত ভকত ভগৱানৰ প্ৰতি প্ৰেম আৰু ভক্তি ভাৱত এনেভাৱে তন্ময় হয় যে, ভকতৰ নিজস্ব সত্তা প্ৰায় লোপ হৈ নিত্য সনাতন ভগৱানৰ অংশ বিশেষ হৈ পৰে। ভগৱানৰ সেৱা সুখৰ বাহিৰে, ভগৱানৰ কৰ্ম্মবোধে যথাধিকাৰ কৰ্ত্তব্যকৰ্ম্ম কৰি যোৱাৰ বাহিৰে ভকতৰ সেই অৱস্থাত নিজৰ কোনো স্বকীয়া স্বাৰ্থ, স্বকীয়া কামনা বাসনা বা স্বকীয়া কৰ্ম্ম থাকিব নোৱাৰে। ভক্তই এই অৱস্থাত যি স্থিতি লাভ কৰে, সেই ভক্তৰ পক্ষে বিধি আৰু বিধি নিষেধৰ কোনো প্ৰশ্ন থাকিব নোৱাৰে। ধৰ্ম্মৰ সকলো বিধি আৰু বিধি-নিষেধ একমাত্ৰ ভগৱদ্ প্ৰাপ্তিৰ উদ্দেশ্যে ব্যৱস্থিত; কিন্তু যি অৱস্থাত ভক্ত ভগৱান প্ৰাপ্তিৰ চূড়ান্ত অৱস্থা প্ৰাপ্ত হয়,—ভক্ত ভগৱানত তন্ময় চিত্ত হৈ পৰে, ভগৱান সেৱাই যাৰ একমাত্ৰ সাধ্য আৰু সাধন সেইজন ভক্তৰ পক্ষে বিধিয়েৰা কি, বিধি নিষেধে বা কি? সেই অৱস্থাত শ্ৰুতি স্মৃতি আদি ভগৱানৰ আদেশবাক্য হ'লেও ভক্তিৰ অনুকূলে একান্ত ভকতে সেইবোৰক উপেক্ষা কৰিও হৰিভজন কৰিব পাৰে,—

তাত কোনো দোষ হ'ব নোৱাৰে। ভক্ত তেতিয়া বৈধি ভক্তি দেও দি ৰাগাত্মিকা ভক্তি ভাৱত প্ৰৱেশ কৰে। গীতাৰ 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য' শ্লোকে সেই কথাৰে ইঙ্গিত দিছে। শ্ৰীমদ্ভাগৱততো, ভগৱান শ্ৰীকৃষ্ণই ভক্ত শ্ৰেষ্ঠ উদ্ধৱক সৰ্ব্বকৰ্ম্ম পৰিত্যাগ কৰি কেৱল তেওঁৰ শৰণাগত হ'বলৈ উপদেশ দিছে, যথা—

তস্মাৎ ত্বমুদ্ধবোৎসৃজ্য চোদনাং প্ৰতিচোদনাম্।
প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ শ্ৰোতব্যং শ্ৰুতমেব চ ॥
মামেকমেব শৰণমাত্মানং সৰ্ব্বদেহিনাম্।
যাহি সৰ্ব্বাত্মভাবেন ময়া সাহ্য কুতোভয়ঃ ॥

অৰ্থাৎ এতেকে হে উদ্ধৱ, শ্ৰুতি, স্মৃতি, প্ৰবৃত্তি, নিবৃত্তি, শ্ৰুতব্য, শ্ৰুত সকলো বিসৰ্জ্জন দি সৰ্ব্বভাৱত সৰ্ব্বদেহীৰ শৰণ্য পৰমাত্মা মোত শৰণ লোৱা। তেনেহ'লে মোৰদ্বাৰা তোমাৰ সকলো ভয় অপসাৰিত হ'ব।

উপৰোক্ত শ্লোক আৰু গীতাৰ 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য' শ্লোকে কৰ্ম্ম আৰু জ্ঞান প্ৰতিপাদ্য শ্ৰুতি, স্মৃতি আদিৰ আদেশ বাক্য লঙ্ঘন কৰিও ভগৱানত সেইভাৱে শৰণাগত হ'বলৈ নিৰ্দ্দেশ দিছে। ভক্তি যেতিয়া স্বয়ং মুক্তি দিবলৈ সমৰ্থ, স্মৃতিৰ কৰ্ম্মকাণ্ড আৰু শ্ৰুতিৰ জ্ঞান-কাণ্ডক ই অপেক্ষা নকৰে।

নামঘোষাত শ্ৰীমাধৱদেৱ পুৰুষে লিখিছে,

ঐকান্তিক মহামুনি যত নিবৰ্ত্তিয়া বিধি নিষেধত
নিৰ্জ্জন ভাৱত স্থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰতত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায় ৰমণ কৰে ॥

ভক্তিৰ এইটো চূড়ান্ত অৱস্থা। তাৰাই পুনৰ লিখিছে—

তাৱত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৱে নুপজয়।
যেৱে ভৈল কৃষ্ণ কথাৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সবে তেজয় ॥

অৱশ্যে এই কথা স্বীকাৰ্য্য যে,—একশৰণীয়া বা একান্ত ভকতৰ পক্ষেও ভক্তিয়েই যেতিয়া সাধ্য সাধন ; ভক্তি অবিৰোধী বা ভক্তিৰ অনুকূল শ্ৰুতি, স্মৃতিৰ আৱশ্যকতা অপৰিহাৰ্য্য। **শ্ৰীশ্ৰীমাধৱদেৱ** পুৰুষে নামঘোষাত উক্তি কৰিছে—

হৰি ভক্তি ৰাজমাৰ্গ গুৰু পদ নখ চন্দ্ৰ প্ৰকাশিত
শ্ৰুতি জননীৰ পদ পথ অনুসৰি।
ফুৰো লুয়া আমি আনন্দিত স্খলন নাহিকে কদাচিত
মহাজন সৱে জানিবা নিশ্চয় কৰি॥

কিন্তু ভকতে **শৰণধৰ্ম্ম গ্ৰহণ** কৰিলে বুলিয়ে শৰণৰ সেই অৱস্থা প্ৰাপ্ত নোহওঁতেই বেদবিহিত সমস্ত কৰ্ম্ম ত্যাগ কৰিলে তাৰদ্বাৰা ভক্তিত যে ব্যভিচাৰ আহি পৰিব তাত কোনো সন্দেহ নাই। তেতিয়া শৰণৰ প্ৰকৃত আদৰ্শ নষ্ট হ'ব। এনেকুৱা ব্যভিচাৰদুষ্ট কথাত গীতাই কেতিয়াও স্বীকৃতি দিব নোৱাৰে।

শ্ৰীমাধৱদেৱ পুৰুষে নামঘোষাত সেয়েহে উক্তি কৰিছে-

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা হৈবেক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈলা
তাৰ একো নাহিকে নিৰ্ণয়॥

তাৰাই দৃঢ়ভাৱে এই কথাও কৈছে-

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্ঠ
যিটোজনে আৰু উলঙ্ঘিয়া প্ৰৱৰ্ত্তয়।
ভৈল সিটো মোৰ আজ্ঞাছেদী মোক দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নহয়॥

একশৰণ অৱস্থা ভক্তিৰ চূড়ান্ত অৱস্থা। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তাৰাৰ প্ৰৱৰ্ত্তিত ধৰ্ম্ম মতবাদত সেইবাবে একশৰণৰ ওপৰত অত্যন্ত গুৰুত্ব দিছে। ভক্তিধৰ্ম্ম বা ভাগৱত ধৰ্ম্মত প্ৰবেশৰ প্ৰথম চৰ্ত্তই হৈছে একশৰণ।

একশৰণ হ'লেহে ভকতৰ ভক্তিসিদ্ধ হোৱা বুলি ধৰিব পাৰি।

ভক্তৰ সাধ্যতত্ত্ব সম্বন্ধে ৰায় ৰামানন্দৰ লগত মহাপ্ৰভু শ্ৰীচৈতন্য-দেৱে আলোচনা কৰিবলৈ লওঁতে ভকতে কি অৱস্থা পালে সাধন-ৰাজ্যত প্ৰকৃত ভক্তৰ পৰ্য্যায় লাভ কৰে তাৰ সুন্দৰ প্ৰতিচ্ছবি এটি তেওঁলোকৰ আলোচনাৰপৰা পৰিষ্কাৰভাৱে ওলাই পৰে।

প্ৰভু কহে পড় শ্লোক সাধ্যেৰ নিৰ্ণয়।
ৰায় কহে স্বধৰ্ম্মাচৰণে বিষ্ণুভক্তি হয়॥
প্ৰভু কহে এহো বাহ্য আগে কহ আৰ।
ৰায় কহে কৃষ্ণে কৰ্ম্মাৰ্পণ সৰ্ব্ব সাধ্য সাৰ॥
প্ৰভু কহে এহো বাহ্য আগে কহ আৰ।
ৰায় কহে স্বধৰ্ম্ম ত্যাগ সৰ্ব্ব সাধ্য সাৰ॥
প্ৰভু কহে এহো বাহ্য আগে কহ আৰ।
ৰায় কহে জ্ঞানমিশ্ৰা ভক্তি সাধ্য সাৰ।
প্ৰভু কহে এহো বাহ্য আগে কহ আৰ।
ৰায় কহে জ্ঞানশূণ্য ভক্তি সাধ্য সাৰ॥
প্ৰভু কহে এহো হয় আগে কহ আৰ।
ৰায় কহে প্ৰেমভক্তি সৰ্ব্ব সাধ্য সাৰ॥

ইয়াত ভক্তৰ জ্ঞানমিশ্ৰা ভক্তিলৈকে মহাপ্ৰভু শ্ৰীচৈতন্যদেৱে বাহ্য বুলি প্ৰত্যাখ্যান কৰিছে। জ্ঞানশূন্য ভক্তি আৰু প্ৰেমভক্তিকহে আচল শুদ্ধভক্তি বুলি স্বীকাৰ কৰিছে। গতিকে এই ভক্তিৰ অধিকাৰ হোৱা সহজ কথা নহয়। ভক্তিৰ প্ৰাধান্য সম্বন্ধে শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে নামঘোষাত উক্তি কৰিছে—

কেৱল ভকতি পুৰুষক তাৰে সহায় কাকো নচাৱে।
জ্ঞান কৰ্ম্ম তাৱে তাৰিতে নপাৰে ভকতি নপাৱে যাৱে॥

ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ এয়ে কেৱলা ভকতি। শ্ৰীমদ্ভাগৱততো সৰ্ব্বধৰ্ম্ম ত্যাগী ভগৱদ্ভক্তকেই শ্ৰেষ্ঠ নিৰ্ণয় কৰিছে। যথা,—

আজ্ঞায়ৈবং গুণান্ দোষান্ ময়াদৃষ্টানপি স্বকান্।
ধৰ্ম্মান্ সংত্যজ্য যঃ সৰ্ব্বান্ মাং ভজেত স সত্তমঃ॥

মোৰদ্বাৰা বিহিত বেদোক্ত ধৰ্ম্মসৱৰ আচৰণত সত্ত্ব শুদ্ধাদি গুণ আৰু অনাচৰণত দোষ, ইয়াক জানিয়ো যিজনে সৰ্ব্বধৰ্ম্ম পৰিত্যাগ কৰি একমাত্ৰ মোকেই ভজনা কৰে, তেৱেঁই সাধুসকলৰ ভিতৰত শ্ৰেষ্ঠ।

গীতাত শ্ৰীভগৱানে আনদেৱ ত্যজি এক শৰণীয়া কৃষ্ণভক্ত লোকাচাৰ বা বেদাচাৰৰ দৃষ্টিত সুত্বৰাচাৰী হ'লেও তেওঁক পৰম সাধু আখ্যা দিছে। সুত্বৰাচাৰী পুৰুষেও যদি ভগৱানত শৰণ লয়, তেওঁ শীঘ্ৰে ধৰ্ম্মাত্মাত ৰূপান্তৰিত হয় আৰু নিত্য শান্তিলাভ কৰে। তেওঁ এই কথাও দৃঢ়স্বৰে কৈছে যে ভগৱানৰ ভক্তৰ কেতিয়াও বিনাশ নহয়। যথা,—

অপিচেৎ সুত্বৰাচাৰো ভজতে মামনন্যভাক্।
সাধুৰেব স মন্তব্যঃ সম্যক্ ব্যৱসিতো হি সঃ॥ গীতা ৯।৩০
ক্ষিপ্ৰং ভৱতি ধৰ্ম্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।
কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰনশ্যতি॥ ৯।৩১

অতি ত্বৰাচাৰী পুৰুষেও যদি অনন্যচিত্ত হৈ মোক ভজনা কৰে, তেওঁক সাধু বুলি মন্তব্য কৰিবা। যিহেতু তেওঁযে মোক সম্যকভাৱে নিৰ্ণয় কৰিলে, তেওঁৰ অধ্যৱসায় উত্তম।

(অতি ত্বৰাচাৰী পুৰুষেও মোত শৰণ ল'লে) তেওঁ অতি শীঘ্ৰে ধৰ্ম্মাত্মা হৈ পৰে আৰু নিত্য শান্তি লাভ কৰে। হে কৌন্তেয়, তুমি প্ৰতিজ্ঞা কৰি ক'ব পাৰা যে মোৰ ভক্তৰ কদাচিতো বিনাশ নহয়।

নামঘোষাত শ্ৰীমাধৱদেৱ পুৰুষে লিখিছে—

মাধৱে বোলন্ত ধনঞ্জয় মহাত্বৰাচাৰী অতিশয়
আনদেৱ তেজি মোকেসে মাত্ৰ ভজয়।
তাকেসে পৰম সাধু বুলি মানিৱা মনত সৰ্বক্ষণে
যিহেতু সম্যকে কৰিলে মোক নিশ্চয়॥
ভক্তিৰ মহিমা অদভুত অধৰ্ম্ম তেজিয়া ধৰ্ম্মচিত্ত
হোৱে শীঘ্ৰে মোক ভজি জানা কুন্তীসুত।

আক যি কুতৰ্কী নমানয় তথাগৈয়া বায়া বাক্যচয়
বাহুমেলি কৰা অঙ্গীকাৰ অদভূত ॥
মোহোৰ পৰম ঈশ্বৰৰ দুৰাচাৰ ভক্তো নোহে নষ্ট
কিন্তু সিটো ভক্ত কৃতাৰ্থ অতি হোৱয় ।
তোমাৰ প্ৰগলভ পৌঢ়ী শুনি সমস্ত কুতৰ্ক পৰিহৰি
গুৰুত্বে তোমাক কৰিবে সবে আশ্ৰয় ॥

ভক্তিৰ মহিমা অদ্ভুত। স্পৰ্শমণিয়ে যিকোনো ধাতুকে স্পৰ্শ কৰিলে সি প্ৰকৃত সুৱৰ্ণত পৰিণত হৈ সুৱৰ্ণৰ মূল্যতেই বিক্ৰী হোৱাৰ দৰে ভক্তি স্পৰ্শমণিয়ে যাৰ হৃদয়ত এবাৰ স্পৰ্শ কৰে, তেওঁ সকলো দোষ মুক্ত হৈ অৱশেষত পৰমভক্ত স্বৰূপেই পৰিগণিত হয় ।

এতিয়া আমি পূৰ্ব্বে উল্লেখ কৰা ভাগৱত শৰণৰ কথালৈ আহোঁ । ভগৱান দৈৱকীৰ গৰ্ভত আবিৰ্ভাৱ হ'লত সমস্ত দেৱতাসকল, নাৰদাদি মুনিসকল আৰু ব্ৰহ্মা, শিৱ আদি ভগৱানৰ অংশাৱতাৰসকল কংসৰ কাৰাগাৰত উপস্থিত হৈ শ্ৰীহৰিৰ স্বৰূপ মাহাত্ম্য আঠটি বিশেষণেৰে বিশেষিত কৰি তেওঁৰ গুণকীৰ্ত্তন কৰিবলৈ ধৰিলে ।

শ্ৰীকৃষ্ণ ভগৱানে লীলাময় বিগ্ৰহৰূপে তেওঁৰ নিত্যধাম বৈকুণ্ঠত বিৰাজ কৰে, অন্তৰ্য্যামীৰূপে প্ৰত্যেক জীৱৰ হৃদয়ত অৱস্থান কৰে আৰু ব্ৰহ্মৰূপে সৰ্ব্বত্ৰ অৱস্থান কৰে। শাস্ত্ৰ-সিদ্ধান্তত এই কথাৰ সত্যতা প্ৰমাণ হয়। যেনে—'তদ্ধামং পৰমং মম' (গীতা) সেয়ে মোৰ পৰম ধাম। ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদেশেঽৰ্জ্জুন তিষ্ঠতি' (গীতা) হে অৰ্জ্জুন, ঈশ্বৰ সমস্ত জীৱৰ হৃদয়ত অৱস্থান কৰে। 'বাসুদেৱ সৰ্ব্বমিতি' (গীতা) সমগ্ৰ জগত বাসুদেৱময়। 'সৰ্ব্বং খল্বিদং ব্ৰহ্ম' (শ্ৰুতি) সমস্ত জগতেই ব্ৰহ্ম। এই সিদ্ধান্ত সাৰোগত কৰিয়ে জ্ঞানীসকলে জ্ঞান সাধনাত তেওঁক ব্ৰহ্মৰূপে সৰ্ব্বত্ৰ অনুভৱ কৰিবলৈ চেষ্টা কৰে যোগীসকলে অষ্টাঙ্গ যোগ সাধনাত অন্তৰ্য্যামীৰূপে হৃদয়ত অনুভৱ কৰিবলৈ প্ৰয়াস কৰে আৰু ভকতসকলে ভক্তিযোগত ভগৱানৰ নিজধামত শ্ৰীভগৱানৰ সেৱাধিকাৰ পোৱাৰ বাঞ্ছা কৰে। কিন্তু

জ্ঞানীৰ সৰ্ব্বত্ৰ বাসুদেৱময় ভাৱ আৰু যোগীৰ হৃদয়স্থ পৰমাত্মাৰূপী আত্মাৰ সৰ্ব্বদায় ৰমণ কৰা ভাৱতকৈ ভকতৰ প্ৰেমভক্তি ভাৱত অধিক ৰস আৰু অধিক সুখ পোৱা যায়। শ্ৰীমাধৱদেৱ পুৰুষে নামঘোষাত এই তত্ত্ব পৰিষ্কাৰভাৱে পৰিস্ফুট কৰিছে।

পৰম সত্যলোক ভগৱৎ ধাম। মুক্তি আকাঙ্ক্ষী যোগীসকলে কায়মনোবাক্যে দেহ মন শুদ্ধ কৰি হৃদয়ত ভগৱানক উপলব্ধি কৰিবৰ চেষ্টা কৰে—এয়ে তেওঁৰ পুৰুষাৰ্থ। সেইদৰে জ্ঞানীসকলে বিদ্যা, অবিদ্যা দুয়ো সুখতে নিৰপেক্ষ থাকিব। সমস্ত জগত কেৱল বাসুদেৱ-ময় দেখিব,—জ্ঞানীৰ এয়ে পুৰুষাৰ্থ। ভকতসকলে ভুক্তি মুক্তি আদি সকলো আকাঙ্ক্ষা ত্যাগ কৰি একমাত্ৰ পুৰুষোত্তম শ্ৰীকৃষ্ণৰ প্ৰেমভক্তিকেই মনত নিশ্চয় কৰি পৰমানন্দ লাভ কৰিবৰ চেষ্টা কৰিব। ভকতসকলৰ এয়ে পুৰুষাৰ্থ। জ্ঞানী আৰু যোগীৰ পুৰুষাৰ্থ-তকৈ ভকতৰ পুৰুষাৰ্থৰ গুৰুত্ব অধিক। কিয়নো ভকতে ঐকান্তিক প্ৰেম ভকতিৰদ্বাৰা মুক্তি তথা ভগৱদ্ সাক্ষাৎকাৰৰ উপৰিও ভগৱানৰ পাৰ্ষদ স্বৰূপে ভগৱানৰ নিত্য সেৱাধিকাৰ যেতিয়া লাভ কৰে, তেওঁৰ পক্ষে হৃদিস্থিত আত্মাক উপলব্ধি কৰা বা সমস্ত জগতকে বাসুদেৱময় দেখা স্বাভাৱিকতে আহি পৰে। কিন্তু জ্ঞানীয়ে সমস্ত জগতক বাসুদেৱ দেখা আৰু যোগীয়ে হৃদস্থিত আত্মাক উপলব্ধি কৰাৰ পিছত তেওঁলোকৰ সকলো পুৰুষাৰ্থ সিমানতে অন্ত পৰাত ভগৱানৰ পাৰ্ষদ স্বৰূপে ভগৱানৰ সেৱাধিকাৰ লভি ঐকান্তিক প্ৰেমভকতিৰ অধিকাৰী হোৱা তেওঁলোকৰ পক্ষে সম্ভৱ নহয়। এজন কোটিপতিৰ পক্ষে হাজাৰ টকাৰ মালিক বা লক্ষ টকাৰ মালিক হোৱা স্বাভাৱিক কথা; কিন্তু এজন হাজাৰ টকাৰ মালিক বা লক্ষ টকাৰ মালিকক কোটিপতি হোৱা বুলি ক'ব নোৱাৰি।

জ্ঞানী আৰু যোগীয়ে ভগৱদ্ দৰ্শনৰ সুখ পায় তাত সন্দেহ নাই। কিন্তু ভকতে ভগৱদ্ দৰ্শনৰ সুখৰ উপৰিও অধিক ভগৱদ্ সেৱাসুখ পায়। এই কাৰণে জ্ঞান আৰু যোগতকৈ ভকতি গৰিষ্ঠ।

সেইবাবে ব্ৰহ্মা, শিৱ, নাৰদ, ইন্দ্ৰাদি সকলোৱে লীলাময়—শ্ৰীভগৱানৰ পৰম মধুৰ লীলাৰস আস্বাদন কৰিবৰ কাৰণে একশৰণ পূৰ্ব্বক ( শ্ৰীগোবিন্দৰ পাদপদ্মত শৰণাপন্ন হৈ ) কংসৰ কাৰাগাৰত তেওঁৰ স্বৰূপ মাহাত্ম্যৰ গুণাগুণ কীৰ্ত্তন কৰিবলৈ ধৰিলে। ভগৱানে তেওঁৰ অমৃতময় অপূৰ্ব্ব লীলাৰস মৰ্ত্ত্যভূমিত সিঞ্চন কৰাৰ অৰ্থে দৈৱকীৰ গৰ্ভত আৱিৰ্ভাৱ হোৱাৰ সংবাদ জানি ব্ৰহ্মা, শিৱ, নাৰদাদিয়ে নিজ নিজ ধাম পৰিত্যাগ কৰি কংসৰ কাৰাগাৰত উপস্থিত হৈছেহি। ইয়াতে এটি বুজিবলগীয়া কথা হৈছে এয়ে যে, ব্ৰহ্মা, শিৱাদি দেৱতা আৰু নাৰদাদি মুনিসকল একমাত্ৰ ব্ৰহ্ম সাযুজ্য অথবা পৰমাত্মাৰ দৰ্শন লাভৰ উদ্দেশ্যে কংসৰ কাৰাগাৰত উপস্থিত হোৱা নাছিল। তেওঁলোকে ভালদৰে বুজিছিল পৰমানন্দ ঘনবিগ্ৰহ লীলাময় শ্ৰীগোবিন্দ নিজ ধাম ত্যাগ কৰি কংসৰ কাৰাগাৰত দৈৱকীৰ গৰ্ভত আৱিৰ্ভাৱ হোৱাৰ ক্ষেত্ৰত গভীৰ ৰহস্য লুকাই আছে। শ্ৰীভগৱানে তেওঁৰ অচিন্ত্য লীলা মৰ্ত্ত্যভূমিত প্ৰকট কৰাৰ উদ্দেশ্যেই যে দৈৱকীৰ গৰ্ভত আৱিৰ্ভাৱ হৈছে সেই কথা বুজি সেই লীলাৰস আস্বাদনৰ কাৰণেই দেৱতাসকল গভীৰ ৰাত্ৰি কংসৰ কাৰাগাৰত উপস্থিত হৈ শ্ৰীকৃষ্ণৰ চৰণত শৰণাপন্ন হৈ তেওঁৰ মাহাত্ম্যাদিৰ স্তৱ কৰিছে। এই কথাৰপৰা আমি এটি নিশ্চিত সিদ্ধান্তত আহিব পাৰোঁ যে,—যিসকল দেৱতাই ভগৱানৰ মহৎ কৃপা আৰু অনুগ্ৰহ সততে লাভ কৰি থাকে আৰু ভগৱদ্‌তত্ত্ব সম্যকৰূপে জানে তেওঁলোকে সৰ্ব্বব্যাপি ব্ৰহ্মত নাইবা সৰ্ব্বভূতৰ হৃদয়স্থিত অন্তৰ্য্যামী পৰমাত্মাত শৰণ নলৈ, লীলা বিগ্ৰহধাৰী শ্ৰীগোবিন্দৰ চৰণতহে শৰণাগত হৈছে। ভগৱানৰ যিমানবোৰ বিভাৱ আছে সেই সকলো বিভাৱতকৈ তেওঁৰ সচ্চিদানন্দ স্বৰূপ ঘন মূৰ্ত্তিৰ লীলাময় বিগ্ৰহৰ অচিন্ত্য বিভাৱ যে অধিক চিত্তাকৰ্ষক, অধিক আনন্দদায়ক আৰু গৰীয়ান সেই কথা ভালদৰে অৱগত হৈয়েই দেৱতাসকলে শ্ৰীগোবিন্দৰ চৰণত শৰণাপন্ন হৈছিল। জ্ঞানীৰ ব্ৰহ্ম, যোগীৰ

পৰমাত্মা আৰু ভক্তৰ ভগৱান তত্বত অভেদ হ'লেও, লক্ষণত কিছু তাৰতম্য অৱশ্য স্বীকাৰ্য্য। ভক্তিধৰ্ম্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ লীলা বিগ্ৰহধাৰী সেই পৰম পুৰুষ পৰমেশ্বৰ শ্ৰীকৃষ্ণৰ উপাসক আছিল। তাৰাৰ অভিন্ন হৃদয় শ্ৰীমাধৱদেৱ পুৰুষে সেই-বাবে নামঘোষাৰ প্ৰথম ঘোষাতে 'ভজো হেনো দেৱ যদুপতি' বুলি উক্তি কৰি মহাপুৰুষীয়া ধৰ্ম্মৰ উপাস্য সম্বন্ধে স্পষ্টভাৱে ব্যক্ত কৰি গৈছে। শৰণ ধৰ্ম্মৰ মাহাত্ম্য সম্বন্ধে শ্ৰীমাধৱদেৱ পুৰুষে এই-বুলি ব্যক্ত কৰিছে,—

যিটো জনে শুদ্ধভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ প্ৰসাদে সিটো বিপ্নিৰ মূৰত ভৰি
দিয়া হৰি গুণ গায়া নাচে॥

কিন্তু শৰণ শুদ্ধ নহ'লে শ্ৰীহৰিৰ মহান কৃপা লাভ ভকতৰ পক্ষে সহজ সাধ্য নহয়। শুদ্ধ ভক্তিৰ অৰ্থে নহৈ ক্ষুদ্ৰ স্বাৰ্থ বুদ্ধি লৈ ভগৱানত শৰণ ল'লে ভগৱানৰ নামে বিশেষ কাম কৰিব নোৱাৰে। ঘোষাত শ্ৰীমাধৱদেৱ পুৰুষে উক্তি কৰিছে,

শুদ্ধে বা অশুদ্ধে এক নাম বোলে বা শুনে বা মনে স্মৰে
অপৰাধ-হীন পুৰুষক সদ্যে তাৰে।
দেহ-ধন-জন-অৰ্থ-লোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে
সেহি হৰি নামে তাৰিতে শীঘ্ৰে নপাৰে॥

গীতাৰ পৰমতত্ত্ব শৰণ ধৰ্ম্ম সম্বন্ধে বহুতো আলোচনা কৰা হ'ল। এতিয়া মহাপুৰুষীয়া ধৰ্ম্মৰ মূল অৱলম্বন শ্ৰীমদ্ভাগৱত তত্ত্ব সম্বন্ধে সংক্ষিপ্ত আলোচনা কৰিয়ে আমি 'নামঘোষা ভাৱামৃত'ৰ ভূমিকা সম্বৰণ কৰিম।

গীতাত শ্ৰীকৃষ্ণ ভগৱানে সকলো পাপ, সকলো ভয়ৰপৰা নিস্কৃতি লভি পৰমগতি তথা ভগৱান প্ৰাপ্তিৰ উপায় হিচাপে ভগৱানত একশৰণ হোৱাটোকে নিৰ্ণয় কৰি অৰ্জ্জুনক একশৰণ হ'বলৈ নিৰ্দ্দেশ

দিলে। কিন্তু 'সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ' হ'বলৈ হ'লে ভকতে নিজত্ব সম্পূৰ্ণ পৰিত্যাগ কৰি কেনেদৰে তদ্‌গতচিত্তে ভগৱানানুগত হ'ব লাগে তাৰ প্ৰকৃষ্ট উদাহৰণ ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত দাঙি নধৰিলে। শ্ৰীমদ্ভাগৱতৰ ব্ৰজলীলাত গোপী-সকলৰ কৃষ্ণ প্ৰেমৰ ভিতৰেদি ব্যাসদেৱে সেই এক শৰণীয়া ভকতৰ চিত্ৰ এটি পৰিষ্কাৰ কৰি দেখুৱালে। এক কথাত গীতাৰ ভাবানুবাদ ভাগৱত, সৰ্ব্বশাস্ত্ৰ শিৰোমণি গীতাৰ পৰম ৰহস্য শ্ৰীব্যাসদেৱে ভাগৱতত অনুবাদ কৰি দেখুৱাইছে। গতিকে ভাগৱত গীতাৰ পৰিপূৰক।

বেদব্যাসে সমস্ত বেদ বিভাগ কৰি মহাভাৰত আৰু বেদান্ত সূত্ৰ ৰচনা কৰাৰ পিছতে প্ৰকৃত শান্তি নাপাই বদৰিকাশ্ৰমৰ ওচৰৰ সৰস্বতী নৈৰ পাৰত বিষণ্নমনে বহি আছিল। হেন সময়ত দেৱৰ্ষি শ্ৰীনাৰদ তাত উপস্থিত হৈ ব্যাসৰ বিষণ্নতাৰ কাৰণ সুধিলত ব্যাসে ক'লে,

ব্ৰহ্মজ্ঞান চিন্ততো মনত নাহি সুখ।
নজানন্ত কিসত মনত মিলে দুখ॥
হওঁ যদি আমি বেদ শাস্ত্ৰত পাৰ্গত।
কৰোঁ নিতে ঈশ্বৰ অৰ্পণ কৰ্ম্ম যত॥
মহাজ্ঞান পূৰ্ণ আমি জগতে প্ৰখ্যাত।
হন্ত সমাধিত ব্ৰহ্ম আপুনি সাক্ষাত॥
তথাপি সুগুছে মোৰ মনে অসন্তোষ।
নেপাওঁ বিমৰিষি কিবা কৰি অছোঁ দোষ॥

তাৰ উত্তৰত নাৰদে ক'লে,

প্ৰকটি কহিলা তুমি আনসে ধৰ্ম্মক।
নকৰিলা প্ৰখ্যাত তুমি কৃষ্ণ কীৰ্ত্তনক॥
সিজিল তোমাৰ ঋষি পৰম অন্যায়।
নাহি সুস্থ চিত্ত তব সেহি অভিপ্ৰায়॥

মোৰ উপদেশে কৰা ভাগৱত শাস্ত্ৰ।
প্ৰচাৰোক গোবিন্দৰ গুণ নাম মাত্ৰ ॥
শ্ৰৱণ কীৰ্ত্তনে মাত্ৰ তৰোক নিশেষ।
দূৰ হৌক তোমাৰ মনৰ মহা ক্লেশ ॥
যদ্যপি ভকতি নৱবিধ মাধৱৰ।
শ্ৰৱণ কীৰ্ত্তন তাতে মহা শ্ৰেষ্ঠতৰ ॥
ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰো তত্ত্ব অৰ্থ ॥
আবে অনাদৰি জ্ঞান স্বধৰ্ম নিশেষ।
কেৱল দিয়োক ভকতিৰ উপদেশ ॥
ভকতিসি কৰে সংসাৰৰ বন্ধনাশ।
ভকতিৰ প্ৰভাৱ শুনিও ঋষি ব্যাস ॥
স্বধৰ্মক ত্যজি ভজে কৃষ্ণক সম্প্ৰতি।
তাৰ প্ৰেম পূৰ্ণ যেবে নভৈল ভকতি ॥
ভৈল ভ্ৰষ্ট যদি বা অলপতে গৈলা প্ৰাণ।
জানা নাহি তথাপি তাহাৰ অকল্যাণ ॥
ঊৰ্দ্ধবাহু কৰি হেৰা কৰোঁ অঙ্গীকাৰ।
অধম জাতিতো যদি জন্ম ভৈল তাৰ ॥
জ্ঞানীতো কৰ্ম্মীতো, কৰি তথাপি অধিক।
দেৱৰ বন্দনী সিটো ভকতি ৰসিক ॥

তাৰ পিছত ব্যাসদেৱে নাৰদৰ কৃপাত ভগৱদ্ তত্ত্ব প্ৰত্যক্ষ কৰি ভক্তি ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে শ্ৰীমদ্ভাগৱত গ্ৰন্থ প্ৰণয়ন কৰিলে।

**বৰ্গাৱলীত,—**

একচিত্তে মাধৱত কৰিয়া ভকতি।
তেবে তান পিচত নিৰ্ম্মল ভৈলা মতি ॥
ভকতিৰ পৰম আনন্দ ভৈল জাত।
হৃদয়ত ঈশ্বৰক দেখিলা সাক্ষাত ॥

কৃষ্ণৰ অধীন মায়া দেৱীক দেখিল।
তেবেসে ব্যাসৰ মনে সংশয় গুছিল॥

শ্ৰীমদ্ভাগৱতত,

মহাহৰি প্ৰসাদে তৰিলো ঘোৰ মায়া।
হেন জানি ব্যাস জগতকে কৰা দায়া॥
কৃষ্ণ গুণ নাম ধৰ্ম্ম কৰিয়ো বেকত।
শ্ৰৱণ কীৰ্ত্তন কৰি তৰোক জগত॥
এহি বুলি ভৈলা মুনি স্বৰ্গত প্ৰবেশ।
ব্যাসো শান্ত চিত্ত ভৈল পায়া উপদেশ॥
কৃষ্ণৰ মূৰ্ত্তিক পাচে কৰিলন্ত ধ্যান।
হৃদয়তে কৃষ্ণক দেখিলা বিদ্যমান॥
বাম পাশে মায়া দক্ষিণত ভক্তি মাৱ।
দেখি ব্যাস ঋষিৰ ৰোমাঞ্চ ভৈল গাৱ॥
মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত।
দুহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত॥
বন্ধৰ মোক্ষৰ হেতু দেখি ব্যাস ঋষি।
ভাগৱত শাস্ত্ৰ পাচে কৰিলা হৰিষি॥
পৰম ৰহস্য মহা ভকতিৰ পন্থ।
শুক পঢ়াইলা ইটো ভাগৱত গ্ৰন্থ॥

এতেকে ব্যাসদেৱে পৰম ভক্তিৰ বলত ঈশ্বৰ দৰ্শনৰ লগতে ঈশ্বৰৰ অচিন্ত্য মায়া শক্তিকো দৰ্শন লাভ কৰিবলৈ সক্ষম হৈছিল। তাৰ ফলত তেওঁৰ সকলো সংশয় আৰু উদ্বেগ প্ৰশমিত হোৱাত প্ৰকৃত তত্ত্ব বস্তুকেই শ্ৰীমদ্ভাগৱতত বিবৃত কৰিছিল। গতিকে ভাগৱতৰ কথাৰ মাজত কোনো ভ্ৰম প্ৰমাদাদি থকাৰ সম্ভাৱনা নাই। যি পৰম ভক্তিৰ বলত ব্যাসদেৱে ভাগৱত তত্ত্ব লাভ কৰিছিল, শ্ৰীমদ্ভাগৱতত সেই তত্ত্বকেই সন্নিবিষ্ট কৰি দেৱৰ্ষি নাৰদৰ আজ্ঞাত ব্যাসদেৱে জগতৰ

পৰম মঙ্গলৰ অৰ্থে অবিকৃত ভাগৱত ধৰ্ম্ম তথা ভক্তিধৰ্ম্ম আৰু শ্ৰীমদ্ভাগৱত গ্ৰন্থ ৰচনা কৰিছিল।

ঘোষাত শ্ৰীমাধৱদেৱ পুৰুষে ভাগৱত সম্বন্ধে উক্তি কৰিছে,

সমস্ত বেদান্ত সাৰ ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰিনাম মাত্ৰ ॥

তাৰাই ঘোষাত পুনৰ লিখিছে,

সমস্ত বেদান্ত সাৰ শ্ৰীভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিলে যি জনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই ॥

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱত সম্বন্ধে উক্তি কৰিছে,

বৈকুণ্ঠৰ শাস্ত্ৰ শ্ৰীকৃষ্ণৰ মুখৰ বচন।
ইহাৰ কি তত্ত্ব পায় যেই সেই জন ॥
টীকা ভাষ্য চাই এৱে বুদ্ধিৰ প্ৰভাৱে।
কেহ অৰ্থ জানে কিন্তু তত্ত্বক নপাৱে ॥

তেন্তে ইয়াৰ তত্ত্ব জনাৰ উপায়?

শুদ্ধভাৱে লৈলে যিটো কৃষ্ণত শৰণ।
ভকতিৰ প্ৰভাৱে নিৰ্ম্মল ভৈল যাৰ মন ॥
সি যি জন অৰ্থ তত্ত্বক পাৱয়।
ভাগৱত পুৰাণৰ এহিসে নিৰ্ণয় ॥

শ্ৰীমদ্ভাগৱত ভগৱানৰ গ্ৰন্থৰূপী মূৰ্ত্তি। দ্বাপৰ যুগৰ অৱসান আৰু কলিযুগৰ প্ৰাৰম্ভণিত শ্ৰীকৃষ্ণৰ যেতিয়া ধৰাধাম ত্যাগ কৰি বৈকুণ্ঠ প্ৰয়াণ হ'ল তেতিয়া শ্ৰীকৃষ্ণই ভগৱান তেওঁৰ সমস্ত ধৰ্ম্ম জ্ঞানাদিৰ সহিত এই শ্ৰীমদ্ভাগৱততেই আশ্ৰয় গ্ৰহণ কৰিছিল বুলি ভাগৱতত উল্লেখ আছে। যথা,—

কৃষ্ণে স্বধামোপগতে ধৰ্ম্ম জ্ঞানাদিভিঃ সহ।
কলৌ নষ্ট দৃশামেষ পুৰাণাৰ্কোহধুনোদিতঃ ॥ (ভাঃ ১।৩।৪৫)

অৰ্থাৎ, শ্ৰীকৃষ্ণ সূৰ্য্য যেতিয়া প্ৰপঞ্চ লীলা সম্বৰণ কৰি বৈকুণ্ঠ গমন কৰে, তেতিয়া কলিৰ নষ্ট দৃষ্টিৰ লোকসকলৰ প্ৰয়োজন সিদ্ধিৰ অভিপ্ৰায়ে পুৰাণ সূৰ্য্য অৰ্থাৎ ভাগৱত উদিত হ'ল।

সেইবাবে শ্ৰীকৃষ্ণ যেনে বিভু, শ্ৰীমদ্ভাগৱতো তেনে বিভু; শ্ৰীকৃষ্ণ যেনেদৰে সৰ্ব্বাশ্ৰয়, শ্ৰীমদ্ভাগৱতো সেইদৰে সৰ্ব্বাশ্ৰয়।

শ্ৰীচৈতন্য চৰিতামৃততো উক্তি কৰিছে,

কৃষ্ণতুল্য ভাগৱত বিভু সৰ্ব্বাশ্ৰয়।
প্ৰত্যেক শ্লোকে প্ৰত্যেক অৰ্থে নানা অৰ্থ কয়॥

ভগৱানৰ গ্ৰন্থৰূপী মূৰ্ত্তি শ্ৰীমদ্ভাগৱত আৰু ভগৱানৰ মুখ-নিসৃত বাণীবদ্ধ গ্ৰন্থ সৰ্ব্বশাস্ত্ৰ শিৰোমণি শ্ৰীমদ্ভাগৱদ্‌গীতাৰ বিশুদ্ধ একশৰণ নামধৰ্ম্ম তথা ভক্তিধৰ্ম্ম জগত কল্যাণ আৰু জগত উদ্ধাৰৰ অৰ্থে জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱে তাৰাৰ অভিন্ন হৃদয় আৰু প্ৰধান শিষ্য মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ সমন্বিতে জগতত প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰি গৈছিল। তাৰাসৱৰ অমৰ গ্ৰন্থ কীৰ্ত্তনঘোষা আৰু দশম, নামঘোষা আৰু ৰত্নাৱলী আৰু তাৰাসৱৰ বিভিন্ন নাট, বড়গীত আদিৰ প্ৰতিটো অক্ষৰে মূলতঃ গীতা আৰু ভাগৱতৰ পৰম তত্বকে বহন কৰি জগতত আজিকোপতি সেই সত্যকে প্ৰচাৰ কৰি আহিছে।

যি সময়ত প্ৰৱল প্ৰতাপান্বিত কোঁচ ৰজা, আহোম ৰজা, কছাৰী ৰজা, চুতীয়া ৰজা, বাৰভূঞা আদি বিভিন্ন ৰাজনৈতিক প্ৰাদুৰ্ভাৱত অসম তথা প্ৰাচীন কামৰূপ ৰাজ্যত অনৈক্যৰ বীজ সিঞ্চন হৈছিল, যি সময়ত শাক্ত, শৈৱ, গাণপত্য, সৌৰ আদি বিভিন্ন ধৰ্ম্ম মতবাদে অসমৰ ধৰ্ম্মৰ ধাৰা শতধা বিভক্ত কৰিছিল, সেই সময়ত ভাৰতৰ পূৰ্ব্ব ৰাজ্যত ভগৱানৰ অৱতাৰ স্বৰূপে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৱিৰ্ভূত হৈ তাৰাৰ প্ৰধান শিষ্য শ্ৰীশ্ৰীমাধৱদেৱ আৰু শ্ৰীশ্ৰীদামোদৰদেৱ, শ্ৰীশ্ৰীহৰিদেৱ প্ৰমুখ্যে অসমৰ অন্যান্য বৈষ্ণৱ গুৰুসকলৰ সহযোগত "ৰাম কহু ৰাম কহু" এই মূল মন্ত্ৰৰ বলত এক বৃহৎ অসমীয়া জাতি গঠন কৰি সেই জাতিৰ ভাষা, সাহিত্য, সংস্কৃতি,

সমাজ আৰু ধৰ্ম্মৰ ভেটি সুদৃঢ় কৰি গৈছিল। তাৰাৰ নাছিল কোনো ৰাজনৈতিক ক্ষমতা, নাছিল কোনো আধুনিক বৈজ্ঞানিক দক্ষতা; অথচ একমাত্ৰ শুদ্ধ ভক্তিধৰ্ম্মৰ বলত এক সৰ্ব্বাঙ্গসুন্দৰ, সৰ্ব্বতো প্ৰকাৰে পৰিপূৰ্ণ জাতি এটি সমভাৱ আৰু সমদৰ্শনৰ ভেটিত প্ৰতিষ্ঠিত কৰি গৈছিল। ধৰ্ম্মই হৈছে কোনো এক জাতিৰ আত্মা; সেই জাতিৰ প্ৰাণ। আত্মাক বাদ দি জীৱৰ যেনেদৰে প্ৰাণ স্পন্দন নাথাকে, সমস্ত ক্ৰিয়া ৰহিত হয়,—সেইদৰে ধৰ্ম্মক বাদ দি জাতীয় জীৱনৰ অস্তিত্ব লোপ পায়,—তাৰ ভাষা, সাহিত্য, সংস্কৃতি, সমাজ স্থবিৰ হৈ যায়। গতিকে গুৰুজনাৰ প্ৰদৰ্শিত পথেই আমাৰো একমাত্ৰ গতিপথ হোৱা বাঞ্ছনীয়।

তাৰাৰ ধৰ্ম্ম সমভাৱ, সমদৰ্শনৰ ধৰ্ম্ম, তাৰাৰ ধৰ্ম্ম অহিংস ধৰ্ম্ম, ইয়াত হিংসাৰ কোনো স্থান নাই।

যি ধৰ্ম্মত তাৰস্বৰে নিনাদিত হৈছে,

সমস্তে ভূতত ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥
সমস্ত জগতে বিষ্ণু বুদ্ধি নহে যাৱে।
কায় মন বাক্যে অভ্যাসিব এহি ভাৱে ॥
কুকুৰ গৰ্দ্দভৰ সৱে আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥

যি ধৰ্ম্মত এই শিক্ষাই ঠাই পাইছে,

ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাঁতাত চোৰত যাৰ দৃষ্টি এক তুল ॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজন ॥

যি ধৰ্ম্মৰ গীতমাতত ধ্বনিত হয়,

যত জীৱ জঙ্গম কীট পতঙ্গম
অগণন জগ তেৰি কায়া।

যি ধৰ্ম্মত উচ্চাৰিত হৈছে—

ঈশ্বৰত দেখে যিটো সমস্ত প্ৰাণীক।
প্ৰাণী সমস্তত দেখে ঈশ্বৰ মূৰ্ত্তিক ॥
সমস্ত ঐশ্বৰ্য্য ব্যাপি আছে জগতত।
হেন যিটো দেখে সিটো মহাভাগৱত ॥

যি ধৰ্ম্মত ঘোষিত হৈছে,

মৃগ মীন মহাসাধু নৰে মনৰ সন্তোষে তৃণ জলে
হিংসা শূন্য হুয়া থাকয় জীৱন ধৰি।
তথাপিতো ইটো ত্ৰিতয়ৰ কৈৱৰ্ত্ত পিশুন ব্যাধ সৰে
ইটো জগতত তিনি অকাৰণ বৈৰী ॥

যি ধৰ্ম্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এদিন শিষ্য সমন্বিতে পদব্ৰজে যাওঁতে ব্যাধৰ ফান্দত লাগি থকা হৰিণ পোৱালি, চৰাই আদি ফান্দ মুক্ত কৰি দি ব্যাধৰ জীৱিকাৰ বাবেও ফান্দৰ কাষত যথোপযুক্ত টকা কড়ি দি তাৰাৰ জীৱৰ প্ৰতি অনন্য কৰুণাৰ নিদৰ্শন প্ৰকাশ কৰিছিল। যি ধৰ্ম্মৰ ভিতৰত গাৰো, ভোট, যৱন আদি অন্ত্যজ জাতিও উচ্চস্থান লভি ধন্য হৈছিল, যি ধৰ্ম্মই পূৰ্ব্বৰাজ্যত পোন প্ৰথমে প্ৰচলিত বলি-বিধানৰ বিৰুদ্ধে প্ৰৱল বিৰুদ্ধাচৰণ কৰি সকলোকে পৱিত্ৰ ভক্তিধৰ্ম্মৰ ডোলেৰে বান্ধি এক বিৰাট জাতি গঠনত অৰিহণা যোগাইছিল, সেই মহান ধৰ্ম্মৰ মাজত আজি সকলো ভূততে ঈশ্বৰ বুদ্ধিৰ কথা পাহৰি, সেই ধৰ্ম্মৰ সাম্যবাদ, সমদৰ্শনৰ কথা পাহৰি, সেই ধৰ্ম্মৰ শুদ্ধ হৰি ভক্তিৰ কথা পাহৰি ক্ষুদ্ৰ ক্ষুদ্ৰ কথাতে নানান বিভেদ সৃষ্টিৰ চেষ্টা কৰাটো অত্যন্ত পৰিতাপৰ কথা, ধৰ্ম্মৰ নামত এয়া অত্যন্ত ব্যভিচাৰ যেন লাগে।

যি ধৰ্ম্মত সকলো প্ৰাণীয়ে ঈশ্বৰৰ অংশ বুলি ঈশ্বৰৰ সৃষ্ট কোনো প্ৰাণীকে হিংসা কৰাৰ বিৰুদ্ধে স্পষ্ট মত দাঙি ধৰিছিল, সেই ধৰ্ম্মৰ ধ্বজা বহনকাৰীয়ে নিজৰ দৈহিক তৃপ্তিৰ বাবে শঙ্কৰ, মাধৱ দুজনা

গুৰুৰ দোহাই দি জীৱ হত্যা কৰি জীৱহিংসাক প্ৰশ্ৰয় দিয়াটো নিতান্ত অন্যায় কথা যেন বোধ হয়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত মহাপুৰুষীয়া ধৰ্ম্ম তথা বিশুদ্ধ ভক্তি ধৰ্ম্ম নাইবা একশৰণ নাম ধৰ্ম্ম জগতত প্ৰচাৰ কৰিবলৈ যাওঁতে তাৰাৰ অনুগামীসকলে ধৰ্ম্মৰ সামগ্ৰিক দিশৰ ওপৰত নজৰ আৰু গুৰুত্ব দিয়া উচিত। ধৰ্ম্মৰ অনুগামীসকলে এইটো ভালদৰে জনা উচিত ধৰ্ম্মৰ উদ্দেশ্য আত্মাৰ বিকাশ সাধন আৰু ঈশ্বৰ প্ৰত্যক্ষানুভূতি লাভ কৰা। তাকে নকৰি ধৰ্ম্মৰ নামত বিভেদ আৰু বিদ্বেষৰ ভাৱ জগাই তুলিলে ধৰ্ম্মৰ অপমৃত্যু ঘটে।

মহাপুৰুষীয়া ধৰ্ম্মৰ শুদ্ধ দৰ্শন গুৰু দুজনাৰ অমূল্য গ্ৰন্থসমূহৰ মাজত লিপিবদ্ধ হৈছে। নামঘোষা সেই গ্ৰন্থসমূহৰ ভিতৰত অন্যতম। শ্ৰীমাধৱদেৱৰ কৃত নামঘোষাত মহাপুৰুষীয়া ধৰ্ম্মৰ দৰ্শন ভ্ৰমপ্ৰমাদশূন্যভাৱে সংৰক্ষণ কৰা হৈছে। শুদ্ধ চিত্তে আৰু পৰম ভক্তিভাৱে এই গ্ৰন্থ পাঠ কৰিলে মহাপুৰুষীয়া ধৰ্ম্মৰ মতবাদ বুজিবলৈ সন্দেহৰ কোনো অৱকাশ নাথাকে। আমি "নামঘোষা ভাৱামৃত"ত নামঘোষাৰ প্ৰতিটো ঘোষা যথাযথভাৱে ব্যাখ্যা কৰিবৰ চেষ্টা কৰিছোঁ। সেই চেষ্টা কিমানদূৰ সফলকাম হৈছে, সেইটো সহৃদয় পাঠক সমাজে বিচাৰ কৰিব।

গ্ৰন্থখনি লিখোঁতে পূৰ্ব্বতে উন্নুকিওৱা কাৰণত প্ৰায় ১০ দহ বছৰ লাগিল। সেইবাবে বহুকথা পুনৰাবৃত্তি কৰা স্বাভাৱিক।

আন বহু গ্ৰন্থকাৰে নামঘোষাৰ প্ৰতিটো ঘোষা শ্ৰীমাধৱদেৱ পুৰুষে যি সংস্কৃত শ্লোকৰ অনুবাদ বা ভাবানুবাদ স্বৰূপে লিপিবদ্ধ কৰিছে, সেইবোৰ মূল সংস্কৃত শ্লোক বহু পৰিশ্ৰম কৰি উদ্ধাৰ কৰি দেখুৱাইছে। আমাৰ 'নামঘোষা ভাৱামৃত'ত আমি সেইটো কৰিব যোৱা নাই। নামঘোষাৰ ঘোষাসমূহ শ্ৰীমাধৱদেৱ পুৰুষে আন বহুতো সংস্কৃত শ্লোকৰ ভাবানুবাদ স্বৰূপে গ্ৰহণ কৰিছে যদিও, তাৰাৰ অনুবাদৰ ভিতৰত এনে এক মাধুৰ্য্য আছে যে তাৰাৰ

অনূদিত প্ৰতিটো ঘোষাই তাৰাৰ মৌলিক চিন্তাৰপৰা সাৱলীল গতিত ওলাই অহা যেন লাগে। তাৰাই নামঘোষাত যি এহাজাৰ ঘোষা সন্নিবিষ্ট কৰিছে, সকলোবোৰ ঘোষাৰ অন্তৰ্নিহিত উদ্দেশ্য পঢ়ুৱৈ সমাজক ভগৱদমুখী কৰা, ভগৱদ্ দৰ্শনৰ শ্ৰেষ্ঠ আৰু শুদ্ধ পন্থা মহাপুৰুষীয়া ধৰ্ম্ম মতবাদ বা মহাপুৰুষীয়া ধৰ্ম্মৰ দৰ্শন যথাযথভাৱে বুজাই দিয়া। তাৰাৰ অমূল্য গ্ৰন্থ নামঘোষাৰ সহস্ৰ ঘোষাৰ গুৰুপ্ৰসাদ লিখোঁতে আমি কিমানদূৰ কৃতকাৰ্য্য হৈছোঁ, সেই কথা একমাত্ৰ ভগৱানৰ অশেষ কৃপা আৰু শঙ্কৰ-মাধৱ দুজনা গুৰুৰ বিশেষ আশীৰ্ব্বাদৰ ওপৰত নিৰ্ভৰ কৰিছে। আমাৰ শত সহস্ৰ ভুল-ত্ৰুটি আৰু বঢ়া-টুটা দোষৰ বাবে আমি সদৌ ধৰ্ম্মপ্ৰাণ ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰি ইমানতে নামঘোষা ভাৱামৃতৰ ভূমিকা সমাপ্ত কৰিলোঁ।

যং ব্ৰহ্মাবৰুণেন্দ্ৰৰুদ্ৰ মৰুতঃ স্তুণ্বন্তি দিৱৈঃ স্তৱৈ
বৈদৈঃ সাঙ্গ পদক্ৰমো পনিষদৈৰ্গায়ন্তি যং সামগাঃ।
ধ্যানাবস্থিত তদ্গতেন মনসা পশ্যন্তি যং যোগিনো
যস্যান্তং ন বিদুঃ সুৰাসুৰগণা দেৱায় তস্মৈ নমঃ॥

ব্ৰহ্মা, বৰুণ, ইন্দ্ৰ, ৰুদ্ৰ, ও বায়ু যাক দিব্যস্তৱৰদ্বাৰা স্তুতি কৰে, সামগায়িসকলে শিক্ষাদি অঙ্গ পদক্ৰম আৰু উপনিষদৰ সহিত বেদৰদ্বাৰা যাৰ গান কৰে, ধ্যান নিবদ্ধ, তদ্গত নিশ্চল মনৰদ্বাৰা যোগীসকলে যাক দৰ্শন কৰে আৰু সুৰ আৰু অসুৰসকলে যাৰ অন্ত জানিব নোৱাৰে, সেই পৰম দেৱক নমস্কাৰ কৰোঁ।

ভবে ভবে যথা ভক্তিঃ পাদয়োস্তৱ জায়তে।
তথা কুৰুস্ব দেবেশ ! নাথস্তং নো যতঃ প্ৰভো।
নাম সঙ্কীৰ্ত্তনং যস্য সৰ্ব্ব পাপ প্ৰণাশনম্।
প্ৰণামো দুঃখ শমনস্তং নমামি হৰিং পৰম্॥

হে প্ৰভু, হে যোগেশ্বৰ, জন্মে জন্মে যাতে তোমাৰ চৰণ কমলত মোৰ ভক্তি জন্মে, তুমি কৃপা পূৰ্ব্বক তদ্ৰূপ ব্যৱস্থা কৰা। কাৰণ তুমিয়েই মোৰ নাথ। যাৰ নাম সংকীৰ্ত্তন সৰ্ব্বপাপ বিনাশক আৰু সৰ্ব্ব দুঃখ নিবাৰক, মই সেই পুৰুষোত্তম শ্ৰীহৰিক প্ৰণাম কৰোঁ।

সৱ অপৰাধ বাধক তুৱা নাম
তাহে শৰণ লেহু জানি।

ইতি—
ভক্ত পদধূলি প্ৰাৰ্থী
**কৃষ্ণানন্দ**
তাং ১৩।১০।৮৩ ইং



# গীতাৰ ভূমিকা

দ্বিতীয়ে শোক সন্তপ্তমৰ্জ্জুনং ব্ৰহ্মবিদ্যয়া ।
প্ৰতিবোধ্য হৰিশ্চক্ৰে স্থিতপ্ৰজ্ঞস্য লক্ষণম্ ॥
শোক পঙ্ক নিমগ্নং যঃ সাংখ্য যোগোপদেশতঃ ।
উজ্জহাৰাৰ্জ্জুনং ভক্তং স কৃষ্ণ শৰণং মম ॥

অনুবাদ :—শ্ৰীহৰিয়ে দ্বিতীয় অধ্যায়ত ব্ৰহ্মবিদ্যাৰ উপদেশৰদ্বাৰা শোক সন্তপ্ত অৰ্জ্জুনক প্ৰবোধদান পূৰ্ব্বক স্থিতপ্ৰজ্ঞৰ লক্ষণ নিৰ্ণয় কৰিলে। যিজনে সাংখ্য ( জ্ঞান ) আৰু যোগৰ উপদেশত শোক পঙ্কত নিমগ্ন ভক্ত অৰ্জ্জুনক উদ্ধাৰ কৰিলে, সেই কৃষ্ণ মোৰ শৰণ ( সহায়, আশ্ৰয় ) হওক ।

শোক মোহ মহা পঙ্ক মাজে অৰ্জ্জুন মগন ভৈলা দেখি
পৰম ঈশ্বৰ দৈৱকী নন্দ নন্দন ।
কৃপায়ে ঈশ্বৰ তত্ত্ব কহি উদ্ধাৰিলা নিজ ভকতক
হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ ॥

( নামঘোষা )

মূকং কৰোতি বাচালং পঙ্গুং লজ্ঘয়তে গিৰিম্ ।
যৎ কৃপা তমহং বন্দে পৰমানন্দ মাধৱম্ ॥

অনুবাদঃ যাৰ কৃপাত মূকেও কথা ক'ব পাৰে, পঙ্গুজনেও পৰ্ব্বত আৰোহণ কৰিব পাৰ, সেই পৰমানন্দ মাধৱ শ্ৰীকৃষ্ণক মই নমস্কাৰ কৰোঁ ।

গীতাৰ বিষয়ে মহাভাৰতৰ উক্তি :—

একং শাস্ত্ৰং দেৱকী পুত্ৰ গীতমেকো দেৱো দৈৱকী পুত্ৰ এব ।
একোমন্ত্ৰস্তস্য নামানি যানি কৰ্ম্মপ্যেকং তস্য দেৱস্য সেৱা ॥

নিষ্ঠা শাস্ত্ৰ মাত্ৰ একেখন, যিখন দৈৱকী নন্দন শ্ৰীকৃষ্ণই কীৰ্ত্তন

কৰিছিল, দেৱতাও মাত্ৰ এজনহে—তেওঁ হ'ল দৈৱকী দেৱীৰ পুত্ৰ শ্ৰীকৃষ্ণ, কৰ্ম্ম মাত্ৰ একেটাহে—তেওঁৰ পদসেৱা কৰা আৰু মন্ত্ৰও মাত্ৰ এটিহে—তেওঁৰ সেই অদ্ভুত নাম।

ঘোষাৰ উক্তি :—

একেখনি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকী-নন্দন কৈলা যাক
দেৱো একমাত্ৰ দৈৱকী দেৱীৰ সুত।
দৈৱকী পুত্ৰৰ পদসেৱা কৰ্ম্মো এক এহিমানে মাত্ৰ
মন্ত্ৰো এক তান নাম অদ্ভুত ॥

গীতা সৰ্ব্বশাস্ত্ৰ শিৰোমণি, সমস্ত সম্প্ৰদায় আৰু সমস্ত মতবাদীৰ সমভাৱে নমস্যা। গীতা বেদৰ পৰৱৰ্ত্তী হ'লেও ই বেদৰ ন্যায় সমস্ত সম্প্ৰদায়ৰ মান্য। কৰ্ম্মী, জ্ঞানী, ভক্ত, যোগী সকলোৱে গীতাক পৰম শ্ৰদ্ধাৰে আৰু সমভাৱে মান্য কৰি থাকে। সনাতন হিন্দুধৰ্ম্মত গীতা বেদৰ দৰেই প্ৰামাণ্য গ্ৰন্থ।

উপনিষদ, গীতা আৰু বেদান্ত সূত্ৰ বা ব্ৰহ্মসূত্ৰ—এই তিনিখন গ্ৰন্থকে প্ৰস্থানত্ৰয় বুলি কোৱা হয়। এই তিনিখন শাস্ত্ৰ সনাতন (হিন্দু) ধৰ্ম্মৰ প্ৰধান স্তম্ভ স্বৰূপ। এই তিনিখন শাস্ত্ৰ সিদ্ধান্তকে ধ্ৰুৱতৰাৰ দৰে লক্ষ্য কৰি সংসাৰ সমুদ্ৰৰ যাত্ৰীসকলে মোক্ষৰ পথলৈ প্ৰস্থান বা গতি কৰে। উপনিষদ বেদৰ শেষ-ভাগ। ঋষিসকলৰ বাণী, বেদান্ত আৰু উপনিষদৰ দৰে তত্ত্বৰাশি যুক্তি-তৰ্কৰ দ্বাৰা চালি জাৰি লৈ কৃষ্ণ-দ্বৈপায়ন বেদব্যাসে বেদান্ত দৰ্শন নাইবা ব্ৰহ্মসূত্ৰ প্ৰণয়ন কৰে। আনহাতে গীতা সমস্ত উপনিষদৰাশিৰ সাৰমৰ্ম্ম। যথা,

সৰ্ব্বোপনিষদো গাবো দোগ্ধা গোপাল নন্দনঃ।
পাৰ্থো বৎস সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥

অনুবাদ :—সমস্ত উপনিষদৰাশি গাভীস্বৰূপ, গোপাল নন্দন ভগৱান শ্ৰীকৃষ্ণ দোহকৰ্ত্তা, অৰ্জ্জুন বৎস (দামুৰী) আৰু মহৎ গীতামৃত দুগ্ধস্বৰূপ ; সুধীসকলে তাক পান কৰে।

গীতা বেদৰ পৰৱৰ্ত্তী হ'লেও বেদৰ সমান মান্য, ই ত্ৰয়োদশ উপনিষদ। ভগৱান শ্ৰীকৃষ্ণই সমস্ত বেদৰ সাৰভাগ লৈ গীতাতত্ত্ব কীৰ্ত্তন কৰিছিল

গীতা সুগীতা কৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰ বিস্তৰৈঃ।
যা স্বয়ং পদ্মনাভস্য মুখ পদ্মাদ্বিনিসৃতা ॥

অনুবাদ :— শ্ৰীমদ্ভাগৱতদগীতাই সুগীতা, ইয়াক গীত কৰা, কীৰ্ত্তন কৰা বা পাঠ কৰাই কৰ্ত্তব্য, যি শাস্ত্ৰ সাক্ষাৎ শ্ৰীকৃষ্ণৰ মুখপদ্মৰপৰা প্ৰকাশ পাইছে। আন বিস্তৰ শাস্ত্ৰৰ আৰু কি প্ৰয়োজন ?

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে উপৰোক্ত তিনি প্ৰস্থানৰ ভিতৰত গীতা প্ৰস্থানকে শ্ৰেয় প্ৰস্থান বুলি নিৰ্ণয় কৰি একশৰণমূলক নামধৰ্ম্ম প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰে। শ্ৰীগীতা আৰু শ্ৰীমদ্ভাগৱত এই দুয়ো মহাগ্ৰন্থৰে নিৰ্ণিত চৰম গতি একে ; কেৱল ভিন্ন আদৰ্শ লৈ একে স্থানলৈকে প্ৰস্থান কৰিছে। গীতা মহাভাৰতৰ অন্তৰ্ভুক্ত। শ্ৰীকৃষ্ণ ভগৱানে ভাগৱতত তেওঁৰ একান্ত আৰু প্ৰিয়তম ভক্ত উদ্ধৱক একাদশ স্কন্ধৰ সাত অধ্যায়ৰপৰা উনত্ৰিশ অধ্যায়লৈকে যি তত্ত্বৰ কথা কৈছিল, গীতাত তেওঁ অৰ্জ্জুনক হুবহু সেইসকলো তত্ত্বৰেই উপদেশ দিছে। নিষ্কাম কৰ্ম্মযোগ, সৰ্ব্বভূতত ভগৱদ্‌ভাৱ, শ্ৰীকৃষ্ণত একশৰণ হৈ অৰ্থাৎ পূৰ্ণ আত্ম-সমৰ্পণ কৰি সৰ্ব্বকৰ্ম্ম আৰু সৰ্ব্বকৰ্ম্মফল তেওঁতে সমৰ্পণ ইত্যাদি গীতোক্ত ধৰ্ম্মৰ যি সাৰ কথা—সেইসকলো কথাই ভাগৱততো পোৱা যায়। কিন্তু মহাভাৰত আৰু গীতাত নথকা দুটি কথা একমাত্ৰ ভাগৱততহে পোৱা যায়,— সেই কথা দুটি হ'ল, বৃন্দাৱনৰ ব্ৰজলীলা আৰু ৰাস-পঞ্চাধ্যায়। স্থায়ী, শান্ত আৰু দাস্য ভাৱৰ কথা মহাভাৰত আৰু গীতাতো আছে ; কিন্তু সখ্য, বাৎসল্য আৰু মধুৰ ভাৱৰ কথা—বিস্তাৰিতভাৱে একমাত্ৰ শ্ৰীমদ্ভাগৱতৰ ব্ৰজলীলাতহে বৰ্ণিত হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সখ্য, বাৎসল্য, মধুৰ ভাৱত ঈশ্বৰ বুদ্ধি নাই দেখি এই তিনি পৰম উৎকৰ্ষভাৱ স্বীকাৰ কৰিলেও শান্ত আৰু দাস্য ভাৱৰ ভজন পন্থাকে সাৰ কৰি এই দুই ভাৱৰ আলমত তেওঁৰ মতবাদ প্ৰতিষ্ঠা কৰে।

উপনিষদ, বেদান্ত দৰ্শন আৰু গীতা—এই প্ৰস্থানত্ৰয়ৰ ভিতৰত আগতেই কোৱা কৈছে,—মহাপুৰুষে গীতা প্ৰস্থানকে শ্ৰেয় প্ৰস্থান বুলি স্বীকাৰ কৰি লৈছিল। যিহেতু গীতা স্বয়ং ভগৱান শ্ৰীকৃষ্ণৰ মুখৰ বচন। শ্ৰীকৃষ্ণই গীতাৰ পঞ্চদশ অধ্যায়ৰ পঞ্চদশ শ্লোকত কৈছে,—"ময়ে বেদসমূহৰ জ্ঞাতব্য আৰু ময়ে আচাৰ্য্যৰূপে বেদান্তৰ অৰ্থ প্ৰকাশক।" এইকাৰণে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰ ভজনমাৰ্গ—নামধৰ্ম্ম অৰ্থাৎ শ্ৰৱণ, কীৰ্ত্তন অঙ্গকেই শ্ৰেয় পন্থা বুলি স্বীকাৰ কৰি আৰু গীতাৰ গুহ্যতম উপদেশ ভগৱানত একশৰণ হৈ ভাগৱত ধৰ্ম্মত প্ৰৱেশৰ অধিকাৰ নিৰ্ণয় কৰিলে। ( গীতা ১৮।৬৫-৬৬ শ্লোক দ্ৰষ্টব্য )।

গীতাৰ ৯ম অধ্যায়তো শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম সম্বন্ধে মন্তব্য কৰিছে। ( গীতা ৯।১৪ শ্লোক দ্ৰষ্টব্য )। নামঘোষাত শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে তাৰেই প্ৰতিধ্বনি কৰিছে এইবুলি —

ৰহস্যক জানে যিটো লোক সততে কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ় ব্ৰত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাৱে
তাৰ মোৰ এৰাএৰি নাহি কদাচিত ॥ ( নামঘোষা )।

একমাত্ৰ ভক্তিয়ে যাৰ সাধ্য-সাধন, প্ৰেম মাত্ৰ যাৰ প্ৰয়োজন, তেওঁ যেন ভগৱানত একান্ত শৰণাগত হৈ দৃঢ়ব্ৰত আৰু পৰম যত্ন সহকাৰে সৰ্ব্বদায় সমাহিত চিত্তে ভগৱানৰ নাম-গুণ কীৰ্ত্তন কৰে। তেনেজন ভকতৰ পক্ষে বস্তুতঃ ভগৱৎ-প্ৰাপ্তি অত্যন্ত সুলভ। গীতাৰ এয়ে অভয়-বাণী।

গীতাৰ প্ৰথম অধ্যায়ৰপৰা ষষ্ঠ অধ্যায়লৈ কৰ্ম্ম-ষটক—অৰ্জ্জুনক উদ্দেশ্য বা কেন্দ্ৰ কৰি কোৱা হৈছে। সপ্তম অধ্যায়ৰপৰা দ্বাদশ অধ্যায়লৈ ভক্তি ষটক—ভগৱানে নিজক লক্ষ্য কৰি কৈছে। ত্ৰয়োদশ অধ্যায়ৰপৰা অষ্টাদশ অধ্যায়লৈ জ্ঞান-ষটক। মনুষ্য জীৱন কৰ্ম্মময়; সমস্ত কৰ্ম্মকেই কিন্তু ঈশ্বৰ অৰ্পণা বুদ্ধিত কৰিব লাগে,—গীতাৰ

এয়ে শিক্ষা। যদিওবা গীতাত কাম্য কৰ্ম্মৰ নিন্দা আছে, তথাপি সেইবোৰ কৰ্ম্মও অনাসক্তভাৱে যিয়ে কৰে, তেওঁকেই প্ৰকৃত সন্ন্যাসী আৰু যোগী বুলি কোৱা হৈছে।

গীতাৰ ১ম অধ্যায় বিষাদযোগ। ষড়দৰ্শনৰো মূলতত্ব বিষাদ-যোগ। এই বিষাদৰপৰা পৰিত্ৰাণ লাভৰ বাবে দৰ্শন শাস্ত্ৰত বিভিন্ন উপায় নিৰ্ণয় কৰিছে। কিদৰে বা কেনেকৈ জীৱৰ ঐকান্তিক দুঃখ নিবৃত্তি হয়, তাৰ উপদেশ ষড়দৰ্শনে দিছে। কিন্তু গীতা আৰু ভাগৱতে অকল অত্যন্তিক দুঃখৰ নিবৃত্তিয়েই নহয়, ঐকান্তিক সুখ আৰু পৰমানন্দ লাভ কেনেকৈ হয়, তাৰো উপায় নিৰ্ণয় কৰিছে। ঐকান্তিক দুঃখ নিবৃত্তিয়েই জীৱৰ চৰম প্ৰাপ্তি নহয়, ঐকান্তিক সুখৰ আস্বাদনেহে জীৱৰ চৰম গতি আৰু পৰম প্ৰাপ্তি ঘটায়। এই কাৰণে শ্ৰীমদ্ভাগৱত আৰু গীতাদি শাস্ত্ৰই মুক্তিকো উপেক্ষা কৰি পুৰুষোত্তমৰ প্ৰেম-ভক্তিৰ সন্ধান মানৱ জাতিৰ সন্মুখত দাঙি ধৰিছে আৰু সেই প্ৰেম-ভক্তি লাভৰ একমাত্ৰ উপায় স্বৰূপে নিৰ্ণয় কৰিছে ব্ৰহ্মতত্বৰো ওপৰত ভগৱৎ-তত্ব বা পুৰুষোত্তম তত্বত আশ্ৰয় অৰ্থাৎ আত্মসমৰ্পণ। শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষৰ এই সম্পৰ্কে ঘোষাৰ উক্তি—

সমস্ত সুখক তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিলে আশ্ৰয়।
ভকত সৱৰ এহি পুৰুষাৰ্থ মনোনীত
আন সুখ অধিক পাৱয়॥

মুক্তিত ভকতিৰ সুখ নাই; কিন্তু ভকতিত মুকুতিৰ সুখ এনেয়ে মিলে। ( গীতা ১৪।২৭ শ্লোক দ্ৰষ্টব্য ) যথা—

ব্ৰহ্মণো হি প্ৰতিষ্ঠাহমমৃত স্বাব্যয়স্য চ।
শাশ্বতস্য চ ধৰ্ম্মস্য সুখস্যৈকান্তিকস্য চ॥ ১৪।২৭

অৰ্থাৎ যিহেতু মই ব্ৰহ্মৰো প্ৰতিষ্ঠাতা ( আশ্ৰয় ), নিত্য অমৃতৰ ( মোক্ষৰ ), সনাতন ধৰ্ম্মৰ আৰু ঐকান্তিক সুখৰো প্ৰতিষ্ঠাতা।

এই কাৰণে ভাগৱতী ধৰ্ম্মৰ চৰম লক্ষ্য আৰু পৰমগতি হ'ল,—

ভুক্তি, মুক্তি, সিদ্ধি বাহুতা আদি ভক্তি ধৰ্ম্মৰ অন্তৰায়সমূহ উপেক্ষা কৰি একমাত্ৰ পুৰুষোত্তমৰ প্ৰেমকে নিৰ্ণয় কৰি শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্মৰ আশ্ৰয় লোৱা।

কৰ্ম্ম ষটকৰ ১ম অধ্যায়ৰ বিষাদ যোগৰপৰা ৬ষ্ঠ অধ্যায়ৰ অভ্যাস যোগলৈ নিষ্কাম কৰ্ম্মযোগৰ উপদেশৰ লগে লগে অপূৰ্ব্ব জ্ঞান আৰু ভক্তিযোগৰো ৰহস্য বৰ্ণনা কৰিছে। ৬ষ্ঠ অধ্যায়ৰ ৪৬।৪৭ শ্লোকত কৰ্ম্মী, জ্ঞানী আৰু তপস্বীতকৈ যোগীক শ্ৰেষ্ঠ স্থান দি সকলো যোগীতকৈ আকৌ ভগৱৎ-ভক্তকেই সৰ্ব্বশ্ৰেষ্ঠ বুলি মন্তব্য কৰিছে। গতিকে গীতাৰ কৰ্ম্মযোগ জ্ঞান-ভক্তিশূন্য নহয়। আন-হাতে মায়াবাদী বা বৈদান্তিক জ্ঞানবাদীৰ মতে কৰ্ম্ম বন্ধনৰ কাৰণ ; কিন্তু গীতাৰ কৰ্ম্মবাদৰ কৰ্ম্ম মোক্ষৰ কাৰণ। গীতাৰ জ্ঞানবাদৰ মূল উদ্দেশ্যও কৰ্ম্মত্যাগ নহয় ; বৰং সমস্ত জগতত বাসুদেৱ ভাৱ তথা ভগৱৎ ভাৱ লৈ, সমস্ত কৰ্ম্মৰাশি নিজৰ স্বাৰ্থৰ বাবে নধৰি বা কোনো স্বাৰ্থবুদ্ধি নাৰাখি জগত মঙ্গলাৰ্থে আৰু ঈশ্বৰ প্ৰীত্যাৰ্থে ভগৱৎ কৰ্ম্ম এই বুদ্ধিযুক্ত হৈ কৰ্ম্ম কৰাটোহে গীতাৰ জ্ঞানবাদৰ উদ্দেশ্য বা ৰহস্য।

গীতাৰ জ্ঞানবাদত অদ্বৈত সিদ্ধি, নিৰ্ব্বাণ, ব্ৰহ্মস্থিতি, ব্ৰহ্মভাৱ ইত্যাদি শব্দৰ উল্লেখ ঠায়ে ঠায়ে থাকিলেও সমস্ত জগতৰে প্ৰতি সচ্চিদানন্দ ভাৱ প্ৰতিষ্ঠা আৰু জগত হিতাৰ্থে, ঈশ্বৰ প্ৰীতিৰ অৰ্থে সমস্ত কৰ্ম্ম কৰি যোৱাটোহে মূলতঃ গীতাৰ জ্ঞানবাদ। এতেকে গীতাৰ জ্ঞানবাদো ঈশ্বৰবাদেৰে পৰিপূৰ্ণ।

গীতাৰ ভক্তিবাদো জ্ঞান, কৰ্ম্ম, ভগৱদ্ভক্তিৰ সংমিশ্ৰণত সাধন ভক্তিৰ এক অপূৰ্ব্ব অঙ্গ স্বৰূপে পৰিগণিত হৈছে। কপিলৰ সাংখ্য জ্ঞানবাদী আৰু গীতাৰ সাংখ্যও জ্ঞানবাদী ; কিন্তু উভয়ৰ মাজত যথেষ্ট পাৰ্থক্য। কপিলৰ সাংখ্য মতে পুৰুষ আৰু প্ৰকৃতি এই দুয়ো সংসাৰ প্ৰপথতৰ মূল কাৰণ। প্ৰকৃতিৰ হাতৰপৰা মুক্ত হ'ব পাৰিলেই জীৱৰ মনুষ্য জন্মৰ সমস্ত দুঃখৰপৰা নিবৃত্তি হয়।

এইবাবে সাংখ্য সূত্ৰত "জ্ঞানাৎ মুক্তি" বুলি কৈছে। এই জ্ঞান কি জ্ঞান? পুৰুষ প্ৰকৃতিৰ ভেদ জ্ঞান।

কিন্তু গীতাৰ মতে প্ৰকৃতি দুই—পৰা আৰু অপৰা। সাংখ্যৰ মতে যি প্ৰকৃতি, গীতাৰ মতে সেয়ে অপৰা প্ৰকৃতি আৰু সাংখ্যৰ পুৰুষেই গীতাৰ পৰা প্ৰকৃতি। গীতাৰপৰা আৰু অপৰা প্ৰকৃতি নাইবা সাংখ্যৰ পুৰুষ আৰু প্ৰকৃতি এই তত্ত্বৰ ওপৰতো গীতাৰ মতে আন এটি মহৎ তত্ত্ব আছে, তাকে পুৰুষোত্তম তত্ত্ব বোলা হৈছে। এই পুৰুষোত্তম তত্ত্বৰ দ্বাৰা গীতাই কপিলৰ সাংখ্যবাদ আৰু নিৰ্ব্বিশেষ ব্ৰহ্মবাদ সবিশেষ ভগৱৎ-তত্ত্ব ঈশ্বৰবাদৰ সহিত সমন্বয় সাধন কৰিছে। শ্ৰীকৃষ্ণ ভগৱানে কপিলৰ নিৰীশ্বৰ সাংখ্য মতবাদৰ ওপৰতো পুৰুষোত্তম তত্ত্ব স্থাপন কৰি আৰু গীতাৰ ৰহস্য বৰ্ণনা কৰি ভাগৱত ধৰ্ম্মৰ নিৰ্দ্দেশ কৰিছে। সেইবাবে গীতাৰ ২য় অধ্যায়ৰ সাংখ্য যোগ জ্ঞান আৰু ঈশ্বৰবাদেৰে পৰিপূৰ্ণ। গীতাই আদ্যোপান্ত কৰ্ম্ম, জ্ঞান আৰু যোগৰ বৰ্ণনাৰ সৈতে ঈশ্বৰ প্ৰসঙ্গ কোনো ঠাইতে বাদ দিয়া নাই। প্ৰকৃতিৰ বন্ধনৰপৰা মুক্ত হৈ পুৰুষৰ যেতিয়া স্বৰূপ প্ৰাপ্তি ঘটে, তেতিয়া প্ৰকৃতিৰ সমস্ত ক্ৰিয়া বন্ধ হৈ যায়। এই কাৰণে কপিল সাংখ্যবাদ মতে ভগৱানৰ বিশ্ব-লীলা লুপ্ত কৰি কেৱলা হোৱাটোৱেই চৰম প্ৰাপ্তি।

বৈদান্তিক মায়াবাদী তথা ব্ৰহ্মজ্ঞানীৰ মতে ব্ৰহ্ম আৰু মায়াই জগত প্ৰপঞ্চৰ মূল। মায়া মুক্ত হ'ব পাৰিলেই মুক্তি। বৈদান্তিক মায়াবাদীসকলে জীৱ, জগত, ব্ৰহ্ম এই তিনিটা তত্ত্ব স্বীকাৰ নকৰে। একমাত্ৰ ব্ৰহ্মতত্ত্বকেই তেওঁলোকে স্বীকাৰ কৰে। ব্ৰহ্মই সত্য; জীৱ, জগত মিথ্যা। সাংখ্যৰ প্ৰকৃতি আৰু মায়াবাদী বৈদান্তিক মায়া একে যেন লাগে। সাংখ্যৰ মতে যেনেকৈ প্ৰকৃতিৰপৰা মুক্ত হ'লে জীৱৰ অত্যন্তিক দুঃখৰ নিবৃত্তি হয়, সেইদৰে মায়াবাদী বৈদান্তিকসকলৰ মতেও মায়াৰপৰা মুক্ত হ'লেই ব্ৰহ্মত্ব প্ৰাপ্তি ঘটে আৰু তেতিয়া সকলো দুঃখৰ নিবৃত্তি হয়। তেতিয়া আৰু বিশ্ব-

লীলাত মায়াৰ ক্ৰিয়া নাথাকে। আচলতে কপিল সাংখ্য আৰু বৈদান্তিকৰ মায়াবাদ—এই দুয়ো মতবাদেই সন্ন্যাসবাদ স্বীকাৰ আৰু সমৰ্থন কৰে। কৰ্ম্মত্যাগ কৰিলেহে জীৱৰ মোক্ষ বা মুক্তি। কৰ্ম্মই বন্ধনৰ কাৰণ। কৰ্ম্মত্যাগ ব্যতিৰেকে জীৱে কেতিয়াও মুক্তি নাপায়।

কিন্তু গীতা-মতবাদ মতে কৰ্ম্ম বন্ধনৰ কাৰণ নহয়; কৰ্ম্মফলহে, কৰ্ম্মফলৰ প্ৰতি থকা আসক্তিহে বন্ধনৰ কাৰণ। এই কাৰণে কৰ্ত্তৃত্ব অভিমান ত্যাগ কৰি, ফলাফলত আসক্তি শূন্য আৰু ভগৱানত ভক্তি-যুক্ত হৈ কৰ্ম্ম আচৰণ কৰিব—এয়ে গীতাৰ অপূৰ্ব্ব শিক্ষা।

গীতাৰ অষ্টাদশ অধ্যায়ৰ ৫৬।৫৭।৫৮ শ্লোকত শ্ৰীকৃষ্ণ ভগৱানে উপসংহাৰ স্বৰূপে কৰ্ম্মযোগ সম্বন্ধে অৰ্জ্জুনক শেষ উপদেশ দিছে; যথা,---

সৰ্ব্বকৰ্ম্মাণ্যপি সদা কুৰ্ব্বাণো মদ্ব্যপাশ্ৰয়ঃ।
মৎ প্ৰসাদাদবাপ্নোতি শাশ্বতং পদমব্যয়ম্॥ ৫৬
চেতসা সৰ্ব্বকৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰঃ।
বুদ্ধি যোগমুপাশ্ৰিত্য মচ্চিত্তঃ সততং ভব॥ ৫৭
মচ্চিত্তঃ সৰ্ব্বদুৰ্গাণি মৎ প্ৰসাদাৎ তৰিষ্যসি।
অথ চেৎ ত্বমহঙ্কাৰান্ন শ্ৰোষ্যসি বিনঙ্ক্ষ্যসি॥ ৫৮

অৰ্থাৎ, সৰ্ব্বদায় সমস্ত কৰ্ম্ম অনুষ্ঠান কৰিও যিজনে মোৰ শৰণাগত হয়, তেওঁ মোৰ প্ৰসাদত নিত্য অব্যয় পদ প্ৰাপ্তি হয়।

মনে প্ৰাণে সমস্ত কৰ্ম্ম মোতে সমৰ্পণ কৰি, মৎ পৰায়ণ হৈ সাম্য-বুদ্ধি যোগ আশ্ৰয় কৰি, সৰ্ব্বদায় চিত্ত মোতে ৰাখা আৰু যথাধিকাৰ কৰ্ম্ম কৰি যোৱা।

মোতে চিত্ত ৰাখিলে তুমি মোৰ অনুগ্ৰহত সমস্ত অৰ্থাৎ কৰ্ম্মৰ শুভাশুভ ফল অতিক্ৰম কৰিবা। আৰু যদি অহঙ্কাৰ কৰি মোৰ কথা নুশুনা তেন্তে তুমি বিনাশ প্ৰাপ্ত হ'বা।

গীতাৰ কৰ্ম্মবাদো ঈশ্বৰবাদেৰে পৰিপূৰ্ণ। মীমাংসকসকলৰ কৰ্ম্মনীতিক গীতাই প্ৰশংসা কৰা নাই। কাৰণ, মীমাংসকসকলৰ মতে স্বৰ্গাদি ফলাকাঙ্ক্ষী হৈ কৰ্ম্ম কৰিব লাগে। কৰ্ম্মৰ ফলাফলৰ নিমিত্তে জীৱৰ জন্মান্তৰ সংস্কাৰ লাভ হয়। এই কাৰণে বেদৰ বিহিত কৰ্ম্ম কৰাই জীৱৰ পক্ষে একান্ত প্ৰয়োজন। কিন্তু গীতাত বেদবাদৰতা কাম্য কৰ্ম্মীসকলৰ নিন্দা আছে।

( দ্বিতীয় অধ্যায়ৰ ৪২।৪৩ শ্লোক দ্ৰষ্টব্য )।

বিশেষতঃ বেদৰ ক্ৰিয়াকাণ্ডৰ ফল স্বৰ্গ ; কিন্তু স্বৰ্গও নিত্য নহয়। পুণ্যক্ষয়ত পতন অৱশ্যম্ভাৱী। গীতাই স্বৰ্গলোক দূৰৰ কথা, এনেকি ব্ৰহ্মলোকৰপৰাও জীৱৰ পতনৰ কথা উক্ত কৰিছে (৮।১৬ শ্লোক দ্ৰষ্টব্য)। তথাপিতো বহিৰ্ম্মুখীসকলক বেদকৰ্ম্মত প্ৰবৃত্ত কৰাৰ কাৰণে আৰু ফলাকাঙ্ক্ষী জীৱক আকৰ্ষিত কৰাৰ কাৰণে বেদত নানান শ্ৰুতি মনোহৰ বাক্যৰ দ্বাৰা বহুতো কৰ্ম্মৰ ভূয়সী-প্ৰশংসাৰ কথা দেখিবলৈ পোৱা যায়। যেনেকৈ অবোধ বালকক তিতা ঔষধকো তাৰ নিজৰ মঙ্গলৰ বাবে মিঠা বুলি নানান প্ৰবোধ বাক্যৰ দ্বাৰা খুওৱা হয়, সেইদৰে বেদ বহিৰ্ম্মুখ লোকসকলক বেদকৰ্ম্মত প্ৰবৃত্ত কৰাৰ কাৰণে বেদত বেদকৰ্ম্মৰ নানান প্ৰশংসাসূচক বাণীৰ অৱতাৰণা কৰা হৈছে। কৰ্ম্ম শব্দ গীতাত ব্যাপক অৰ্থত ব্যৱহৃত হৈছে। মীমাংসকসকলৰ দৰে কেৱল মাথোঁ যাগ-যজ্ঞ, ক্ৰিয়া-কাণ্ডক লক্ষ্য কৰি সঙ্কীৰ্ণ অৰ্থত গীতাৰ কৰ্ম্মবাদ ব্যৱহৃত হোৱা নাই। গীতাত কৰ্ম্ম শব্দৰ দ্বাৰা ৰাতিপুৱাৰপৰা গধূলিলৈকে দেহ ৰক্ষাৰ বাবে যাৱতীয় কৰ্ত্তব্য কৰ্ম্মকেই লক্ষ্য কৰি 'কৰ্ম্ম' শব্দ ব্যৱহৃত হৈছে ( ৯/২৭ শ্লোক দ্ৰষ্টব্য )। শৰীৰ থাকে মানে কৰ্ম্ম একেবাৰে ত্যাগ কৰা সম্ভৱপৰ নহয়। জনকাদি মুক্ত পুৰুষসকলেও নিয়ত কৰ্ম্ম কৰি গৈ কৰ্ম্মৰ মহান আদৰ্শ দেখুৱাই দি গৈছে, (৩/২০ শ্লোক দ্ৰষ্টব্য)। এনেকি স্বয়ং ভগৱানেও কৈছে, "ময়ো কৰ্ম্ম কৰোঁ ( ৩/২২-২৩ শ্লোক দ্ৰষ্টব্য )।

গীতাৰ কৰ্ম্মযোগী কৰ্ত্তৃত্বাভিমান শূন্য, মুক্তসঙ্গ, সিদ্ধি-অসিদ্ধিত নিৰ্ব্বিকাৰ, সুখ-দুখত সমভাৱ, লাভালাভত সমত্ব বুদ্ধিযুক্ত আৰু নিষ্কাম। তেওঁৰ কোনো নিজা কৰ্ম্ম নাই, সকলো কৰ্ম্ম ভগৱৎ-সমৰ্পিত। তেওঁ আত্মতৃপ্ত, আত্মদৰ্শনকামী আৰু শৰণাগত (২/৩৮)। তেওঁ নিমিত্তমাত্ৰ; ভগৱানেহে তেওঁৰ ভিতৰেদি কাম কৰে; তেওঁ যন্ত্ৰ, ভগৱান যন্ত্ৰী ( ১৮/৬১ শ্লোক দ্ৰষ্টব্য )। গীতাত আদ্যোপান্ত জ্ঞান, যোগ, ভক্তি আদি গূঢ় ৰহস্যযুক্ত কৰ্ম্মৰ অনুপ্ৰেৰণা দেখা যায়, কিন্তু কোনো ক্ষেত্ৰতে কৰ্ম্মক বাদ দিয়াৰ কথা নাই। কেৱল ভগৱৎভাৱ, ব্ৰহ্মভাৱ লৈ বিষ্ণু বুদ্ধিত কৰ্ম্মত প্ৰবৃত্ত হ'ব। এয়ে কৰ্ম্মযোগৰ ৰহস্য। গীতাৰ ২য় অধ্যায়ৰ ৪৭ শ্লোকত কৰ্ম্মযোগীৰ কাৰ্য্য প্ৰণালী চূড়ান্তভাৱে নিৰ্ণয় কৰিছে। যথা,—

কৰ্ম্মণ্যে বাধিকাৰস্তে মা ফলেষু কদাচন।
মা কৰ্ম্মফল হেতুৰ্ভূৰ্মাতে সঙ্গোহস্ত্ব কৰ্ম্মণি ॥

অৰ্থাৎ কৰ্ম্মতহে তোমাৰ অধিকাৰ, কৰ্ম্মফলত তোমাৰ কোনো অধিকাৰ নাই। আনহাতে কৰ্ম্মফল কামনাত তোমাৰ যেন কৰ্ম্মত প্ৰবৃত্তি নহয় আৰু কৰ্ম্মফলত অধিকাৰ নাই বুলি তোমাৰ যেন কৰ্ম্মত নিবৃত্তি ভাৱও নহয়। কৰ্ম্মযোগীয়ে এই চাৰিটা কথালৈ লক্ষ্য ৰাখি কৰ্ম্ম সম্পাদন কৰিব। কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিত্ৰত মহাপুৰুষে এই আদৰ্শৰ প্ৰতিচ্ছবি এটি দাঙি ধৰিছে।

মোতে চিত্ত দিয়া কৰ্ম্ম কৰিয়ো সন্তোষে।
তেবে কি কৰিব আৰ সংসাৰৰ দোষে ॥

শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষেও নামঘোষাত তেনে চিত্ৰ এটি দাঙি ধৰিছে।

অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড় প্ৰায়।
বুদ্ধিতে সমস্ত ত্যাজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহি ভাৱে ৰাম লোকত ফুৰা বেঢ়াই ॥

কৃষ্ণৰ সংসাৰ আৰু কৃষ্ণ দুটাকে সমন্বয় সাধন কৰাৰ বাবে ঘোষাত শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষৰ এই উক্তি।

গীতাত "বাসুদেৱ সৰ্ব্বমিতি", বিষ্ণু পুৰাণত "ইদং বিষ্ণুময়ং জগৎ", বেদান্তত "সৰ্ব্বং খল্বিদং ব্ৰহ্মম্" একে সত্যকে তিনি বাক্যত প্ৰকাশ কৰিছে। এই জগত বাসুদেৱময়, বিষ্ণুময় আৰু ব্ৰহ্মময়। এই কাৰণে সকলো ভূততে ঈশ্বৰ-অধিষ্ঠান জানি সকলো জীৱৰ কল্যাণাৰ্থে আত্মকল্যাণকামী ব্যক্তি মাত্ৰে কৰ্ম্ম কৰিব।

প্ৰহ্লাদে দৈত্য শিশুসকলক কৈছিল, –

বিস্তাৰঃ সৰ্ব্বভূতস্য বিষ্ণোবিশ্বমিদং জগৎ।
দ্ৰষ্টব্য মাতস্য তস্মাদ্ ভেদেন বিচক্ষণঃ॥
সৰ্ব্বত্ৰ দৈত্যাঃ সমতামুপেত্য সমত্বমাৰাধনমচ্যুতস্য॥

(বিষ্ণু পুৰাণ)

হে দৈত্যসকল, এই বিষ্ণুজগত বিষ্ণুৰ বিস্তাৰ মাত্ৰ। তোমালোকে সকলোকে নিজৰ সৈতে অভেদ দেখিবা। এই নিচিনা সমস্ত দৰ্শনেই ঈশ্বৰ আৰাধনা।

'শুচ' শব্দ গীতাৰ উপসংহাৰ স্বৰূপে প্ৰয়োগ কৰি জীৱৰ চৰম শ্ৰেয়তা নিৰ্ণয় কৰাৰ জৰিয়তে শ্ৰীকৃষ্ণ ভগৱানে অৰ্জ্জুনৰ মাধ্যমত সমগ্ৰ জগতবাসীলৈ অৱশেষত শেষ অভয়বাণী প্ৰকাশ কৰিলে। দ্বিতীয় অধ্যায়ৰ ১ম শ্লোক শ্ৰেয়তা নিৰ্ণয়ৰে প্ৰশ্ন। সেইদৰে তৃতীয় অধ্যায়ৰ প্ৰথম আৰু দ্বিতীয় শ্লোক আৰু পঞ্চম অধ্যায়ৰ ১ম শ্লোকো শ্ৰেয়তা নিৰ্ণয়ৰে প্ৰশ্ন। সকলো প্ৰশ্নৰ যথাযথ উত্তৰ দিয়াৰ পিছত অষ্টাদশ অধ্যায়ৰ ৭২ শ্লোকত শ্ৰীভগৱানে কৈছে, "হে অৰ্জ্জুন, তুমি একাগ্ৰমনে গীতা শাস্ত্ৰ শুনিলানে? হে ধনঞ্জয়, তোমাৰ অজ্ঞানজনিত মোহ দূৰ হ'ল নে?" গীতাত ভগৱানৰ এইষাৰে শেষ কথা। ইয়াতেই শ্ৰীকৃষ্ণৰ ক'বলগীয়া সকলো কথাৰ অন্ত পৰিল। শ্ৰীকৃষ্ণ ভগৱানৰ শেষ প্ৰশ্ন শুনাৰ পিছত অৰ্জ্জুনেও গীতাত পৰম উপসংহাৰ

স্বৰূপে তেওঁৰ শেষ কথা জগতবাসীৰ আগত দাঙি ধৰিলে এইবুলি, "হে অচ্যুত, তোমাৰ প্ৰসাদত মোৰ সমস্ত মোহ বিনষ্ট হ'ল। মোৰ কৰ্ত্তব্যাকৰ্ত্তব্য জ্ঞান লাভ হ'ল। মোৰ স্মৃতি উভতি আহিল। মই সম্প্ৰতি স্থিৰতা লাভ কৰিছোঁ আৰু মোৰ সকলো সংশয় নাশ হ'ল। গতিকে তোমাৰ উপদেশানুযায়ী কৰ্ম্মত ব্ৰতী হ'বলৈ প্ৰস্তুত হৈ এই চোৱা, যুদ্ধ কৰিবলৈ মই ধনুৰ্ব্বাণ হাতত ল'লোঁ।" ইত্যাদি কথাৰ তাৎপৰ্য্য এয়ে যে, কুৰুক্ষেত্ৰ সমৰাঙ্গণত উপস্থিত হৈ অৰ্জ্জুনে যেতিয়া বিৰোধী পক্ষৰ বিশাল সৈন্যবাহিনীলৈ দৃষ্টিপাত কৰিলে, তেওঁ দেখিবলৈ পালে তেওঁৰ সমস্ত আত্মীয় স্বজন, তেওঁৰ পিতামহ, গুৰু, মোমাই ইত্যাদিক, যিসকলক বধ কৰি যুদ্ধ জয়, ৰাজ্যভোগ নিৰৰ্থক। চিন্তাত তেওঁৰ মন-প্ৰাণ অৱসন্ন হ'ল আৰু ধনুৰ্ব্বাণ ত্যাগ কৰি তেওঁ নিৰ্ব্বেদ প্ৰাপ্ত হৈ পৰিল। কিংকৰ্ত্তব্যবিমূঢ় অৰ্জ্জুনে এনে অৱস্থাত তেওঁৰ কৰ্ত্তব্যাকৰ্ত্তব্য নিৰ্ণয় কৰিব নোৱাৰি তেওঁৰ কপিধ্বজ ৰথৰ সাৰথি ভগৱান শ্ৰীকৃষ্ণৰ ওচৰত শৰণাগত হৈ এইদৰে ক'বলৈ ধৰিলে ; "মই কিংকৰ্ত্তব্যবিমূঢ়, কুলক্ষয়জনিত পাপৰ আশঙ্কাত তেনেই মুগ্ধ ; মোৰ কৰ্ত্তব্যাকৰ্ত্তব্য নিৰ্ণয় কৰিবলৈ সম্প্ৰতি মোৰ অকণো সামৰ্থ্য নাই, তোমাৰ মই শৰণাগত শিষ্য ; গতিকে মোৰ পক্ষে যি শ্ৰেয় হয় তাকে উপদেশ কৰা।" ( ২/৭ শ্লোক দ্ৰষ্টব্য )। প্ৰকৃতপক্ষে এই শ্লোকৰপৰাই গীতা আৰম্ভ হৈ শ্ৰীকৃষ্ণ ভগৱানে তেওঁৰ প্ৰপন্ন শিষ্য অৰ্জ্জুনৰ মোহ নিৱাৰণৰ কাৰণে কৰ্ম্ম, ভক্তি, জ্ঞানযোগৰ অপূৰ্ব্ব ৰহস্য বৰ্ণনা কৰিলত অৰ্জ্জুনৰ মোহ নিবাৰিত হ'ল আৰু স্মৃতি ফিৰি আহিল। অৰ্জ্জুনে তেতিয়া ভগৱান শ্ৰীকৃষ্ণক ভক্তি গদ্‌গদ্ চিত্তে ক'বলৈ ধৰিলে, "তোমাৰ প্ৰসাদত মোৰ মোহ সম্পূৰ্ণভাৱে বিনষ্ট হোৱাত কৰ্ত্তব্যজ্ঞানৰ স্মৃতি এতিয়াযে পুনৰ লাভ কৰিবলৈ সক্ষম হ'লোঁ। গতিকে মন স্থিৰ কৰি তোমাৰ উপদেশ মতে যুদ্ধ কৰিবলৈ কৃতনিশ্চয় হ'লোঁ।" লগে লগে গীতাৰ শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদৰ ইয়াতেই অৱসান হ'ল। বাস্তৱিকতে ভগৱানৰ

অশেষ আৰু অকৃত্ৰিম প্ৰসাদ অবিহনে জীৱৰ কোনো প্ৰকাৰে মোহ নষ্ট হ'ব নোৱাৰে।

গীতাৰ শেষ ছয়টা অধ্যায়—জ্ঞান ষটক। গীতাৰ জ্ঞানবাদতো ভক্তি ৰসৰ অপূৰ্ব্ব ঝঙ্কাৰ। সেইবাবে আমি গীতাৰ জ্ঞানবাদত সমস্তভূতত ভগৱৎ ভাৱ আৰু সমত্ববুদ্ধি- এই জ্ঞানৰ দ্বাৰা ভক্তিৰ পৰাকাষ্ঠা যে পাব পাৰি সেই কথাও প্ৰতিপন্ন কৰিছে (১৮।৫৪ শ্লোক দ্ৰষ্টব্য)। অদ্বৈতবাদীৰ নিচিনা সোঽহং, মই ব্ৰহ্ম বা অদ্বৈতসিদ্ধ এই জ্ঞানৰ কথা ইয়াত কোৱা হোৱা নাই। গীতাৰ মতে সমস্ত জগতকে ভগৱানৰ অৱস্থান বুলি জানি, আৰু এনে বুদ্ধিযুক্ত হৈ, জগতৰ হিত আৰু লোক ৰক্ষাৰ্থে জীৱে নিজৰ সমস্ত কৰ্ম্ম কৰিব। কীৰ্ত্তনত কৈছে,—

সমস্ত জগতে ব্যাপি আছোঁ মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥
সমস্ত জগতে বিষ্ণু বুদ্ধি নহে যাৱে।
কায়-মন-বাক্যে অভ্যাসিবা এহি ভাৱে॥
কুকুৰ গৰ্দ্দভৰ সৱে আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম॥

* * * *

কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত॥
হেন জানি প্ৰাণীক কৰিবা সৎকাৰ।
তেৱেসে কৃষ্ণত ৰতি হৈবেক তোমাৰ॥

* * * *

স্বামী বিবেকানন্দই তেওঁৰ বাণীত কৈছে, "বহুৰূপে সম্মুখে তোমাৰ কোথা চাৰি খুজিছ ঈশ্বৰ। জীৱে প্ৰেম কৰে যেই জন সেই জন সেৱিছে ঈশ্বৰ"।

নামঘোষাত—

সমস্তৰে আত্মা নাৰায়ণ আত্ম সুখে ৰতি সৰ্ব্বক্ষণ
এহি হেতু হৰি সমস্তে প্ৰাণীৰ সম।
তাঙ্ক যিটো ভজে সুখে তৰে নভজি সংসাৰে মজি মৰে
কৃষ্ণক বিষম বোলয় কোন অধম ॥

এই ব্ৰহ্ম সত্তাৰ বা ভগৱত্তাৰ ৰূপ জ্ঞান হৃদয়ত লৈ ভকতজনে সৰ্ব্বজীৱৰ সেৱা কৰিব। গীতাৰ এই জ্ঞানবাদৰ অৰ্থ অদ্বৈতবাদী বা মায়াবাদী সন্ন্যাসীসকলৰ নিচিনাকৈ কৰ্ম্মক মুক্তিৰ অন্তৰায় বুলি যেন কেৱে নাভাবে। ভক্তিমাৰ্গী অদ্বৈতবাদীসকলেও ভগৱানক নিজৰপৰা পৃথকভাৱে স্থাপন কৰি ঈশ্বৰৰ সেৱা পূজা কৰা ভক্তিৰ অন্তৰায় বুলি নধৰে। উদাহৰণ স্বৰূপে ক'ব পাৰি শ্ৰীধৰ স্বামী অদ্বৈতবাদী হৈও দ্বৈতবাদ ভাৱৰ ভগৱানৰ সেৱা পূজা কৰা কৰ্ম্মক কদাপি ভক্তিৰ অন্তৰায় বুলি নধৰিছিল। মায়াবাদী সন্ন্যাসীৰ অদ্বৈতসিদ্ধিত বা সোঽহংবাদত কৰ্ম্ম-ভক্তিৰ স্থান নাই। বৈদান্তিক মায়াবাদী ব্ৰহ্মজ্ঞানীৰ ব্ৰহ্ম নিৰ্গুণ, নিষ্ক্ৰিয়, নিৰাকাৰ, নীৰৱ তথা নিৰ্ব্বিশেষ তত্ত্বৰ ধাৰক আৰু বাহক। জীৱ, জগৎ মায়াৰ বিজৃম্ভন (কুহেলিকা); কিন্তু গীতাৰ জ্ঞানী তেনে ভাৱৰ নহয়। গীতাৰ মতে নিৰ্গুণ, নিৰাকাৰ ব্ৰহ্মাও পুৰুষোত্তম তত্ত্বৰ বিভাৱহে মাথোন। তেওঁ ব্ৰহ্মৰো প্ৰতিষ্ঠাকাৰী (১৪।২৭), তেওঁ ক্ষৰ আৰু অক্ষৰতকৈ উত্তম। বেদত তেওঁকেই পুৰুষোত্তম বুলি অভিহিত কৰা হয়। (১৫।১৮ গীতা)।

গীতাৰ চতুৰ্দ্দশ অধ্যায়ৰ পুৰুষোত্তম তত্ত্বৰ দ্বাৰা ভাগৱত ধৰ্ম্মৰ ভগৱৎ-তত্ত্বৰে নিৰ্দ্দেশ দিয়া হৈছে। গীতাৰ পুৰুষোত্তম তত্ত্বৰ সম্যক জ্ঞান নাথাকিলে সাংখ্যৰ পুৰুষ-প্ৰকৃতিৰ আৰু মায়াবাদীৰ মায়া আৰু ব্ৰহ্ম সম্বন্ধে জ্ঞান লাভ হ'লেও—গীতা সম্বন্ধে সম্যক জ্ঞান লাভ হ'ব নোৱাৰে। কাৰণ, সাংখ্যৰ পুৰুষ-প্ৰকৃতিবাদ আৰু মায়াবাদীৰ নিৰ্ব্বিশেষ ব্ৰহ্মবাদৰ ওপৰতো পুৰুষোত্তম তত্ত্ব। গীতাৰ মতে ক্ষৰ,

অক্ষৰ আৰু পুৰুষোত্তম এই তিনি পুৰুষ তত্ত্ব (১৫।১৬-১৭ শ্লোক দ্ৰষ্টব্য)। ক্ষৰ মানে জড় ব্ৰহ্মাণ্ড, সাংখ্যৰ অপৰা প্ৰকৃতি আৰু মায়াবাদীৰ মায়া। অক্ষৰ পুৰুষ মানে সাংখ্যৰ পুৰুষ আৰু মায়াবাদীৰ ব্ৰহ্ম। সাংখ্যবাদ আৰু মায়াবাদীৰ ব্ৰহ্মবাদৰ ইমানতে পৰিসমাপ্তি ঘটে। কিন্তু গীতাৰ মতে ইয়াৰ ওপৰতো পুৰুষোত্তম তত্ত্ব বা ঈশ্বৰবাদ। এই কাৰণে সাংখ্যবাদ আৰু মায়াবাদীৰ ব্ৰহ্মবাদক নিৰীশ্বৰবাদ বুলি ক'বও পাৰি। আনহাতে জ্ঞানত সম্ভাৱ, সৰ্ব্বভূতত ভগৱদ্ভাৱ আৰু সকলোতে সমত্ব-বুদ্ধি হ'লেহে ভগৱানত পৰাভক্তি উপজিব (গীতা ২।৭২, ৪।৪১, ৫।১০-১৯, ১৪।২৬, ১৮।৫৪)।

যেতিয়া সৰ্ব্বব্যাপী তথা সৰ্ব্বভূততে ভগৱৎ-সত্তা—এই অদ্বৈততত্ত্ব বা নিত্য বস্তুৰ জ্ঞান জন্মিব, তেতিয়া তেওঁ সমস্ত ভেদ বুদ্ধি পৰিহাৰ কৰি বহুত্বৰ মাজত একত্ব আৰু একত্বৰ মাজত বহুত্ব দৰ্শন কৰি প্ৰকৃতিৰ বন্ধনৰপৰা মুক্ত হৈ যায় ( ১৩।৩০, ১৮।২০ গীঃ )। তেতিয়াহে তেওঁ ঈশ্বৰৰ স্বভাৱ প্ৰাপ্ত হয় ( ১৪।১ )। সেই অৱস্থাত তেওঁৰ আত্মা আৰু ভগৱানত সৰ্ব্বভূত আৰু সৰ্ব্বভূতত ভগৱান দৰ্শন হ'ব ( ৪।৩৫, ৬।২৯-৩০ গীঃ )। তেনে অৱস্থাত তেওঁ ভগৱানৰ মাজতেই অৱস্থান কৰে ( ৬।৩১ গীঃ ) আৰু তেতিয়াহে তেওঁৰ ঈশ্বৰত পৰা ভক্তি জন্মে ( ১৮।৫৪ )। তেতিয়াহে সৰ্ব্বভূতত প্ৰীতি আৰু সৰ্ব্বত্ৰ সমত্ব বুদ্ধি উপজে ( ৫।১৮-১৯ )। তেতিয়াহে তেওঁৰ নিষ্কাম কৰ্ম্ম কৰাৰ অধিকাৰ হয় আৰু নিজৰ কৰ্ম্ম বুলিবলৈ একো নাথাকে। জ্ঞানৰ এই অৱস্থাত কৰ্ম্মৰ সকলো দোষ ভস্মসাৎ হয় ( ৪।১৯ )। এতেকে গীতোক্ত জ্ঞানবাদীভাৱে জীৱক নিষ্ক্ৰিয়তা নাইবা কৰ্ম্ম শূন্যতাৰ মাজত স্থাপিত নকৰে। কৰ্ম্মেন্দ্ৰিয়বোৰ সংযম কৰি জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা বিষয়-ভোগত ৰত থাকিলে গীতাত সেইজনক মিথ্যাবাদী, কপটাচাৰী বুলি নিন্দাবাদহে কৰিছে ( গীঃ ৩।৬ )।

মানুহে কৰ্ম্ম নকৰাকৈ ক্ষণকালো থাকিব নোৱাৰে। ইন্দ্ৰিয়বোৰ স্ব স্ব বিষয়ত ধাবিত হয়, তাক নিগ্ৰহ কৰা সহজসাধ্য নহয় (৩।৬-৩৩)।

ব্ৰহ্ম-সম্ভাৱ-জ্ঞানত জীৱৰ নিষ্কাম ভগৱৎ কৰ্ম্মৰ অধিকাৰ জন্মে আৰু ভগৱানতো পৰা-ভক্তি জন্মে ( ১৮।৫৪ )। এই হেতুকে গীতাত জ্ঞানীকেই শ্ৰেষ্ঠ ভক্ত বুলি কৈছে ( ৭।১৭-১৮ )। পাতঞ্জল যোগমাৰ্গ আৰু গীতাৰ অভ্যাস যোগৰ মাজত প্ৰভেদ আছে। গীতাৰ মতে ভগৱানত চিত্ত-সংযোগেই যোগ। সেইবাবে কৰ্ম্মৰ কৌশলকেই যোগ বুলি গীতাত কোৱা হৈছে ( ২।৫০ )। কিন্তু এই ঠাইত যোগ শব্দ ধ্যানযোগ, আত্ম-সংস্থযোগ বা সমাধিযোগ অৰ্থত ব্যৱহৃত হৈছে। পাতঞ্জল যোগদৰ্শনত যম-নিয়মাদি অষ্টাঙ্গ যোগৰ কথা বৰ্ণনা কৰা হৈছে। জ্ঞান, কৰ্ম্ম, ভক্তি সকলো প্ৰকাৰৰ সাধনাতে চিত্ত স্থিৰ কৰিবলৈ যোগ-সাধনাৰ প্ৰয়োজন আছে। এই কাৰণে গীতাতো শ্ৰীভগৱানে ৬ষ্ঠ অধ্যায়ৰ অভ্যাস যোগত যোগ সাধনাৰ উপদেশ দিছে। কিন্তু গীতাৰ যোগ আৰু পাতঞ্জল যোগদৰ্শনৰ যোগৰ উদ্দেশ্য প্ৰকৃততে একে নহয়। চিত্ত-বৃত্তি নিৰোধ অৰ্থাৎ কায়-মনো-বাক্যে সৰ্ব্বদায় ভগৱানত চিত্ত সংযুক্ত ৰখাই গীতাত উল্লিখিত যোগৰ মূল উদ্দেশ্য। ভকতে ভগৱানত চিত্ত নিত্য সংযুক্ত কৰি আৰু সৰ্ব্বদায় তেওঁক স্মৃতিত ৰাখি নিষ্কাম কৰ্ম্ম কৰাই হৈছে গীতাৰ মতে যোগ।

পাতঞ্জল যোগসূত্ৰমতে "যোগশ্চিত্ত-বৃত্তি নিৰোধঃ" অৰ্থাৎ সমস্ত চিত্ত-বৃত্তিকেই নিৰোধ বা প্ৰকৃতি আৰু পুৰুষৰ বিয়োগ সাধন কৰাই যোগ। পুৰুষ প্ৰকৃতিৰপৰা মুক্ত হ'ব পাৰিলে আত্যন্তিক দুখৰ নিবৃত্তি হয়। ইয়াকে কৈৱল্য লাভ বোলা হয়। পাতঞ্জল যোগৰ মূল উদ্দেশ্য অদ্বৈত সিদ্ধি নাইবা সাযুজ্য মুক্তি। কিন্তু গীতাৰ যোগৰ উদ্দেশ্য সেয়া নহয়। গীতাৰ মতে প্ৰকৃতিৰপৰা মুক্ত হৈ ভগৱানত চিত্ত সংযুক্ত কৰি ভগৱৎ প্ৰীত্যাৰ্থে কৰ্ম্ম কৰিলে অকল যে দুঃখৰ নিবৃত্তিয়েই হয়— তেনে নহয়, ঐকান্তিক সুখ-অৱস্থাৰ প্ৰাপ্তিও ঘটে ( ৬।২১, ২৮ )। এই সুখ লাভ হয় ভগৱানত নিৰন্তৰ স্থিতিৰ কাৰণে। এনেকুৱা মহান আৰু যোগ্য ব্যক্তি যি কোনো অৱস্থাতে

থাকক,—চকু মুদি নীৰৱে ধ্যানত অৱস্থান কৰক বা সংসাৰী হৈ ভগৱানৰ কৰ্ম্মই কৰক, তেওঁ সৰ্ব্বদায় ভগৱানতে অৱস্থান কৰে ( ৬।৩০, ৩১ )। এই কাৰণে গীতাত যোগৰ উপদেশ দিবৰ সময়তো প্ৰায় ঠাইতে মন-সংযত, চিত্ত সমাহিত, সৎ-চিত্ত ইত্যাদি বহুতো উপদেশমূলক কথাৰ অৱতাৰণা কৰা হৈছে ( ৬।৪, ১৪ )।

গীতাৰ দৃষ্টিত সেইজনেই শ্ৰেষ্ঠতম্ যোগী যিজনে তদগতচিত্ত ভগৱানক ভজনা কৰে আৰু সৰ্ব্বদায় ভগৱানৰ সৈতে নিবিড় আৰু অতি ভক্তি পৰায়ণভাৱে যুক্ত হৈ থাকে। মুঠতে গীতাত এই পৰ্য্যন্ত যি জ্ঞানযুক্ত নিষ্কাম কৰ্ম্ম-যোগৰ বৰ্ণনা কৰা হ'ল, ইয়াৰ লগত ঐকান্তিক ভগৱদ্ভক্তিৰ নিবিড় সম্বন্ধ অৱশ্য স্বীকাৰ্য্য। সেইবাবে গীতাৰ যোগ-মাৰ্গ ঈশ্বৰবাদেৰে পৰিপূৰ্ণ হোৱাত কৰ্ম্ম, জ্ঞান, ভক্তিৰ সমুচ্চয় সাধন হৈ পৰাটো পৰিলক্ষিত হয়। এয়ে গীতা ধৰ্ম্মৰ বৈশিষ্ট্য।

গীতাৰ ভক্তিবাদ—এক ভগৱন্তত পূৰ্ণ শৰণাগতিৰ প্ৰকাশ: সমগ্ৰ শ্ৰীমদ্ভগৱদ্গীতাত শ্ৰীভগৱানে কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ অপূৰ্ব্ব ৰহস্য ব্যাখ্যা কৰিছে যদিও ভক্তিক অধিক প্ৰাধান্য দিছে। এই ভক্তিৰ লক্ষণ কি? শ্ৰীভগৱানত কায় বাক্য মনে আত্ম সমৰ্পণ নাইবা ভগৱৎ পূৰ্ণ শৰণাগতিয়েই ভক্তিৰ শ্ৰেষ্ঠ লক্ষণ। কি কৰ্ম্ম, কি জ্ঞান, কি যোগ সকলোৰে মূল উদ্দেশ্য প্ৰকৃতিৰ বন্ধন বা মায়াৰ বন্ধনৰপৰা মুক্ত হোৱা। কিন্তু গীতাত শ্ৰীকৃষ্ণ ভগৱানে নিজে কৈছে,—"মোৰ সুদুস্তৰা মায়াৰপৰা উদ্ধাৰ হোৱাৰ একমাত্ৰ উপায় হৈছে মোত শৰণ লোৱা" ( ৭।১৪ )। গীতা ধৰ্ম্ম ভাগৱত ধৰ্ম্মৰেই অন্তৰ্গত। ভাগৱত-ধৰ্ম্ম ভক্তি প্ৰধান; এইবাবে গীতাৰ কৰ্ম্ম-যোগ, জ্ঞান-যোগ সৰ্ব্বত্ৰ ভক্তিৰ প্ৰাধান্যই অধিক। ভক্তিশূন্য জ্ঞান-কৰ্ম্ম-তপস্যা সমস্ত নিষ্ফল ( ৯।১২ )। প্ৰীতি পূৰ্ব্বক ভগৱানত সতত চিত্ত যুক্ত কৰি ঈশ্বৰক ভজন কৰিলেই তেওঁৰ কৃপাত তত্ত্বজ্ঞান আপুনি ওপজে ( ১০।১০-১১ )।

শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষেও ঘোষাত লিখিছে,—

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ কৃপাত মিলয় ।
কৃষ্ণৰ কৃপাত সুখে ঘুচয় সংসাৰ ভয়
এহিমানে গীতাৰ নিৰ্ণয় ॥

ভগৱানত মতত ভক্তিযুক্ত হৈ শ্ৰীকৃষ্ণ ভগৱানক ভজন কৰিলে মাধৱৰ কৃপাত আত্মজ্ঞান, তত্ত্বজ্ঞান ওপজে। তেতিয়া তেওঁ আতৈ কিম্বা গীতাপুৰুষ হয়। তেতিয়া পুৰুষে সুখে (অপ্ৰয়াসে) সংসাৰ বন্ধন বা সংসাৰ সাগৰৰপৰা উদ্ধাৰ হ'ব পাৰে। সমস্ত গীতাই সেই কথাকেই নিৰ্ণয় আৰু প্ৰতিপন্ন কৰিছে। নামঘোষাৰ উপৰোক্ত ঘোষাটিয়ে এই কথাকেই দৃঢ়স্বৰে কৈছে,—ভগৱানৰ কৃপা বিনে আত্মজ্ঞান লাভ নহয় ; তেনেজন পুৰুষ আতৈ বা আতা হ'ব নোৱাৰে আৰু আতৈ বা আতা হ'ব নোৱাৰিলে সংসাৰ ভয় কেতিয়াও নিবৃত্তি নহয়। আতৈ আৰু আতা এই দুটি শব্দৰ প্ৰয়োগ মহাপুৰুষীয়া ধৰ্ম্মৰ বৈশিষ্ট্য। গীতাৰ সুবোধিনী টীকা কিম্বা গীতা সংগ্ৰহত শ্ৰীধৰ স্বামীয়ে কৈছে,

ভগৱদ্ভক্তি যুক্তস্য তৎপ্ৰসাদাত্মবোধতঃ ।
সুখং বন্ধ বিমুক্তিঃ ম্যাদিতি গীতাৰ্থ সংগ্ৰহঃ ॥
তস্মাৎ ভগৱদ্ভক্তিৰেৱ মোক্ষহেতুৰিতি সিদ্ধিং ॥

শ্ৰীধৰ স্বামীৰ উপৰোক্ত শ্লোক আৰু দশম অধ্যায়ৰ দশম শ্লোকে একেটা কথাৰে প্ৰতিধ্বনি কৰিছে। ভগৱানত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ আপুনি হৈ থাকে ; তাৰ বাবে কোনো যত্ন চেষ্টাৰ প্ৰয়োজন নহয়। আত্মবোধ হ'লেই সংসাৰ অথবা মায়া বন্ধন দুখ অতিক্ৰম কৰিব পাৰি। ভক্তি সিদ্ধ কৃষ্ণ ভক্তেই যত্ন কৰিলেও ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰে। শ্ৰীধৰ স্বামীৰ গীতা সংগ্ৰহৰ সপ্তম অধ্যায়ত এটি কথা কৈছে,—

কৃষ্ণ ভক্তৈৰ যত্নেন ব্ৰহ্মজ্ঞানমবাপ্যতে ।
ইতি বিজ্ঞান যোগাখ্যে সপ্তমে সংপ্ৰকাশিতম্ ॥

জীৱৰ কাম্য যদি জীৱনত সুখ-শান্তি লাভেই হয়, তেন্তে গীতাৰ অষ্টাদশ অধ্যায়ৰ ৬২ শ্লোকত ভগৱান শ্ৰীকৃষ্ণই স্পষ্টভাৱে নিৰ্দ্দেশ কৰিছে,—সৰ্ব্বতোভাৱে ভগৱানৰ শৰণাগতিতেই ভগৱানৰ অনুগ্ৰহত অকল পৰম শান্তিয়ে নহয়, নিত্য ভগৱত ধামো লাভ হৈ থাকে।

এই শৰণধৰ্ম্ম অকল গুহ্যই নহয়, গুহ্যতৰ। ই বেদ-বেদান্তাদি সমস্ত শাস্ত্ৰৰ সাৰ। ভগৱানে অৰ্জ্জুনক এই গুহ্যতৰ কথাৰ উদ্ধৃতি কৰি গীতাৰ অষ্টাদশ অধ্যায়ৰ ৬৪, ৬৫, ৬৬ শ্লোকত আকৌ এই শৰণ ধৰ্ম্ম কেৱল গুহ্যতৰ বুলি কৈয়ে ক্ষান্ত নাথাকি অৱশেষত সৰ্ব্ব গুহ্যতম বুলি স্বীকৃতি দি আত্মহিতাকাঙ্ক্ষী অৰ্জ্জুনক এই ধৰ্ম্ম আচৰণ কৰিবলৈ উপদেশ দিছে। অৰ্জ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণৰ এয়ে শেষ অভয় বাণী। সমগ্ৰ গীতা ব্যাখ্যা কৰাৰ পিছত গীতাৰ পৰিসমাপ্তিৰ পূৰ্ব্বে ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ আগত এফালৰপৰা গুহ্য, গুহ্যতৰ তত্ত্ব প্ৰকাশ কৰি মাজতে আন এটি অদ্ভুত প্ৰস্তাৱ তেওঁৰ প্ৰপন্ন শিষ্যৰ ওচৰত দাঙি ধৰিলে। "তুমি মোৰ প্ৰপন্ন শিষ্য; তোমাৰ ঐকান্তিক মঙ্গলৰ অৰ্থে মই তোমাৰ ওচৰত গুহ্যতকৈও গুহ্যতৰ তত্ত্ব কথা ব্যাখ্যা কৰিলোঁ। তুমি ইয়াক বিশেষভাৱে পৰ্য্যালোচনা কৰি যি ইচ্ছা হয় তাকে কৰা। অৰ্থাৎ মই তোমাৰ মঙ্গলৰ কাৰণে যি তত্ত্ব কথাৰ উপদেশ দিলোঁ, সেইবোৰ গ্ৰহণ কৰা নকৰাৰ স্বাধীনতা তোমাৰ আছে। গতিকে তুমি ভালদৰে চালি-জাৰি চাই তোমাৰ মনত যিটো ভাল লাগে তাকে কৰা।"

ভগৱানে অৱশেষত তাতো ক্ষান্ত নাথাকি পুনৰ সৰ্ব্ব গুহ্যতম শ্ৰেয় সাধনৰ কথাও অৰ্জ্জুনৰ আগত ক'বলৈ ধৰিলে। কি সেই সাধন? "তুমি একমাত্ৰ মোতেই চিত্ত ৰাখা; মোকে ভক্তি কৰা; মোকে পূজা কৰা, মোকে নমস্কাৰ কৰা। মই সত্য প্ৰতিজ্ঞা কৰি কৈছোঁ তুমি মোকে পাবা; কিয়নো তুমি মোৰ অত্যন্ত প্ৰিয়জন।"

এই শ্লোকত ভকতৰ ওচৰত ভগৱানৰ অমোঘ প্ৰতিজ্ঞা আৰু ভক্তৰ প্ৰতি ভগৱানৰ শেষ অভয়বাণী প্ৰকাশ কৰিলে। শেষত এক

প্ৰকাৰ আদেশৰ সুৰত পুনৰ ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক'লে, - সকলো ধৰ্ম্ম পৰিত্যাগ কৰি তুমি একমাত্ৰ মোতেই শৰণ লোৱা। তোমাক মই সকলো পাপৰপৰা ৰক্ষা কৰিম। শোক নকৰিবা। গীতাৰ এই শৰণতত্ত্ব অতি গুহ্যতম। অত্যন্ত প্ৰিয়জন ব্যতিৰেকে এই গুহ্যতম তত্ত্ব-জ্ঞানক কোৱা নাযায়। অৰ্জ্জুন শ্ৰীকৃষ্ণ ভগৱানৰ প্ৰিয় সখি আৰু প্ৰপন্ন শিষ্য বুলিহে এই গুহ্যতম তত্ত্ব তেওঁ অৰ্জ্জুনক একপ্ৰকাৰ অযাচিতে কৈছে আৰু এই তত্ত্ব কথা কাক কাক ক'ব নালাগে সেই কথাও অৰ্জ্জুনক উপলক্ষ্য কৰি সমগ্ৰ জগতবাসীক গীতাৰ মাজেৰে কৈ দিছে। যিজন ঈশ্বৰ, বিশ্বাস-বিহীন-অভক্ত, যাৰ তপস্যা নাই অথবা স্বধৰ্ম্ম অনুষ্ঠান নকৰে, যিজনে ঈশ্বৰ তত্ত্ব, ঈশ্বৰ প্ৰসঙ্গ শুনিবলৈ ইচ্ছা নকৰে আৰু যিজন ভগৱৎ নিন্দাকাৰী নাইবা ভগৱানৰ প্ৰতি বিদ্বেষ ভাৱ ৰাখে এনেকুৱা পুৰুষক গীতাশাস্ত্ৰ কোৱা নিষেধ। নিষ্কাম কৰ্ম্মসিদ্ধ কৰ্ম্মযোগৰ উপসংহাৰ স্বৰূপে সকলো কৰ্ম্মযোগৰ গূঢ় ৰহস্য ১৮।৫৬-৫৭-৫৮ শ্লোকত ব্যাখ্যা কৰি অৱশেষত ভক্তি যোগৰ সৰ্ব্ব গুহ্যতম শৰণাগতিমূলক ভক্তিতত্ত্বৰ সুন্দৰ প্ৰতিচ্ছৱি এটি ভক্ত অৰ্জ্জুনৰ মাধ্যমত একান্ত ভকতসৱৰ আগত পৰিষ্কাৰভাৱে দাঙি ধৰি গীতা জ্ঞানৰ অধিকাৰী আৰু অনধিকাৰী সম্বন্ধেও গীতাত ভগৱান শ্ৰীকৃষ্ণই স্পষ্টভাৱে বৰ্ণনা কৰি গৈছে।

পূৰ্ব্বতেই উল্লেখ কৰা হৈছে যে, চাৰি প্ৰকাৰ বিশেষ ব্যক্তিক গীতাজ্ঞান শ্ৰৱণৰ অনধিকাৰী বুলি নিৰ্ণয় কৰা হৈছে। কোন সেইসকল অনধিকাৰী ? প্ৰথমতে, যিসকল স্বধৰ্ম্ম অনুষ্ঠান ৰহিত। স্বধৰ্ম্ম পালন গীতা ধৰ্ম্মৰ এটি প্ৰধান অঙ্গ। সেইবাবে যিজনে জানি-শুনি স্বধৰ্ম্ম পালন নকৰে, তেওঁৰ বাবে গীতা শ্ৰৱণ নিৰৰ্থক। দ্বিতীয়তে, যিজন অভক্ত অৰ্থাৎ যাৰ ভগৱানত শ্ৰদ্ধা-ভক্তি নাই, সেই পাষণ্ডৰ গীতা শ্ৰৱণত একো লাভ হ'ব নোৱাৰে। কিয়নো গীতা আদ্যোপান্ত ঈশ্বৰৰ ভক্তিবাদে পৰিপূৰ্ণ। গতিকে যাৰ ঈশ্বৰ ভক্তিয়েই নাই, সেইজনৰ পক্ষে ভক্তি-শাস্ত্ৰ গীতা শ্ৰৱণত কি সাৰ্থকতা

হ'ব পাৰে? তৃষ্ণাৰ্ত্ত ব্যক্তিক পানী খাবলৈ দিলে তেওঁ সেই পানীৰ সৎব্যৱহাৰ কৰিব, কিন্তু যাৰ পিয়াহেই নাই, সেইজন লোকক পানীদান অপাত্ৰত কিবা দান কৰাৰ নিচিনা কথা হ'ব। ক্ষুধাৰ্ত্ত ব্যক্তিক নানান সুস্বাদু অন্ন-ব্যঞ্জনৰ যোগান দিলে সেইবোৰৰ যথাযথ ব্যৱহাৰ হ'ব; কিন্তু ক্ষুধাহীনজনক উপযাচি সেইবোৰ দান কৰিলে সেই দানৰ সাৰ্থকতা নিশ্চয় নহ'ব। সেইদৰে যিজন অসূয়াসম্পন্ন, দোষদৰ্শী, যিজনে ভগৱানৰ অৱতাৰবাদ নামানে বা স্বীকাৰ নকৰে, তেওঁকো গীতা-জ্ঞানৰ উপদেশ দিয়া তেনেই নিৰৰ্থক। শ্ৰীগীতা ভগৱানৰ অত্যন্ত প্ৰিয় বস্তু; গীতা তেওঁৰ হৃদয় স্বৰূপ। গীতা তেওঁৰ পৰম গুৰু স্বৰূপ আৰু গীতা মাহাত্ম্যত তেওঁ নিজ মুখে কৈছে, ভকতো তেওঁৰ অত্যন্ত প্ৰিয় আৰু সুহৃদ স্বৰূপ। এইবাবে, যিজনে এই গীতাশাস্ত্ৰ পৰম ভক্তিভাৱে ভগৱদ্ভক্তসকলৰ আগত কীৰ্ত্তন কৰে, তাৰদ্বাৰা নিয়ত ঈশ্বৰ উপাসনাৰ ভাৱ ৰাখি থকাৰ কাৰণে তেওঁৰ পক্ষেও ঈশ্বৰ প্ৰাপ্তি অত্যন্ত সুলভ হৈ পৰে। স্বয়ং ভগৱান শ্ৰীকৃষ্ণই এই কথা গীতাৰ ১৮/৬৮ শ্লোকত কৈ গৈছে। শ্ৰীমাধৱদেৱ পুৰুষেও নামঘোষাত কৈছে,—

মোতে মাত্ৰ দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ
মোকে পূজা মাত্ৰ মোকে কৰা নমস্কাৰ।
কহিলো তোমাক সত্যবাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ॥
কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৈয়ো বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত গায়ো মোৰ গুণ-নাম-গীত
সকলো শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাৎ॥

গীতাৰ ১৮/৬৪, ৬৫, ৬৬ শ্লোকত উল্লেখ কৰা শৰণ ধৰ্ম্মৰ সাৰমৰ্ম্ম মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে উল্লিখিত ঘোষাৰ মাজেৰে সুন্দৰভাৱে বৰ্ণনা কৰিছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও ভাগৱতত সেই কথাৰেই প্ৰতিধ্বনি কৰিছে,—

শুনা সভাসদ পদ মহাভাগৱত ।
এহি কথা কৈলা কৃষ্ণ গীতাৰ অন্তত ॥
সৰ্ব্বধৰ্ম্ম এৰি একশৰণ সাক্ষাত ।
সুদৃঢ় বিশ্বাসে সখি লৈয়োক আমাত ॥
নকৰিবা ভয় হেৰা কৰো অঙ্গীকাৰ ।
সমস্ত পাপতে মই কৰিম নিস্তাৰ ॥
অৰ্জ্জুনকো কহিলা হৰি গীতাৰ তত্ত্ব ।
ঈশ্বৰ কৃষ্ণৰ আৱে লৈয়োক সম্মত ॥
চাৰিবেদ ৰামায়ণ পুৰাণ ভাৰত ।
হৰিকেযে কহে মাত্ৰ সমস্ত শাস্ত্ৰত ॥
ইহাকো নজানি আন কয় মন্দমতি ।
কদাচিত নশুনিবা সিসব সম্মতি ॥

অৱশেষত দ্বিতীয় স্কন্ধ ভাগৱতত কথিত বাণী শ্ৰীমন্ত শঙ্কৰদেৱে পদবন্ধে কৈছে,—

ওৱা নৰলোক হৰি ভজিয়োক
ধৰা ইটো উপদেশ ।
এৰা আলজাল জীবা কত কাল
জৰা ভৈল পৰবেশ ॥
অন্য দেৱী দেৱ নকৰিবা সেৱ
প্ৰসাদ নাখাইবা তাৰ ।
মূৰ্ত্তিকো নচাইবা গৃহে নপশিবা
ভক্তি হব ব্যভিচাৰ ॥
কৃষ্ণ এক দেৱ কৰিয়োক সেৱ
ধৰিও তাহাৰ নাম ।
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হস্তে কৰা তাৰ কাম ॥

এই পদকেইটাত মহাপুৰুষ গুৰুজনাৰ মহা উপদেশ আৰু মহা আদেশ তাৰাৰ অনুগত আৰু অনুগামীসকলৰ বাবে সন্নিবিষ্ট কৰি গৈছে ।

———

# একশৰণৰ কথা

কৃষ্ণানন্দ ব্ৰহ্মচাৰী

পাঁচ হাজাৰ বছৰৰ আগতে শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰ ৰণস্থলীত শোকে-মোহে বিমুগ্ধ কিংকৰ্ত্তব্যবিমূঢ় অৰ্জ্জুনক লক্ষ্য কৰি কৰ্ম্ম, জ্ঞান, যোগ আৰু ভক্তিৰ যি অপূৰ্ব্ব উপদেশ দি অৱশেষত অষ্টাদশ অধ্যায়ৰ ৬২ শ্লোকৰপৰা ৬৬ শ্লোকৰ পৰ্য্যন্ত যি একশৰণ ধৰ্ম্মৰ উপদেশ দিছিল সেয়েই মহাপুৰুষীয়া একশৰণ ধৰ্ম্মৰ মূল ভিত্তি। ভগৱান শ্ৰীকৃষ্ণৰ বহুদিনৰ পিছত অৰ্থাৎ আজি প্ৰায় ছুই হাজাৰ পাঁচশ বছৰ আগত বুদ্ধদেৱে বুদ্ধং শৰণং গচ্ছামি, ধৰ্ম্মং শৰণং গচ্ছামি, সঙ্ঘং শৰণং গচ্ছামি —এই মহান বাণী প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰিছিল। উপৰোক্ত শৰণ মন্ত্ৰত শ্ৰীহৰি চৰণত শৰণ নথকাৰ বাবে আৰু বুদ্ধ মতবাদ বেদবিৰুদ্ধ হৈ প্ৰচাৰিত হোৱাৰ কাৰণে ই সম্পূৰ্ণ শূন্য নাস্তিকবাদত পৰিণত হয়। এই সময়তে জঘন্য তন্ত্ৰাদিৰ সৃষ্টি হয় আৰু সেই তন্ত্ৰৰ মাজেদি অতি বিকৃতভাৱে ক্ৰিয়াকাণ্ডাদি অনুষ্ঠিত হ'ব ধৰে। এই তন্ত্ৰযুগত তান্ত্ৰিক ক্ৰিয়াকাণ্ডবোৰত ইমানেই হিংসামূলক আৰু ব্যভিচাৰে ঠাই পাইছিল যে পশু বলিতো দূৰৰ কথা নৰবলি পৰ্য্যন্ত সম্পন্ন হৈছিল। বুদ্ধদেৱৰ পিছত শঙ্কৰাচাৰ্য্যই বুদ্ধৰ নাস্তিক শূন্যবাদৰ ঠাইত আস্তিক সন্ন্যাসমূলক জ্ঞানমাৰ্গ ব্ৰহ্মবাদ প্ৰতিষ্ঠা কৰে। কুমাৰিল ভট্টই সেই সময়তে পুনঃ বেদবাদ প্ৰৱৰ্ত্তন কৰিলে।

কালক্ৰমত এই ছুয়ো মতবাদ জ্ঞান-কৰ্ম প্ৰৱল হৈ সম্পূৰ্ণভাৱে ভক্তিবৰ্জিত হয়। শংকৰাচাৰ্য্যৰ প্ৰায় আঢ়ৈশ বছৰ পিছত শ্ৰীৰামানুজাচাৰ্য্যই জ্ঞানমাৰ্গ আৰু কৰ্মমাৰ্গ খণ্ডন কৰি ভক্তিমূলক বিশিষ্টাদ্বৈতবাদ প্ৰতিষ্ঠা কৰে। ৰামানুজৰ পিছত শ্ৰীমধ্বাচাৰ্য্যই

দ্বৈতবাদ, নিম্বাৰ্কাচাৰ্য্যই দ্বৈতাদ্বৈতবাদ আৰু বিষ্ণুবাসীয়ে শুদ্ধাদ্বৈত-বাদ প্ৰতিষ্ঠা কৰে। এইসকল আচাৰ্য্যৰ মতবাদত ভক্তিৰ স্থান আছে। শঙ্কৰাচাৰ্য্যই বেদান্তৰ শাৰীৰক ভাষ্য, ৰামানুজাচাৰ্য্যই শ্ৰীভাষ্য,মধ্বাচাৰ্য্যই পূৰ্ণপ্ৰজ্ঞ ভাষ্য, নিম্বাৰ্কই দ্বৈতাদ্বৈত ভাষ্য আৰু বিষ্ণুস্বামীয়ে শুদ্ধাদ্বৈত ভাষ্য লিখি স্বমত প্ৰতিষ্ঠা কৰিছিল। বিশেষ ভাবিবলগীয়া কথা, বৈষ্ণৱাচাৰ্য্যসকলে ভাগৱত পুৰাণক বেদান্তৰ অভ্ৰান্ত ভাষ্য বুলি জানিও ভিন্ন ভাষ্য লিখি স্বমত প্ৰতিপন্ন কৰা চেষ্টা কিয় কৰিলে? অধিকন্তু শ্ৰীচৈতন্যদেৱৰ ধৰ্ম্মত বলদেৱ বিদ্যাভূষণে শ্ৰীগোবিন্দ ভাষ্য লিখি অচিন্ত্য ভেদাভেদবাদ প্ৰতিষ্ঠা কৰে। ফলত এয়ে হ'ল, এক ভাগৱত ধৰ্ম্ম ভক্তি প্ৰাধান্যমূলক হৈয়ো একমাত্ৰ জীৱতত্ত্ব লৈ উল্লেখিত মতবাদসমূহৰ সৃষ্টি হয়। ঈশ্বৰতত্ত্ব যেনেকুৱা অচিন্ত্য, সেইদৰে জীৱতত্ত্বও অচিন্ত্য। গীতা, ভাগৱত, উপনিষদ পঢ়িলে বুজি পোৱা যায় তাত অদ্বৈত আৰু দ্বৈত দুই মতবাদৰেই কথা আছে। উপনিষদত দ্বৈত আৰু অদ্বৈতমূলক বহু শ্লোক আছে। প্ৰত্যেক আচাৰ্য্যই স্বমত প্ৰতিষ্ঠা কৰিবলৈ শ্লোকসমূহৰ টনা-আঁজোৰা কৰিছে।

বেদান্ত দৰ্শন, গীতা আৰু উপনিষদ এই তিনিখন গ্ৰন্থই সৰ্ব্বশ্ৰেষ্ঠ প্ৰামাণ্য স্বৰূপে হিন্দু ধৰ্ম্মত অৰ্থাৎ সনাতন ধৰ্ম্মত প্ৰতিষ্ঠা লাভ কৰিছে। সেই কাৰণে এই গ্ৰন্থ তিনিখনক প্ৰস্থানত্ৰয়ী বোলা হয়। উল্লেখিত বৈষ্ণৱাচাৰ্য্যসকলে যেনেদৰে ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শনৰ ওপৰত তীব্ৰ দৃষ্টি ৰাখি সেই বেদান্তসূত্ৰৰ ভিন্ন ভিন্ন ভাষ্য লিখি স্বমত প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছে, তেনেদৰে সমস্ত উপনিষদৰ সাৰ গীতাৰ একশৰণৰ ওপৰত সিমান গুৰুত্ব আৰোপ কৰা নাই যেন লাগে। সমস্ত বেদান্তৰ সাৰ ব্ৰহ্মসূত্ৰৰ নিচিনা সমস্ত উপনিষদৰ সাৰ গীতা। উপনিষদৰ সমস্ত বিৰোধ বাক্যবোৰ ভঞ্জন কৰি যেনেদৰে বেদান্তসূত্ৰ বা ব্ৰহ্মসূত্ৰ ৰচনা কৰা হৈছিল, সেইদৰে সমস্ত উপনিষদৰ পৰস্পৰ বিৰোধ বাক্যবোৰ সমন্বয় কৰি শ্ৰীকৃষ্ণ ভগৱানে

মহৎ গীতামৃত সৃষ্টি কৰিছে। গীতা স্বয়ং ভগৱানৰ বাণী। শ্ৰীমন্ত শংকৰদেৱৰ বাহিৰে ভাৰতৰ অইন কোনো ধৰ্ম্মাচাৰ্য্যই গীতাৰ একশৰণ ধৰ্ম্মৰ ওপৰত বিশেষ গুৰুত্ব দিয়া দেখা নেযায়।

পূৰ্ব্বে কোৱা হৈছে জীৱতত্ত্ব অচিন্ত্য। ইয়াৰ প্ৰকৃত স্বৰূপ ভগৱানৰ কৃপা ব্যতিৰেকে উপলব্ধি হোৱা বৰ টান; গীতাত কোৱা হৈছে—

আশ্চৰ্য্যবৎ পশ্যতি কশ্চিদেন
মাশ্চৰ্য্যবদ্ বদতি তথৈব চান্যঃ।
আশ্চৰ্য্যবচ্চৈনমন্যঃ শৃণোতি।
শ্ৰুত্বাপ্যেনং বেদ ন চৈব কশ্চিৎ॥ ২।২৯

কোনোৱে আত্মাক আশ্চৰ্য্য কিবা বুলি বোধ কৰে, কোনোৱে ইয়াক আশ্চৰ্য্য কিছু বুলি বৰ্ণনা কৰে, কোনোৱেবা এই আত্মাক আশ্চৰ্য্য কিছু এই প্ৰকাৰ কথাই শুনে। কিন্তু শুনিও কোনেও ইয়াক জানিব নোৱাৰে। উপৰোক্ত শ্লোকে আত্মাতত্ত্বৰ অচিন্ত্যতা বুজাইছে। ই প্ৰাকৃত ইন্দ্ৰিয়গ্ৰাহ্য বস্তু নহয়। সেই কাৰণেই এই মতভেদ। অচিন্ত্যতত্ত্বক লৈয়ে মতভেদ ঘটিব পাৰে ই স্বাভাৱিক।

আগতে কোৱা হেছে গীতা আৰু ভাগৱত উভয় গ্ৰন্থই দ্বৈত-অদ্বৈত দুয়ো মতবাদৰে সমৰ্থক। জ্ঞানাচাৰ্য্য আৰু ভাগৱতাচাৰ্য্য-সকলে নিজৰ মত স্থাপন কৰাৰ উদ্দেশ্যে শাস্ত্ৰৰ মত এৰি পৰস্পৰ মত খণ্ডন কৰাৰ চেষ্টাতে অশেষ তৰ্কযুদ্ধৰ অৱতাৰণা কৰিছে আৰু তেওঁলোকৰ এই ঠাইতে ধৈৰ্য্য চ্যুতি হৈছে। সৰ্ব্বশ্ৰুতি শিৰোমণি গীতাতো এই দুই মতবাদৰ কথা স্পষ্টাক্ষৰে বৰ্ণিত আছে। দেহাভিমানীসকলৰ পক্ষে জ্ঞানমাৰ্গ অধিকতৰ ক্লেশকৰ, ভক্তিমাৰ্গ কিন্তু সহজ। গীতাৰ দ্বাদশ অধ্যায়ৰ ১……৫ শ্লোক দ্ৰষ্টব্য। অৰ্জ্জুনে ভগৱানক সুধিছে, "সৰ্ব্বদায় তদ্গত চিত্ত হৈ যিসকল ভকতে তোমাৰ উপাসনা কৰে আৰু যিসকলে অব্যক্ত অক্ষৰৰ উপাসনা কৰে, এই উভয়ৰ ভিতৰত শ্ৰেষ্ঠ সাধক কোন?" উত্তৰত ভগৱানে কৈছে, যিসকলে মোতেই মন নিবিষ্ট কৰি নিত্যযুক্ত হৈ পৰম শ্ৰদ্ধা

সহকাৰে মোৰ উপাসনা কৰে তেওঁলোক মোৰ মতে শ্ৰেষ্ঠ সাধক। যিসকল সাধকে সৰ্ব্বত্ৰ সম বুদ্ধিযুক্ত আৰু সৰ্ব্ব প্ৰাণীৰ প্ৰতি হিত-পৰায়ণ হৈ ইন্দ্ৰিয়সমূহক বিষয়ৰপৰা প্ৰত্যাহত কৰি সেই অনিৰ্দ্দেশ্য, অব্যক্ত, সৰ্ব্বব্যাপী অচিন্ত্য, কুটস্থ, অচল, ধ্ৰুব পৰম ব্ৰহ্মৰ উপাসনা কৰে, তেওঁলোকেও মোকেই প্ৰাপ্ত হয়। কিন্তু অব্যক্ত ব্ৰহ্মৰ নিষ্ঠা দেহাভিমানীসকলৰ পক্ষে অত্যন্ত ক্লেশকৰ হয়।" উপৰোক্ত শ্লোক আদিৰপৰা ভক্তিমাৰ্গ আৰু জ্ঞানমাৰ্গ দুই উপায়ে যে ঈশ্বৰক পাব পাৰি এই কথা গীতাতে স্বীকৃত। কিন্তু জ্ঞানমাৰ্গ দেহাভিমানীৰ পক্ষে অতি কষ্টকৰ আৰু ভক্তিমাৰ্গই অতি সহজসাধ্য।

শ্ৰীমন্ত শংকৰদেৱে দ্বৈতবাদী আৰু অদ্বৈতবাদী শ্লোকসমূহৰ টনা-আঁজোৰা অৰ্থ কৰিবলৈ যোৱা নাই। নিজৰ মত প্ৰতিষ্ঠা কৰিবলৈ গৈ কোনো শ্লোকৰ অৰ্থ স্বকল্পিত ব্যাখ্যা কৰি বিকৃত অৰ্থ কৰা নাই। কাৰণ, সৰ্ব্বশক্তিমান ভগৱানত দ্বৈত, অদ্বৈত, সাকাৰ, সগুণ, নিৰ্গুণ, সমস্ত বিৰুদ্ধ ভাৱৰ ধৰ্ম সম্ভৱ হ'ব পাৰে। সেয়ে নহ'লে সৰ্ব্বশক্তিমান ঈশ্বৰৰ সৰ্ব্বশক্তিৰ খৰ্ব্বতা হয়। মহাপুৰুষৰ মতবাদৰ এয়ে বিশেষত্ব। তেওঁ নিজৰ মতবাদ প্ৰতিষ্ঠাৰ অভিলাস কৰা নাই। ভাৰতবৰ্ষৰ বৈষ্ণৱাচাৰ্য্যসকলে যেনেদৰে নিজে বেদান্ত সূত্ৰ ৰচনা কৰি নিজ মত প্ৰতিষ্ঠা কৰিবলৈ একে ভাগৱতী ধৰ্মকেই বিভিন্ন সম্প্ৰদায়ত ভাগ কৰিছে, মহাপুৰুষ শংকৰদেৱে হ'লে সেইটো কৰা নাই। ব্যাসদেৱে নিজে সূত্ৰকাৰ আকৌ তেওঁ নিজেই সেই সূত্ৰৰ ভাষ্য কৰিছে। গতিকে ইয়ে ভ্ৰমপ্ৰমাদ শূন্য হৈছে, ই নিশ্চয়। কাৰণ সূত্ৰকৰ্ত্তাই যি উদ্দেশ্যে সূত্ৰ লিখিছিল, ভাষ্যত তেওঁ নিশ্চয় বিশেষভাৱে তাকেই পৰিস্ফুট কৰিছে। সেই বাবে বেদান্তৰ প্ৰকৃত ভাষ্য ভাগৱত। মহাপুৰুষে ব্যাসভাষ্য শ্ৰীমদ্ভাগৱতক উপেক্ষা কৰি নাইবা ইয়াৰ উপৰি অন্য কোনো ভাষ্য প্ৰণয়ন কৰা নাই আৰু ই উচিতো নহয় বুলি বিবেচনা কৰিছিল। ভাগৱতেই উপনিষদ আৰু বেদান্ত সূত্ৰৰ প্ৰকৃত বিস্তাৰিত ব্যাখ্যা।

আমাৰ বৈষ্ণৱ ধৰ্মত বেদান্ত সূত্ৰৰ পৃথক ভাষ্য নাই বুলি কোনোৱে হয়তো আলোচনা কৰিব পাৰে। কিন্তু উপৰোক্ত কথাবোৰেই তাৰ যুক্তিযুক্ত উত্তৰ প্ৰদান কৰিছে। শ্ৰীমন্ত শংকৰদেৱৰ মতবাদ শ্ৰী, ব্ৰহ্ম, ৰুদ্ৰ আৰু সনক এই চাৰি সম্প্ৰদায়ৰ ভিতৰত নহয় বুলি অনেকে অপ্ৰাসঙ্গিক কিছুমান যুক্তিৰ অৱতাৰণা কৰি থাকে। ইয়াৰ উত্তৰত আমাৰ ক'বলগীয়া বিষয় এই যে স্মৰণাতীত কালৰপৰা বৈষ্ণৱ ধৰ্ম এই চাৰিটি সম্প্ৰদায়ৰ ভিতৰত অন্তৰ্ভুক্ত নাছিল আৰু এই সম্প্ৰদায়সমূহৰ নাম-গোন্ধেই নাছিল। শ্ৰী অৰ্থাৎ শ্ৰীলক্ষ্মীয়ে কলিযুগৰ মঙ্গলৰ কাৰণে ভাগৱত ধৰ্ম প্ৰচাৰ কৰিবলৈ আহিছিল বুলিয়ে ৰামানুজস্বামী সম্প্ৰদায়ক শ্ৰীসম্প্ৰদায় নামে জানিছিল। ব্ৰহ্মাই মাধ্বাচাৰ্য্য ৰূপে কলিযুগৰ জীৱৰ মঙ্গলৰ বাবে ভাগৱত ধৰ্ম প্ৰচাৰ কৰিছিল বুলিয়ে এই সম্প্ৰদায়ক ব্ৰহ্ম সম্প্ৰদায় বুলি কোৱা হয়। ৰুদ্ৰই নিষ্ঠাচাৰ্য্যৰূপে কলিযুগত ধৰ্ম প্ৰচাৰৰ কাৰণে আহিছিল বুলিয়ে এই সম্প্ৰদায়ক ৰুদ্ৰ সম্প্ৰদায় বোলা হয়। কলিযুগত সনক, সনাতন, সনন্দ আৰু সনৎকুমাৰ এই চাৰি সিদ্ধই ভাগৱত ধৰ্ম প্ৰৱৰ্ত্তন কৰিবলৈ আহিছিল বুলিয়ে তেওঁলোকৰ সম্প্ৰদায়ক সনক সম্প্ৰদায় নামে খ্যাত হৈছে।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ যে উপৰোক্ত চাৰি সম্প্ৰদায় বৈষ্ণৱৰ ভিতৰত নহয় এই কথা ধ্ৰুৱ। তেওঁ কলিৰ জীৱক উদ্ধাৰ কৰিবলৈ স্বাধীনভাৱে একশৰণ হৰিনাম ধৰ্ম প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰিছিল। শ্ৰীমন্ত শংকৰদেৱে ঈশ্বৰ পুৰুষৰ অৰ্থাৎ মহাপুৰুষৰ অৱতাৰ, কলিত ছন্নভাৱ লৈ অৰ্থাৎ ভক্তভাৱ লৈ আত্মগোপন কৰি কলিৰ জীৱৰ উদ্ধাৰৰ বাবে দুৰ্গাৱতাৰ হিচাপে আহিছিল বুলিয়ে এই ধৰ্মক শংকৰী ধৰ্ম নুবুলি মহাপুৰুষীয়া ধৰ্ম বোলা যায়। এই কথা সৰ্ব্ববেদসাৰ ভাগৱত কৰ্ত্তৃক সমৰ্থিত হৈছে।

ইত্থং নৃতিৰ্য্য গৃষিদেৱঝষাবতাৰৈ
লোকান বিভাবয়মি হংসি জগৎ প্ৰতীপান্।

ধৰ্মং মহাপুৰুষ পাসি যুগানুবৃত্তং।
ছন্নঃ কলৌ যদভৱৱস্ত্ৰিযুগোহথ সত্বম্॥ ভাঃ ৭।৯।৩৮

ছন্নাৱতাৰ কোনো শাস্ত্ৰত প্ৰকাশ নকৰে। এই ভাগৱত বচনে নিশ্চয় প্ৰমাণ কৰে যে কলিকালৰ যুগধৰ্ম প্ৰৱৰ্ত্তন কৰিবলৈ হৰিনাম শ্ৰৱণ-কীৰ্ত্তনাঙ্গ ভক্তি একশৰণ নামধৰ্ম ছন্নভাৱে প্ৰচাৰ কৰিবলৈ শ্ৰীমন্ত শংকৰদেৱ স্বৰূপে মহাপুৰুষেই অৱতাৰ গ্ৰহণ কৰিছিল। ভাৰতবৰ্ষৰ ভিতৰত মহাপুৰুষীয়া ধৰ্ম বুলিলে শ্ৰীমন্ত শংকৰদেৱৰ প্ৰৱৰ্ত্তিত ধৰ্মকেই লক্ষ্য কৰি থাকে। শ্ৰীমন্ত শংকৰদেৱেই মহাপুৰুষ নামে খ্যাত আৰু এই মহাপুৰুষ প্ৰৱৰ্ত্তিত ধৰ্ম বুলিয়েই একশৰণ নামধৰ্মক শংকৰী ধৰ্ম নুবুলি মহাপুৰুষীয়া ধৰ্ম বোলা হৈছে। এই যুক্তি কোনোমতে অসঙ্গত নহয়।

আদি পুৰাণত ভগৱানে কৈছে—“হে দ্বিজশ্ৰেষ্ঠ, মোৰ এই প্ৰচ্ছন্ন বিগ্ৰহ নিত্য ; মই নিজৰ ৰূপ গোপন পূৰ্ব্বক ভাগৱত ভক্তৰূপে ধৰ্ম স্থাপন কৰি তেওঁলোকক সৰ্ব্বদায় ৰক্ষা কৰোঁ।”

আদি পুৰাণৰ এই প্ৰমাণে স্পষ্টকৈ কৈছে যে শ্ৰীকৃষ্ণ ভগৱানেই কলিৰ জীৱ উদ্ধাৰৰ কাৰণে নিজৰ ৰূপ প্ৰচ্ছন্ন কৰি অৰ্থাৎ গোপন কৰি শংকৰ নামে বা ভগৱদ ভক্তৰূপে অৱতীৰ্ণ হৈছিল ; ইয়াত কোনো সন্দেহ নাই। সেই মহাপুৰুষে কলিযুগত হৰিনাম প্ৰেম ভক্তিৰস দিবলৈ একশৰণ হৰিনাম ধৰ্ম প্ৰৱল কীৰ্ত্তনাঙ্গ স্বৰূপে জীৱৰ একমাত্ৰ নিত্য ধৰ্ম স্বৰূপে প্ৰকাশ কৰিছিল। গুৰু ভটিমাত মাধৱ-দেৱে কৈছে—কলিযুগে পাপ-পয়োধি, সব নৰ তাৰণ-কাৰণ হেতু। ভকতি ভাণ্ডাৰ দ্বাৰ সৱ চেৰ মুকুতি উদাস। একশৰণ হৰিনাম ধৰম বহু ৰাজা কুৰু পৰকাশ, ভকতিৰ দুৱাৰ মুকলি কৰি মুকুতিকো পিছ কৰি ৰাখি ধৰ্মৰ মাজৰ ৰজা একশৰণ হৰিনাম ধৰ্ম প্ৰচাৰ কৰিলে। একশৰণ নামধৰ্মৰ শ্ৰীগীতাই প্ৰধান সূত্ৰ, কিন্তু···ভক্তি শাস্ত্ৰত শৰণৰ কথা উল্লেখ আছে গীতাই প্ৰধান প্ৰামাণ্য গ্ৰন্থ। “গীতাৰ আদ্যোপান্ত আত্মসমৰ্পণ, মোকেসে কেৱলমাত্ৰ, কেৱল মোতে

মন-প্ৰাণ দিয়া ইত্যাদি কথা উল্লেখ কৰি একমাত্ৰ শ্ৰীকৃষ্ণকহে ভজন কৰিবলৈ বাৰে বাৰে আদেশ দিছে। শ্ৰীকৃষ্ণ ভগৱানে গীতাৰ অষ্টাদশ অধ্যায়ত মুখ্যভাৱে ৬২ৰপৰা ৬৬ শ্লোকলৈকে একশৰণ ধৰ্মৰেই শেষ কথা অভয়বাণী স্বৰূপে কৈছে—

ত্বমেব শৰণং গচ্ছ সৰ্ব্বভাৱেন ভাৰত।
তৎ প্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যাসি শাশ্বতম্॥

হে ভাৰত! সৰ্ব্বতোভাৱে তেওঁতে শৰণ লোৱা; তেওঁৰ অনুগ্ৰহত পৰম শান্তি আৰু পৰম ধাম পাবা।

ইতিতে জ্ঞানমাখ্যাতং গুহ্যাদ্ গুহ্যতৰং ময়া।
বিমৃশ্যৈতদশেষেণ যথেচ্ছসি তথা কুৰু॥ (১৮।৬৩)

হে অৰ্জুন! মই তোমাৰ গুচৰত অতিশয় গোপনীয়তাতকৈ গোপনীয়ত তত্ত্ব ব্যাখ্যা কৰি ক'লো। তুমি ইয়াকে বিশেষকৈ বিবেচনা কৰি যি ইচ্ছা হয় তাকে কৰা।

সৰ্ব্ব গুহ্যতমং ভূয়ঃ শৃন্ মে পৰমং বচঃ।
ইষ্টোঽসি মে দৃঢ়মিতি ততো ৰক্ষ্যামি তে হিতম্॥ (১৮।৬৪)
মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসিমে॥ (১৮।৬৫)
সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥ (১৮।৬৬)

তুমি একমাত্ৰ মোতেই চিত্ত ৰাখা, মোকেই ভক্তি কৰা, মোক পূজা কৰা, মোক নমস্কাৰ কৰা, মই সত্য প্ৰতিজ্ঞা কৰি কৈছোঁ তুমি মোকেই পাবা, কিয়নো তুমি মোৰ প্ৰিয়।

সকলো ধৰ্ম পৰিত্যাগ কৰি তুমি কেৱল মাত্ৰ মোৰেই শৰণাগত হোৱা। মই তোমাক সমস্ত পাপৰপৰা মুক্ত কৰিম, শোক নকৰিবা। (১৮।৬৫—১৮।৬৬)

ঘোষাত কৈছে—

মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ
মোকে পূজা মাত্ৰ মোকে কৰা নমস্কাৰ।
কহিলো তোমাত সত্যবাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ॥
কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থতত্ত্ব লৈয়ো বাচি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত্ত গায়ো মোৰ গুণ নাম গীত
সকলো শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাৎ॥ (ঘোষা)

ৰত্নাৱলীত—কেৱল শৰণ মোত লোৱা ধনঞ্জয়।
ৰাখিবো সবাতে মই নকৰিবা ভয়॥
এহিমানে কহিলন্ত গীতাৰ শকতি।
জানি সাধুজন যাৰ আছয় সুমতি॥
লৈয়োক শৰণ এক কৃষ্ণৰ চৰণে।
সকলো শাস্ত্ৰৰ তাৎপৰ্য্য এহিমানে॥
তৰ্কবেদ বেদান্তৰো এহিমানে সীমা॥

ভক্তিমাৰ্গ আৰু ভাগৱত ধৰ্মৰ এয়ে মূলতত্ত্ব এই শৰণতত্ত্ব অতি। গোপনীয়তকৈও গোপনীয়তম; ই শ্ৰীভগৱদ্ বাক্যৰ দ্বাৰা স্পষ্টকৈ প্ৰকাশ পাইছে। ১৮।৬৬ শ্লোকত সৰ্ব্বধৰ্ম ত্যাগ কৰি মোক মাত্ৰ ভজনা কৰা, এই শ্লোকটি গীতাৰ শক্তি। সৰ্ব্বধৰ্ম পৰিত্যাগ কৰি একমাত্ৰ ভগৱৎ শৰণাগতি বলেৰেই মায়াক জয় কৰি ভগৱানৰ চৰণত উপনীত হ'ব লাগে। সকলো মুখ্য শাস্ত্ৰৰ এয়ে তাৎপৰ্য্য। তৰ্কশাস্ত্ৰ আৰু বেদ-বেদান্তৰো এয়ে সাৰ সিদ্ধান্ত। ১৮।৬২-৬৩, শ্লোকদ্বয়ত গোপনীয়তকৈও গোপনীয় শৰণৰ কথা কৈ "সৰ্ব্ব গুহ্যতমং ভূয়ঃ" বুলি শৰণৰ দৃঢ়তা বুজাবলৈ আকৌ ১৮-৬৪, ৬৫, ৬৬ এই তিনিটি শ্লোকত সেই শৰণতত্ত্বৰ শেষ অভয়বাণীত এইদৰে কৈছে—হে অৰ্জুন! মোৰ এই অৰ্থাৎ গীতাৰ শেষ অভয়বাণী। ইয়াৰ উপৰিও

আৰু কৈছে যে মই সত্যে শপত খাই কৈছোঁ, তুমি মোকেই পাবা। যিহেতু তুমি মোৰ পৰম প্ৰিয়তম, সেই বুলিহে এই কথা ক'লোঁ। কেৱল মাথোন তুমি মোত মন দিয়া, মোক নমস্কাৰ কৰা, মোৰে ভক্ত হোৱা আৰু মোকে পূজা কৰা। গীতাৰ ইয়েই একশৰণ। এই ঠাইতে স্বয়ং ভগৱানে ভগকতৰ ওচৰত সত্য প্ৰতিজ্ঞা কৰি কৈছে "তুমি মোক পাবাই" অধিকন্তু সকলো ধৰ্ম পৰিত্যাগ কৰি কেৱল মাথোঁ মোতেই শৰণ লোৱা। সৰ্ব্বধৰ্ম পৰিত্যাগৰ কাৰণে কিবা পাপ হ'লে, মই নিজে তোমাক পৱিত্ৰ কৰি মুক্ত কৰিম তুমি ভয় কিম্বা শংকা নকৰিবা। শৰণাগত ভকতৰ প্ৰতি শ্ৰীকৃষ্ণ ভগৱানৰ অসীম কৃপা, এই কথা তেওঁ গীতাত বাৰে বাৰে কৈছে। ( ১২।৬।৮ শ্লোক )

[ সাৰথি পূৰ্ব্ব প্ৰকাশিত ]



# শ্ৰীমদ্ভাগৱত আৰু মহাপুৰুষ শঙ্কৰদেৱ

কৃষ্ণানন্দ ব্ৰহ্মচাৰী

বেদব্যাসে সমস্ত বেদ বিভাগ কৰি পুৰাণ, মহাভাৰত আৰু বেদান্তসূত্ৰ ৰচনা কৰাৰ পিছতো মনত প্ৰকৃত শান্তি নেপাই যেতিয়া বদৰিকালৈ গৈ সৰস্বতী নদীৰ পাৰত বিষণ্ণভাৱে বহি আছিল, তেতিয়া দেৱৰ্ষি নাৰদে তাত উপস্থিত হৈ ব্যাসৰ বিষণ্ণতাৰ কাৰণ সুধিলত, ব্যাসৰ প্ৰশ্নৰ উত্তৰত শ্ৰীনাৰদে যি নিৰ্ম্মল ভাগৱত ধৰ্ম্মৰ কথা কৈছিল তাকে ব্যাসদেৱে প্ৰত্যক্ষ অনুভূতিৰে শ্ৰীভাগৱত গ্ৰন্থৰূপে প্ৰণয়ন কৰিছিল। ব্যাস-নাৰদ সংবাদত ব্যাসে কৈছে—

হওঁ যদি আমি বেদশাস্ত্ৰত পাৰ্গত।
কৰো নিতে ঈশ্বৰ অৰ্পণা কৰ্ম্ম যত ॥
মহাজ্ঞান পূৰ্ণ আমি জগতে প্ৰখ্যাত।
হোন্ত সমাধিতে ব্ৰহ্ম আপুনি সাক্ষাত ॥
তথাপি সুগুচে মোৰ মনে অসন্তোষ।
নাপাওঁ বিমৰিষি কিবা কৰি আছো দোষ ॥
আপুনি অগাধ বুদ্ধি অংশ অৱতাৰ।
পুচোহো তোমাত কৈয়ো কাৰণ ইহাৰ ॥ —কীৰ্ত্তন

—মই পূৰ্ণ ব্ৰহ্মজ্ঞানী। সমাধিত মই হৃদয়ত ব্ৰহ্মক লগ পাওঁ। আৰু নিতে ঈশ্বৰত অৰ্পণ কৰি কৰ্ম্ম কৰি যাওঁ, তথাপি মনত কিয় শান্তি নাপাওঁ? ইয়াৰ কাৰণ কি? এই প্ৰশ্নৰ উত্তৰত শ্ৰীনাৰদে ক'লে—

প্ৰকটি কহিলা তুমি আনসে ধৰ্ম্মক।
নকৈলা প্ৰখ্যাত কৰি কৃষ্ণ কীৰ্ত্তনক ॥

সিজিল তোমাত ঋষি পৰম অন্যায় ।
নাহি সুস্থ চিত্ত তব সেহি অভিপ্ৰায় ॥
মোৰ উপদেশে কৰা ভাগৱত শাস্ত্ৰ ।
প্ৰচাৰোক গোবিন্দৰ গুণ-নাম মাত্ৰ ॥
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ কৰোক নিশেষ ।
দূৰ হৌক তোমাৰ মনৰ মহা ক্লেশ ॥
যদ্যপি ভকতি নববিধ মাধৱৰ ।
শ্ৰৱণ কীৰ্ত্তন তাতো মহা শ্ৰেষ্ঠতৰ ॥
অৰ্চ্চন বন্দন ধ্যান সমস্তত্তে কৰি ।
যশ কীৰ্ত্তনত আতি তুষ্ট হোন্ত হৰি ॥
ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ ॥
আবে অনাদৰি জ্ঞান স্বধৰ্ম্ম নিশেষ ।
কেৱলে দিয়োক ভকতিৰ উপদেশ ॥
ভকতিসি কৰে সংসাৰৰ বন্ধ নাশ ।
ভকতিৰ প্ৰভাৱ শুনিও ঋষি ব্যাস ॥
স্বধৰ্ম্মক তেজি ভজে কৃষ্ণক সম্প্ৰতি ।
তাত প্ৰেমপূৰ্ণ যেসে নভৈল ভকতি ॥
ভৈল ভ্ৰষ্ট যদি বা অল্পতে গৈলা প্ৰাণ ।
জানা নাহি তথাপি তাহাৰ অকল্যাণ ॥
ঊৰ্দ্ধবাহু কৰি হেৰা কৰো অঙ্গীকাৰ ।
অধম জাতিতো যদি জন্ম ভৈল তাৰ ॥
জ্ঞানীতো কৰ্ম্মীতো কৰি তথাপি অধিক ।
দেৱৰো বন্দনি যিটো ভকতি ৰসিক ॥ —কীৰ্ত্তন

উপৰোক্ত পদসমূহে শ্ৰৱণ-কীৰ্ত্তন ভক্তিকেই সৰ্ব্বশ্ৰেষ্ঠ বুলি প্ৰতিপাদন কৰিছে। কোনো লোকে যদি স্বধৰ্ম্ম ত্যাগ কৰি হৰিক ভজে আৰু তেওঁ ভকতিত সিদ্ধ নহে যদি ভ্ৰষ্টও হয় নাইবা অলপতে তেওঁৰ

প্ৰাণো যায়, তথাপি অকল্যাণ নাই। হীন কুলত জন্ম গ্ৰহণ কৰিলেও ভকতি বাসনাই তেওঁক উদ্ধাৰ কৰিব। ভগৱানৰ ভকতৰ কেতিয়াও বিনাশ নাই বুলি ভগৱানে নিজে বাহু মেলি উচ্চৈস্বৰে জগতৰ আগত ঘোষণা কৰিছে,

ক্ষিপ্ৰং ভবতি ধৰ্ম্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি ॥
কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰণশ্যতি ॥ —গীতা

—অতি পাপী দুৰাচাৰী পুৰুষেও মোত শৰণ ল'লে, অতি শীঘ্ৰে তেওঁ ধৰ্ম্মাত্মা হয় আৰু নিত্যশান্তি লাভ কৰে। হে কৌন্তেয়, তুমি সগৰ্ব্বে প্ৰতিজ্ঞা কৰি ক'ব পাৰা যে মোৰ ভক্তৰ কেতিয়াও বিনাশ নাই। ভগৱানৰ ভক্ত হীন কুলত জন্মিলেও, মানুহৰতো কথাই নাই, দেৱতাৰো বন্দনীয় হয়। কীৰ্ত্তনত ভগৱানে কৈছে—

যিটো চণ্ডালৰ কায়-বাক্যে-মনে
সদায়ে সুমৰে হৰি।
আছে বাহু ব্ৰত যিটো ব্ৰাহ্মণৰ
সি সি শ্ৰেষ্ঠ তাতো কৰি ॥
সিটো মহাগৰ্ব্বী বিপ্ৰে আপোনাক
পবিত্ৰ কৰিব নাৰে।
ভকত চণ্ডালে আপুনাকো তাৰে
পুৰুষ কোটি উদ্ধাৰে ॥

দ্বাদশ গুণসম্পন্ন ব্ৰাহ্মণতকৈও চণ্ডাল কুলত ওপজা একান্ত ভগৱদ্ভক্তহে শ্ৰেষ্ঠ। এই কথা ইতিপূৰ্ব্বে ভগৱানে গীতাতো কৈছে—

অপিচেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্।
সাধুৰেব স মন্তব্যঃ সম্যক্ ব্যবসিতো হি সঃ ॥

সুদুৰাচাৰী ভকতে কায়-মনো-বাক্যে মোক ভজিলে তেওঁকে পৰম সাধু বুলি জানিবা। ভক্তিৰ এনেহে পাৱনী শক্তি আছে যে মনুষ্যৰতো কথাই নাই, বনৰ পশু-পক্ষী, ৰাক্ষস আদি কৰি সকলো

ভক্তি-স্পৰ্শমণিৰ পৰশত ধন্য হয় আৰু দেৱ-মানৱৰ বন্দনীয় হৈ পৰে ( ভাগৱত—১১শ স্কন্ধ )।

চণ্ডালো হৰি-নাম লৱে মাত্ৰ।
কৰি উচিত যজ্ঞৰ পাত্ৰ ॥
সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী ॥

আদি শাস্ত্ৰ-বাক্যে সমস্বৰে কৈছে যে হৰি ভজনকাৰী ব্যক্তিয়েই শ্ৰেষ্ঠ পূজ্য। ব্যাসদেৱে নাৰদৰ উপদেশ মতে এই পৰমহংস সংহিতা শ্ৰীমদ্ভাগৱত ৰচনা কৰিছিল। দশম স্কন্ধ ভাগৱতত আছে-

শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন মহাভাগৱত কথা সাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক সমস্ত বেদৰে সাৰোদ্ধাৰ ॥
শুনা যাৰ তত্ত্বভেদ কল্পতৰু ভৈলা বেদ তাৰ ফল মহাভাগৱত।
নাই যাৰ সিঠা ছাল নাছিলেক এত কাল স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত ॥
স্বাদত অমৃতময় কেবল আনন্দ ৰস আছিল পূৰ্ব্বত বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে অৰ্দ্ধেক বয়স গৈলে পাইলা ব্ৰহ্মা পদ্ম কলপত ॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক নাৰদে ব্যাসক আনি দিল।
নগৈল তিলেকে ভাগি ইডালে সিডালে লাগি শুকমুখে ভূমিত পৰিল ॥
কৰা পান ফল ইটো যাৰ আছে ভাগ্য সিটো ৰস বিভাৱনত চতুৰ।
সাধুসঙ্গ অনুসৰি কৃষ্ণকথা কৰ্ণে ভৰি সমস্ত আপদ কৰা দূৰ ॥

এই বৈকুণ্ঠৰ সম্পদ শ্ৰীমদ্ভাগৱত ধৰ্ম্ম নাৰায়ণৰ দ্বাৰা পৰম্পৰা প্ৰাপ্ত হৈ শুকদেৱ কৰ্তৃক অবিকৃতভাৱে এই ধৰাধামত প্ৰকাশ পাইছে। ই গলিতং ফলং অৰ্থাৎ ৰসে ভৰা, সিঠা ছাল নাই। যি ভাগ্যৱান ব্যক্তিয়ে ইয়াৰ ৰস পান কৰে তেওঁহে পৰম চতুৰ। শ্ৰীকৃষ্ণ বৈকুণ্ঠগামী হোৱাৰ সময়ত ধৰ্ম্ম, জ্ঞান, বৈৰাগ্য আদিয়ে শ্ৰীমদ্ভাগৱতত আশ্ৰয় লৈছিল। শ্ৰীমদ্ভাগৱত ভগৱানৰ গ্ৰন্থৰূপী মূৰ্ত্তি। শ্ৰীকৃষ্ণ স্বৰূপৰ সমস্ত শক্তি বৈভৱ শ্ৰীমদ্ভাগৱতত আছে। শ্ৰীকৃষ্ণ যেনে বিভু আৰু সৰ্ব্বাশ্ৰয়, শ্ৰীমদ্ভাগৱতো তেনে বিভু আৰু

সৰ্ব্বাশ্ৰয়। শৌনকাদি ঋষিয়ে মহৰ্ষি সূতক সুধিলে যে শ্ৰীগোবিন্দই যেতিয়া ধৰাধাম পৰিত্যাগ কৰি যাব, তেতিয়া ধৰ্ম্মই কাৰ আশ্ৰয় গ্ৰহণ কৰিব? সূতে ভাগৱতৰ ১৩।৪৫ শ্লোকত তাৰ উত্তৰ দিলে—

কৃষ্ণে স্বধামোপগতে ধৰ্ম্মজ্ঞানেদিভিঃ সহ।
কলৌ নষ্ট দৃশামেব পুৰাণাৰ্কোঽধুনোদিতঃ॥

শ্ৰীকৃষ্ণ ভগৱানে প্ৰপঞ্চলীলা সম্বৰণ কৰি যেতিয়া বৈকুণ্ঠলৈ গমন কৰিলে তেতিয়া ধৰ্ম্ম-জ্ঞানাদি আৰু জীৱৰ মঙ্গল তথা কলি-কালৰ নষ্টদৃষ্টি ব্যক্তিসকলৰ প্ৰয়োজন সিদ্ধিৰ অভিপ্ৰায়ে সম্প্ৰতি কৃষ্ণৰ সৈতে অভিন্ন পুৰাণ শ্ৰীমদ্ভাগৱত সূৰ্য্য উদিত হ'ল।

গৰুড় পুৰাণত আছে—

অৰ্থোঽয়ং ব্ৰহ্মসূত্ৰাণাং ভাৰতাৰ্থ বিনিৰ্ণয়ঃ।
গায়ত্ৰী ভাষ্যৰূপোঽসৌ বেদাৰ্থ পৰিবৃংহিতঃ॥

এই ভাগৱত ব্ৰহ্মসূত্ৰৰ অৰ্থ, মহাভাৰতৰ তাৎপৰ্য্য নিৰ্ণয় গায়ত্ৰীৰ ভাষ্যৰূপ আৰু সমস্ত বেদাৰ্থ বিস্তাৰক। ন্যায়, বৈশেষিক, সাংখ্য, মীমাংসা আৰু বেদান্তৰ মায়াবাদ দৰ্শনে স্বমত স্থাপন কৰিবলৈ চেষ্টা কৰা বাবে সিবোৰে তটস্থভাৱে বিচাৰ কৰিব পৰা নাই। এই কাৰণে সিবোৰৰ উক্তিৰ মূল তত্ত্ব সম্বন্ধে সমূলি বুজিব পৰা নাযায়। সেই কাৰণে ভগৱানৰ অৱতাৰ, পৰতত্ত্বদৰ্শী মহাপুৰুষ মহৰ্ষি ব্যাসদেৱৰ বেদান্ত-দৰ্শনৰ মতবাদেই সৰ্ব্বশ্ৰেষ্ঠ। উক্ত কাৰণতে ভাৰতবৰ্ষৰ প্ৰায়ভাগ ধৰ্ম্মাচাৰ্য্যই বেদান্ত দৰ্শনক ভিত্তি কৰি তেওঁ-লোকৰ নিজৰ নিজৰ মতবাদ প্ৰতিষ্ঠা কৰি গৈছে। ষড়দৰ্শনৰ ভিতৰত বেদান্ত দৰ্শনৰ প্ৰামাণ্য সৰ্ব্বগ্ৰাহ্য। এই বেদান্ত-সূত্ৰকাৰ ব্যাসদেৱ নিজেই। শ্ৰীমদ্ভাগৱতত বেদান্ত-সূত্ৰৰ অৰ্থ লিখিছে ব্যাস-দেৱেই। যি তত্ত্ব প্ৰকাশ কৰিবৰ কাৰণে ব্যাসে বেদান্ত-সূত্ৰ প্ৰণয়ন কৰিছিল, সেই সমস্ত তত্ত্বই তেওঁ শ্ৰীমদ্ভাগৱতত বিবৃত কৰি গৈছে। এই কাৰণেই শ্ৰীমদ্ভাগৱতেই বেদান্ত-সূত্ৰৰ প্ৰকৃত ভাষ্য। বিশেষতঃ

শ্ৰীমদ্ভাগৱত প্ৰণয়নৰ আগতেই নাৰদৰ কৃপাত ব্যাসদেৱে ভগৱানৰ সমস্ত তত্ত্ব প্ৰত্যক্ষ কৰিছিল। ৰত্নাৱলীত—

একচিত্তে মাধৱত কৰিয়া ভকতি।
তেবে জ্ঞান পিচত নিৰ্মল ভৈলা মতি॥
ভকতিৰ পৰম আনন্দ ভৈল জাত।
হৃদয়ত ঈশ্বৰক দেখিলা সাক্ষাত॥
কৃষ্ণৰ অধীন মায়াদেবীক দেখিল।
তেবেসে ব্যাসৰ সংশয় গুচিল॥

ব্যাসদেৱে পৰম ভক্তিৰ দ্বাৰা ঈশ্বৰক দেখা পোৱাৰ উপৰি অচিন্ত্য মায়াশক্তিকো দেখা পোৱা হেতুকে তেওঁৰ সংশয় সম্পূৰ্ণভাৱে অপসাৰিত হৈছিল। তেওঁ যি যি তত্ত্ব প্ৰত্যক্ষ কৰিছিল সেই সকলোবোৰ শ্ৰীমদ্ভাগৱতত বিবৃত কৰিছিল। গতিকে ভাগৱতৰ উক্তিত ভ্ৰম-প্ৰমাদাদি থকাৰ সম্ভাৱনা নাই। গ্ৰন্থকৰ্ত্তাই নিজে যদি গ্ৰন্থ ব্যাখ্যা কৰে তেনেহ'লে গ্ৰন্থৰ ব্যাখ্যা নিশ্চিতভাৱে অকৃত্ৰিম হয়। ব্যাসদেৱে নিজে বেদান্ত-সূত্ৰকাৰ; তেওঁ নিজে সেই সূত্ৰ ব্যাখ্যাও কৰিছে। গতিকে ই নিশ্চয় অভ্ৰান্ত। সেই কাৰণে বেদান্ত-সূত্ৰৰ প্ৰকৃত ব্যাখ্যা ভাগৱতেই। চাৰি বেদ আৰু সমস্ত উপনিষদ আলোচনাপূৰ্বক সিবোৰৰ সাৰ সংগ্ৰহ কৰি ব্যাসদেৱে যি বেদান্ত-সূত্ৰ প্ৰণয়ন কৰিছিল তাৰ বিস্তাৰিত অৰ্থ হল, শ্ৰীমদ্ভাগৱত। বেদান্ত-সূত্ৰৰ একোটি সূত্ৰত আলোচনা কৰা হৈছে বেদ আৰু উপনিষদৰ একোটি ঋক বা মন্ত্ৰ। গতিকে বেদান্ত-সূত্ৰ হৈছে বেদ আৰু উপনিষদৰ মৰ্ম্ম-প্ৰকাশক। আকৌ শ্ৰীমদ্ভাগৱত সম্বন্ধে আগতে কোৱা হৈছে যে ই প্ৰণৱ বা গায়ত্ৰীৰ অৰ্থস্বৰূপ।

ভগৱানে প্ৰথমে প্ৰণৱ প্ৰকট কৰে। তাৰ পিছত তাৰ অৰ্থ প্ৰকাশৰ কাৰণে গায়ত্ৰী প্ৰণয়ন কৰে। এই গায়ত্ৰীৰপৰাই চাৰিবেদ আৰু উপনিষদৰ উদ্ভৱ, অৰ্থাৎ গায়ত্ৰীৰ মৰ্ম্ম, বেদ আৰু উপনিষদত বিবৃত হৈছে। "প্ৰণৱ সৰ্ব্ববেদেষু", সৰ্ব্ববেদত এই প্ৰণৱ আৰু

"গায়ত্ৰী ছন্দসমহম্", ছন্দবিশিষ্ট গায়ত্ৰীৰ মাজত মই বিদ্যমান। এই প্ৰণৱ আৰু গায়ত্ৰীৰ ব্যাখ্যাই শ্ৰীমদ্ভাগৱত। চতুঃশ্লোকী ভাগৱতেই গায়ত্ৰীৰ অৰ্থস্বৰূপ হোৱা হেতুকে তাতেই বেদ আৰু উপনিষদৰ অৰ্থ ব্যক্ত হৈছে। শ্ৰীমদ্ভাগৱতে এই চতুঃশ্লোকীৰ বিস্তৃত ব্যাখ্যা। বেদ আৰু উপনিষদৰ ঋক বা মন্ত্ৰ সূত্ৰৰূপে গ্ৰথিত হৈছে বেদান্ত-সূত্ৰত আৰু সেই মন্ত্ৰবোৰ শ্লোকাকাৰে গ্ৰথিত হৈছে শ্ৰীমদ্ভাগৱতত। বেদান্ত-সূত্ৰ আৰু শ্ৰীমদ্ভাগৱতৰ আলোচ্য বিষয়-সমূহ একে হোৱা বাবে আৰু বেদ উপনিষদৰ মন্ত্ৰ বেদান্ত-সূত্ৰতকৈ শ্ৰীমদ্ভাগৱতত বিস্তৃতৰূপে দিয়া বাবে শ্ৰীমদ্ভাগৱতকেই বেদান্ত-সূত্ৰৰ অভ্ৰান্ত ভাষ্য বুলি জানিব লাগিব। এই কাৰণে নামঘোষাত মহাপুৰুষ মাধৱদেৱে কৈছে—

সমস্ত বেদান্ত-সাৰ ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰিনাম মাত্ৰ॥

ঘোষাৰ এই পদফাকিয়ে উক্ত সিদ্ধান্তৰেই প্ৰতিধ্বনি কৰিছে। ব্যাসদেৱে নিজেও দ্বাদশস্কন্ধ ভাগৱতত এই কথাকেই কৈছে—

সৰ্ব্ববেদান্ত সাৰং হি শ্ৰীমদ্ভাগৱতমিষ্যতে।
তদ্ৰসামৃততৃপ্তস্য নান্যত্ৰস্যাদ্ৰতিঃ ক্বচিৎ॥

সমস্ত বেদান্ত সাৰ মহাভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিল যিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই॥ —নামঘোষা

শ্ৰীমদ্ভাগৱতেই বেদান্তৰ সাৰ। যিসকলৰ এই ভাগৱতত ৰতি জন্মে, তেওঁলোকৰ আৰু অইন কোনো ৰসতে ৰতি থাকিব নোৱাৰে।

ভগৱান শ্ৰীকৃষ্ণই ব্ৰহ্মাৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ চতুঃশ্লোকী ভাগৱত কোৱাত পোনপ্ৰথমে ছয়টি শ্লোকহে কৈছিল। ইয়াৰে প্ৰথম দুটি শ্লোকক ভাগৱতৰ বিষয়-ভূমিকা বুলি ধৰিব লাগে। এই চতুঃশ্লোকী ভাগৱতেই মহাপুৰুষীয়া ধৰ্ম্মৰ মেৰুদণ্ড। জ্ঞান, বিজ্ঞান, তদঙ্গ,

ৰহস্য—এই চাৰিটি তত্ত্বৰ ওপৰতে মহাপুৰুষীয়া ধৰ্ম্মৰ সুগভীৰ ৰহস্য লুকাই আছে। এই চতুঃশ্লোকীতেই প্ৰণৱ আৰু গায়ত্ৰীৰ অৰ্থ প্ৰকাশ পাইছে। এই কথা আগতেই কোৱা হৈছে।

পাঞ্চৰাত্ৰিক আৰু ভাগৱত ভেদে ভাগৱতী ধৰ্ম্মৰ বিভেদ পৰিলক্ষিত হয়। 'দ্বিধাহি ভাগৱত সম্প্ৰদায় প্ৰবৃত্তিঃ। একতঃ সংক্ষেপতঃ শ্ৰীনাৰায়ণাদ্ব্ৰহ্মানাৰদাদিদ্বাৰেন'॥ হৰি ভকতৰ প্ৰকাৰ ভেদ হৈছে মূল ৰুচি অনুযায়ীহে। ভাগৱত ধৰ্ম্মৰ আচাৰ্য্য-পৰম্পৰা অৰ্থাৎ ই কাৰপৰা কেনেকৈ আহিল এই সম্পৰ্কে মতভেদ আছে। প্ৰথম মত মতে শ্ৰীনাৰায়ণে ব্ৰহ্মাক, ব্ৰহ্মাই নাৰদক, নাৰদে ব্যাসক, ব্যাসে নিজপুত্ৰ শুকদেৱক আৰু শুকদেৱে মহাৰাজ পৰীক্ষিতক এই ভাগৱত ধৰ্ম্মৰ কথা কৈছিল। ব্ৰহ্মৰ্ষি নাৰদে ব্যাসৰ আগত সংক্ষেপে ভাগৱত ধৰ্ম্মৰ কথা কৈছিল। সেই সংক্ষিপ্ত বিবৃতিৰ আধাৰত ব্যাসদেৱে বিস্তৃত ভাগৱত পুৰাণ ৰচনা কৰে। আচাৰ্য্য-পৰম্পৰাৰ এই মতটোক সংক্ষিপ্ত বুলি কোৱা হৈছে। অইন এটা মত অনুযায়ী ভগৱান সঙ্কৰ্ষণে মহৰ্ষি সনৎকুমাৰক, সনৎকুমাৰে সাংখ্যায়নক, সাংখ্যায়নে পৰাশৰ আৰু বৃহস্পতি ঋষিক এই ধৰ্ম্মৰ শিক্ষা দিয়ে। পৰাশৰ ঋষিৰপৰা মৈত্ৰেয়ই এই ধৰ্ম্মৰ কথা শুনে। মৈত্ৰেয়ই বিদুৰক এই ধৰ্ম্মৰ কথা শুনায়। এই মতটোক বিস্তাৰিত বুলি জনা যায়। ভাৰতবৰ্ষৰ বৈষ্ণৱাচাৰ্য্যসকলৰ লগত মহাপুৰুষীয়া ধৰ্ম্মৰ মিলন থকাৰ কাৰণ এই মূল ৰুচিভেদকে বুলি ক'ব পাৰি।

শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱতৰ সংক্ষিপ্ত মতটো স্বীকাৰ কৰি ধৰ্ম্মবস্তু প্ৰৱৰ্ত্তন কৰিছে। চতুঃশ্লোকী ভাগৱতত ভগৱানে ব্ৰহ্মাক কোৱা জ্ঞান, বিজ্ঞান, তদঙ্গ আৰু ৰহস্য এই চাৰিটি তত্ত্বই মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰধান ভিত্তি। এই ধৰ্ম্ম মতে শ্ৰীগীতাৰ একশৰণ ধৰ্ম্ম স্বীকাৰ কৰি দৈৱকীনন্দন শ্ৰীকৃষ্ণত কায়-মনো-বাক্যে শৰণ লৈ ভাগৱত ধৰ্ম্মহৰিনাম শ্ৰৱণ-কীৰ্ত্তন কৰি প্ৰেমভক্তি লাভৰ কাৰণে যত্ন কৰিব লাগে। এক-মাত্ৰ গীতা আৰু ভাগৱতৰ বিধান মতেহে ভক্তই ভক্তিৰাজ্যত প্ৰৱেশ

কৰিব পাৰে। এই প্ৰৱেশৰ অধিকাৰত দেশ, কাল, পাত্ৰ, নিয়ম, সংযমৰ কোনো বাধাৰ ব্যৱস্থা নাই। কেৱল মাথোঁ আন দেৱ-দেৱী পূজা পৰিত্যাগ কৰি একান্তভাৱে শ্ৰীকৃষ্ণৰ চৰণত আশ্ৰয় ল'ব লাগে।

ভাৰতবৰ্ষত কিছুমান সম্প্ৰদায়ত পাঞ্চৰাত্ৰ বিধি-বিধান মতে দীক্ষা গ্ৰহণ কৰিহে ভক্তি-ৰাজ্যত প্ৰৱেশ কৰাৰ কথা দেখা যায়। দীক্ষাৰ মন্ত্ৰদান প্ৰথা পৰম্পৰা সম্প্ৰদায় হিচাপে চলি আহিছে। সম্প্ৰদায়শূন্য মন্ত্ৰ নিষ্ফল। শ্ৰীচৈতন্যদেৱৰ ধৰ্ম্মত পাঞ্চৰাত্ৰিক গৌতম-সনক তন্ত্ৰমতে দীক্ষা গ্ৰহণ কৰাৰ নিয়ম। এই ধৰ্ম্মত বৰ্ত্তমানেও পাঞ্চৰাত্ৰিক দীক্ষাৰ বিধান প্ৰচলিত আছে। দীক্ষাত নামৰ উপৰিও মন্ত্ৰ প্ৰদান কৰা হৈ থাকে। মন্ত্ৰ গ্ৰহণ নকৰিলে কাৰো বৈষ্ণৱতা বৰ্ত্তিব নোৱাৰে। মন্ত্ৰ গ্ৰহণ নকৰি হৰিনাম শ্ৰৱণ-কীৰ্ত্তন কৰি ভকত হ'লেও বৈষ্ণৱ হ'ব নোৱাৰি।

কলিকালত একমাত্ৰ হৰিনামেই জীৱক গতি দিব পাৰে। হৰিনামৰ অসীম শক্তি, ই নিৰপেক্ষ, জীৱক ভকতি, মুকুতি দিব পাৰে স্বয়ং নামে। নামৰ এই মহিমাৰ কথা সমস্ত ভক্তিশাস্ত্ৰই সমস্বৰে ঘোষণা কৰিছে। বৃহৎ নাৰদীয় পুৰাণত শ্ৰীনাৰদ মুনিয়ে কৈছে—

হৰেৰ্নাম হৰেৰ্নাম হৰেৰ্নামৈৱ কেৱলম্।
কলৌ নাস্ত্যেৱ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা॥

কলিকালত হৰিনাম, হৰিনাম, হৰিনামেই একমাত্ৰ উপায়। এই হৰিনামৰ বাহিৰে কলিৰ জীৱৰ উদ্ধাৰৰ আৰু অইন কোনো উপায় নাই। শ্ৰীমন্ত শঙ্কৰদেৱে পাঞ্চৰাত্ৰিক আগমোক্ত বিধানমতে তন্ত্ৰমন্ত্ৰ কৈ হৰি-ভজন কৰাটো ভাগৱতী ধৰ্ম্মৰ অন্তৰায় বুলি পাঞ্চৰাত্ৰিক বিধি উপেক্ষা কৰি ঈশ্বৰত একশৰণ হৈ ভাগৱতী ধৰ্ম্মত আশ্ৰয় লোৱাটোকে প্ৰকৃত বৈধ আৰু শ্ৰেয় উপায় বুলি নিৰ্ণয় কৰিছে, কাৰণ,

মন্ত্ৰৰো প্ৰাণ হৰিনামহে। হৰিনাম মহামন্ত্ৰ। কীৰ্ত্তন ঘোষাত আছে—

হৰি ৰাম হৰি ৰাম এহি মূল মন্ত্ৰ।
কলিত নাহি জপ যজ্ঞ মন্ত্ৰ ॥

কলিকালত তন্ত্ৰ-মন্ত্ৰত বহুত ছিদ্ৰ ওপজে। সেইবাবে নিৰপেক্ষ ভজন নহয়। অধিকন্তু তন্ত্ৰ-মন্ত্ৰ, দেশ-কাল-পাত্ৰ-দ্ৰব্যাদিৰ যত দোষ থাকে, সেই সমস্তকে হৰিনামে নিশ্ছিদ্ৰ কৰে। কীৰ্ত্তন ঘোষাত আছে—

তন্ত্ৰ-মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল-পাত্ৰ ছিদ্ৰ যতেক ॥
পূৰ্ণ মুহি যত যজ্ঞৰ অঙ্গ।
হৰিনামে কৰে সবে সুসাঙ্গ ॥

গীতাত আদ্যোপান্ত শৰণৰ কথা আৰু ভাগৱতত আদ্যোপান্ত সাধুসঙ্গ আৰু শ্ৰৱণ-কীৰ্ত্তনৰ মহিমা বৰ্ণনা কৰিছে। মহাপুৰুষ শঙ্কৰদেৱে গীতাৰ একশৰণ আৰু ভাগৱতৰ সাধুসঙ্গ আৰু হৰিনাম শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্মকেই জীৱৰ একমাত্ৰ গ্ৰহণীয় বুলি নিৰ্ণয় কৰিছে। শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মত মন্ত্ৰগ্ৰহণৰ কোনো ব্যৱস্থা নাই। প্ৰামাণ্য গ্ৰন্থত্ৰয় নাৰদ পঞ্চৰাত্ৰ আগম, শ্ৰীমদ্ভাগৱত আৰু গীতাৰ বিধান আলোচনা কৰিলেও ভাগৱত আৰু গীতাৰ বিধানেই যে সৰ্ব্বাগ্ৰে গ্ৰাহ্য, সেই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। পূৰ্ব্বে কোৱা হৈছে যে হৰিভকতসকল ৰুচিভেদে পাঞ্চৰাত্ৰ আৰু ভাগৱত মতে দুই ভাগত বিভক্ত। উপৰোক্ত কাৰণসমূহেই তাৰ যুক্তিসংগত উত্তৰ যেন লাগে। শ্ৰীমন্ত শঙ্কৰদেৱে ভক্তি আৰু হৰিনাম শ্ৰৱণ-কীৰ্ত্তনৰ মহিমা প্ৰধান দুই-চাৰিখন শাস্ত্ৰৰ প্ৰামাণ্য হ'লেও গীতা আৰু ভাগৱতেই তেওঁৰ প্ৰধান অৱলম্বন।

চতুঃশ্লোকী ভাগৱতত শ্ৰীভগৱানে ব্ৰহ্মাক যি কৈছিল, শ্ৰীমন্ত শঙ্কৰদেৱে সেই মতকেই কলিযুগত জীৱৰ উদ্ধাৰৰ প্ৰধান উপায় বুলি

নিশ্চয় কৰি কৈছিল। চতুঃশ্লোকী ভাগৱতেই মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰকৃত স্বৰূপ। তলৰ শ্লোক দুটি ভাগৱতৰ বিষয়ৰ ভূমিকা—

জ্ঞানং পৰমগুহ্যং মে যদ্বিজ্ঞানসমন্বিতম্ ।
সৰহস্যং তদঙ্গঞ্চ গৃহাণ গদিতংময়া ॥
যাবানহং যথাভাবো যদ্রূপগুণকৰ্ম্মকঃ ।
তথৈব তত্ত্ববিজ্ঞানমস্তু তে মদনুগ্ৰহাৎ ॥

ভগৱানে ব্ৰহ্মাক ক'লে "হে ব্ৰহ্মণ, অনুভৱ, প্ৰেমভক্তি আৰু সাধন সমন্বিত পৰম গুহ্যজ্ঞানৰ তোমাক উপদেশ দিওঁ, তুমি তাক গ্ৰহণ কৰা। মোৰ কৃপাত স্বৰূপ, লক্ষণ, লীলাদি তত্ত্বৰ তোমাৰ অনুভূতি হওক।"

উক্ত শ্লোকৰ 'গদিতং ময়া' আৰু 'মদনুগ্ৰহাৎ' ব্যাক্যাংশ দুটাই ভগৱৎ আশীৰ্ব্বাদ আৰু কৃপাশক্তিৰ পৰম তত্ত্বজ্ঞানৰ নিৰ্দ্দেশ কৰিছে। ব্ৰহ্মাই নিম্নোক্ত চতুঃশ্লোকী ভাগৱত শ্ৰীকৃষ্ণৰপৰা পাইছিল। এই চতুঃশ্লোকীয়েই সমস্ত ভাগৱতৰ মূল স্বৰূপ। ইয়াত জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য এই চাৰিটা গুহ্যতম তত্ত্ব ভগৱানে কৃপা কৰি ব্ৰহ্মাদেৱক প্ৰদান কৰিছিল। চতুঃশ্লোকীৰ শ্লোক চাৰিটা –

অহমেবাসমেবাগ্ৰে নান্যদ্ যৎ সদসৎ পৰম্ ।
পশ্চাদহং যদেতচ্চ যোঽৱশিষ্যেত সোঽস্ম্যহম্ ॥
ঋতেঽৰ্থং যৎ প্ৰতীয়েত ন প্ৰতীয়েত চাত্মনি ।
তদ্বিদ্যাদাত্মনো মায়াং যথাভাসো যথাতমঃ ॥
প্ৰবিষ্টান্য প্ৰবিষ্টানি তথা তেষু ন তেষ্বহম্ ।
এতাবদেব জিজ্ঞাস্যং তত্ত্বজিজ্ঞাসুনাত্মনঃ ॥
অন্বয় ব্যতিৰেকাভ্যাং যৎ স্যাৎ সৰ্ব্বত্ৰ সৰ্ব্বদা ।

মহাপ্ৰলয়ত ময়েই আছিলোঁ। কাৰ্য্য-কাৰণাতীত ব্ৰহ্মবস্তু ময়েই। সৃষ্টিৰ পিছতো ময়েই থাকোঁ। জগত মোতকৈ ভিন্ন নহয়। প্ৰলয়ৰ পিছতো ময়েই থাকিম অৰ্থাৎ আদি, মধ্য আৰু অন্তত ময়েই থাকোঁ। যেনেকৈ চন্দ্ৰ-সূৰ্য্যাদি জ্যোতিষ্মান পদাৰ্থৰ

প্ৰতিবিম্ব আৰু অন্ধকাৰৰ ; চন্দ্ৰ-সূৰ্য্যৰপৰা দূৰণি ঠাইত, চকুৰ দ্বাৰা প্ৰতীতি হয়, অথচ চন্দ্ৰ-সূৰ্য্যাদি নাথাকিলে তাৰ নিজৰ অস্তিত্ব নাথাকে, তেনেকৈ মোত বহিৰ্মুখ ব্যক্তিসকলে মোক সুবুজি যাক বুজে আৰু মোক বুজিলে যাক বুজা নাযায় অথচ মোৰ সম্বন্ধব্যতীত যাৰ অস্তিত্বই নাথাকে, সেই বস্তুই মোৰ মায়া। দেৱ-মনুষ্যাদি জীৱদেহ আকাশাদি মহাভূতৰ দ্বাৰা গঠিত। এতেকে আকাশাদি মহাভূত ইয়াত প্ৰবিষ্ট। আকৌ জীৱদেহৰ বাহিৰেও অন্যত্ৰও আকাশাদি বৰ্ত্তমান। অতএব তাত অপ্ৰবিষ্টও। ময়ো ঠিক সেই-দৰে সকলোৰে ভিতৰে-বাহিৰে আছোঁ৷ কাৰণে তাত প্ৰবিষ্টও সঁচা আৰু অপ্ৰবিষ্টও সঁচা। পৰমাত্মা ভগৱান বিশ্ব-কাৰ্য্যত সৰ্ব্বত্ৰ সকলো সময়তে বৰ্ত্তমান প্ৰলয়কালত সকলো নষ্ট হ'লেও তেওঁ তাত থাকিব। যিসকলে ভগৱৎ তত্ত্ব জানিবলৈ ইচ্ছা কৰে তেওঁলোকে বিধি-নিষেধৰ দ্বাৰা সৰ্ব্বকালে আৰু সৰ্ব্বস্থানে অৱশ্যকৰ্ত্তব্য ৰূপে উপদিষ্ট হয়। তাকে শ্ৰীগুৰুৰ ওচৰত শিক্ষা কৰিব অৰ্থাৎ যিজনে মোৰ ( ভগৱানৰ ) তত্ত্ব অনুভৱ কৰিবলৈ ইচ্ছা কৰে, তেওঁ যেন শ্ৰীগুৰুৰপৰা এনেকুৱা বস্তুৰ শিক্ষা কৰে, যি বস্তু ( তত্ত্ব ) সৰ্ব্বদায় সৰ্ব্বাৱস্থাত সম্ভৱপৰ হয়। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ভাগৱতৰ ২য় স্কন্ধত চতুঃশ্লোকী ভাগৱতৰ অনুবাদ কৰিছে --

ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি কৃষ্ণ নিগদতি।
চতুঃশ্লোকে ভাগৱত লোৱা প্ৰজাপতি ॥
জগতৰ পূৰ্ব্বে মই মাত্ৰ থাকো জান।
কাৰ্য্য-কাৰণৰ কিছু নাছিলেক আন ॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মাত্ৰে সবে মঞি বিচাৰত ॥
মঞি মাত্ৰ অৱশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙিলে যেন সোণা স্বৰূপত ॥

অবস্তুক দেখাৱয় বস্তুক আৱৰি ।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি ॥
নাথাকিতো দেখি যেন চন্দ্ৰমা দুতয় ।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৱৰি ঈশ্বৰক ।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥
যেন মহা পঞ্চভূত কৰিবা নিবাস ।
স্থাৱৰ জঙ্গম সদা কৰয় প্ৰকাশ ॥
ময়ো সেহিমতে আছো জগতকে ব্যাপি ।
তাৰ দোষ-গুণে মোক নোছোৱে তথাপি ॥
হেন মোক বিচাৰিবে সাধুৰ সঙ্গত ।
জ্ঞান বিজ্ঞান তেবে হৈবেক বেকত ॥
শ্ৰৱণ-কীৰ্ত্তন মোৰ ৰহস্য ভকতি ।
আকেসে কৰিবা মাত্ৰ বিবক্ষা সম্প্ৰতি ॥
যিটো তনু তযু আগে কৰিছো বেকত ।
এহি মোৰ নিজ ৰূপ কৈলো স্বৰূপত ॥
সৃষ্টি স্থিতি আদি মোৰ লীলা অনুপাম ।
ৰূক্ষণ্য পৰণ্য আদি গুণ আৰো নাম ॥
তযু আগে চাৰি শ্লোক কৈলোঁ ভাগৱত ।
মোৰ আশীৰ্ব্বাদে সবে হৈবে কণ্ঠাগত ॥
সাবধান মনে মোৰ ধৰা এহি মত ।
শ্ৰৱণ-কীৰ্ত্তন কৰা লোকত বেকত ॥
কৰিও প্ৰচাৰ এহি ভাগৱত গ্ৰন্থ ।
লোকত বিদিত হৌক মোৰ ভক্তি পন্থ ॥

এই উল্লেখিত চতুঃশ্লোকী ভাগৱতৰ তাৎপৰ্য্য এয়ে যে শ্ৰৱণ-কীৰ্ত্তনেই একমাত্ৰ বস্তু। শ্ৰীকৃষ্ণ ভগৱানৰ নামগুণ, শ্ৰৱণ-কীৰ্ত্তন কৰাই জীৱৰ একমাত্ৰ নিত্যধৰ্ম্ম। ভাগৱতৰো এয়ে একমাত্ৰ

প্ৰতিপাদ্য বস্তু। ভগৱানে অতি সাৱধানে ভাগৱতৰ এই নামধৰ্ম্ম জগতত প্ৰচাৰ কৰিবলৈ ব্ৰহ্মাদেৱক আদেশ দিছে। ভগৱানৰ অভিপ্ৰায় এয়ে যেন জগতত ভক্তিপন্থৰ প্ৰচাৰ হয়।

ওপৰৰ শ্লোক আৰু পদকেইটি আলোচনা কৰিলে বুজা যায় যে ভগৱানে ব্ৰহ্মাক এই চাৰিটি শ্লোকত সমস্ত ভাগৱতৰ প্ৰতিপাদ্য বস্তু জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰসস্য এই চাৰিটি পৰম গুহ্য তত্ত্বকেই স্পষ্টকৈ প্ৰকাশ কৰিছে। ভগৱান তিনিও কালতে সত্য। তেওঁ সৃষ্টিৰ পূৰ্ব্বতো আছিল, স্থিতিতো আছে আৰু প্ৰলয়ৰ পিছতো থাকিব। এই তত্ত্বই জ্ঞান অৰ্থাৎ সৃষ্টি, স্থিতি, প্ৰলয়—তিনিয়ো অৱস্থাতে ঈশ্বৰ সত্য। এই তত্ত্বই প্ৰণৱৰে অৰ্থ সূচনা কৰিছে। এই ত্ৰিকালে সত্য ভগৱান মায়াবৃত হোৱাৰ কাৰণে বস্তুত অবস্তু আৰু অবস্তুত বস্তুৰ প্ৰতীতি হৈছে। ইয়াৰ অনুভূতি বা ঈশ্বৰ দৰ্শনেই বিজ্ঞান। সেই ঈশ্বৰক দৰ্শন কৰিবলৈ একমাত্ৰ উপায় হৈছে প্ৰেমভক্তি। ইয়াকেই ৰহস্য বোলে। প্ৰেমভকতি উৎপন্ন হয় পৰমেশ্বৰৰ নাম গুণ, শ্ৰৱণ-কীৰ্ত্তন কৰিলে। প্ৰেমভকতি উৎপন্নৰ এই উপায়কে তদঙ্গ বোলে।

'সত্যং জ্ঞানমনন্তং ব্ৰহ্ম'—এয়েই ভগৱানৰ স্বৰূপ লক্ষণ। ই সৰ্ব্বদায় ভগৱানত থাকি অসত্য জড় পদাৰ্থতকৈ ভগৱানক ভিন্নৰূপে দেখুৱায়। যি লক্ষণে সৰ্ব্বদা লক্ষ্য নাথাকি কদাচিৎ থাকিলেও লক্ষ্যভিন্ন বস্তুৰপৰা লক্ষ্যৰ ভেদ প্ৰকাশ কৰে তাকে তটস্থ লক্ষণ বোলে। 'যতঃ বা ইমানি ভূতানি জায়ন্তে যেন জাতানি জীৱন্তি যৎপ্ৰয়ান্ত্যভি সংবিশন্তি' ইত্যাদি ভগৱানৰ তটস্থ লক্ষণ। জগতৰ সৃষ্টি, স্থিতি, লয় ভগৱানে সৰ্ব্বদায় নকৰে। এতেকে সেই লক্ষণ তাত সদায় নেথাকিলেও তটস্থৰ দ্বাৰা অসত্য জড় পদাৰ্থতকৈ ভগৱান যে ভিন্ন সেই কথা বুজা যায়। এই তটস্থ লক্ষণ আৰু স্বৰূপ লক্ষণক লৈয়ে জ্ঞানমাৰ্গী আৰু ভক্তিমাৰ্গীসকলৰ ভেদ সৃষ্টি হৈছে। ভগৱানে ব্ৰহ্মাক কৈছে, "মোৰ স্বৰূপ, লক্ষণ, ৰূপ, গুণ আৰু লীলাৰ তত্ত্ব মোৰ

কৃপাত তোমাৰ অনুভৱ হওক।” ভগৱানৰ স্বৰূপ, লক্ষণ, ৰূপ, গুণ আৰু লীলাতত্ত্ব একেই বস্তু।

অৱশ্যে এই পাৰ্থক্য ভেদ নহয়, ই বিশেষ মাত্ৰ। এই বিশেষক ভগৱান শ্ৰীগোবিন্দ সবিশেষ বুলি বৈষ্ণৱ দাৰ্শনিকসকলে মত প্ৰকাশ কৰিছে। ‘সত্যং জ্ঞানমনন্তং ব্ৰহ্ম, আনন্দ ব্ৰহ্মেতি ব্যজনাৎ, ৰসো-ৱৈসঃ’ ইত্যাদি শ্ৰুতিবাক্য আলোচনা কৰিলে স্পষ্টভাৱে বুজি পোৱা যায় যে পৰমেশ্বৰ নিত্য, স্বপ্ৰকাশ ; পৰমান্দই তেওঁৰ স্বৰূপ। ভগৱান স্বয়ং আনন্দ হৈও তেওঁ তাৰ স্বৰূপভূত আনন্দৰ আস্বাদক বা ভোক্তা। এয়ে তেওঁৰ লক্ষণ। আনন্দঘন তেওঁৰ মূৰ্ত্তি, দ্বিভুজ, চতুৰ্ভুজাদি তেওঁৰ ৰূপ। ভক্তৱৎসলাদি তেওঁৰ গুণ আৰু ভক্তৰ আনন্দ বৰ্দ্ধন আৰু নিজানন্দ আস্বাদন তেওঁৰ লীলা। এৰাঁ গাখীৰ ঘণীভূত ক্ষীৰাদিত পৰিণত হ’লে তাৰ স্বৰূপ ভেদ নহ’লেও যেনেকৈ আস্বাদনৰ তাৰতম্য ঘটে, সেইদৰে শ্ৰীভগৱানৰ সচ্চিদানন্দ স্বৰূপৰ বৈলক্ষণ্য আছে। এৰাঁ গাখীৰ পান কৰিলে যেনেকৈ ক্ষীৰ-লাড়ু আদিৰ আস্বাদন পোৱা নাযায়, ঠিক সেইদৰে কেৱল সচ্চিদানন্দ অনুভৱে শ্ৰীভগৱানৰ অপাৰ কৰুণাদিৰ কাৰণৰ আধাৰ শ্ৰীগোবিন্দৰ চিদ্ ঘনমূৰ্ত্তিৰ অনুভৱ নহয়। যি ব্যক্তিয়ে এৰাঁ গাখীৰ আৰু ক্ষীৰ-লাড়ু আদি দুগ্ধজাত সমস্ত বস্তুৰ স্বাদ আস্বাদন কৰিছে, তেওঁৰহে এৰাঁ গাখীৰ আস্বাদন পূৰ্ণ হয়। ঠিক সেই মিচিনা যিজন ভাগ্যৱান ব্যক্তিয়ে সচ্চিদানন্দ স্বৰূপ আৰু সচ্চিদানন্দ ঘনমূৰ্ত্তি, ভক্তৱৎসলাদি গুণ, গো-ধেনুচাৰণাদি লীলা এই সমস্তকে আস্বাদন কৰিছে, তেওঁৰে পৰতত্ত্ব আস্বাদন পূৰ্ণ হৈছে।

শাস্ত্ৰত ভগৱান সাকাৰ আৰু নিৰাকাৰ বুলি কোৱা বহুতো পৰস্পৰ বিৰুদ্ধ বাক্য আছে। ভগৱান কোনো প্ৰকৃত মূৰ্ত্তিবিশিষ্ট নহয় আৰু মূৰ্ত্তি শূন্যও নহয়। জ্ঞানমাৰ্গ আৰু যোগমাৰ্গত ভগৱানক নিৰাকাৰ বুলি কৈছে। মহাপুৰুষ মাধৱদেৱে নামঘোষাত নিৰাকাৰ শব্দৰ অৰ্থ প্ৰাকৃত আকাৰ বৰ্জিত বুলিহে কৈছে।

যতেক প্ৰাকৃত আকাৰ বৰ্জিত
যিহেতু ভৈলন্ত হৰি।
এহি হেতুতেসে নিৰাকাৰ নাম
আছন্ত ঈশ্বৰে ধৰি॥

চতুঃশ্লোকত কৈছে—

যিটো তত্ত্ব তযু আগে কৰিছো বেকত।
এহি মোৰ নিজ ৰূপ কৈলো স্বৰূপত॥

উপৰোক্ত চতুঃশ্লোকী ভাগৱতত ভগৱানে ব্ৰহ্মাক কৈছিল যে যি দিব্যমূৰ্ত্তি তোমাক আজি দেখুৱালোঁ, সেই মূৰ্ত্তি নিত্য। ব্ৰহ্মাই ঈশ্বৰৰ এই দিব্যমূৰ্ত্তি দৰ্শন পাইছিল বহুদিন ঈশ্বৰ উপাসনা কৰি চিত্ত, মন, শুদ্ধ কৰাৰ পাছতহে। অৰ্জ্জুনকো পৰমেশ্বৰ শ্ৰীকৃষ্ণই কৃপা কৰি দিব্যনেত্ৰ দিয়াতহে। ঈশ্বৰৰ বিশ্বৰূপ দেখা পাইছিল।

নতু মাং শক্যসে দ্ৰষ্টু মনেনৈব স্বচক্ষুসা।
দিব্যং দদামি তে চক্ষুঃ পশ্য মে যোগমৈশ্বৰম্॥

হে অৰ্জ্জুন তুমি তোমাৰ এই চৰ্ম্মচক্ষুৰ দ্বাৰা মোৰ এইৰূপ দৰ্শন কৰিব নোৱাৰিবা। সেইবাবে মই তোমাক দিব্য চক্ষু দিওঁ, তাৰে মোৰ এই যোগসামৰ্থ্য চোৱা। কীৰ্ত্তনঘোষাতো ঈশ্বৰৰ দিব্যৰূপ স্বীকৃত। ভগৱানে চৈতন্য স্বৰূপে সমস্ত জগত বিয়পি থাকিলেও ভগৱৎ ভক্তই কিন্তু অব্যক্তৰ ব্যক্ত ৰূপৰহে উপাসনা কৰে।

চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞ জন॥
নিশ্চয় নিৰ্মল সূক্ষ্ম ৰূপ যিটো স্বামী।
দেৱে নজানন্ত তাক কেনে জানো আমি॥
অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি।
পীত বস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী॥
পিন্ধি আছা ময়ূৰ মুকুট তাম্ৰ হাৰ।
হিয়াত শ্ৰীবৎস গ'লে বনমামালা যাৰ॥

সেহিসে মূৰ্ত্তিক আৰাধন্ত দেৱগণে।
তাকেসে ভকত জনে চিন্তে সৰ্ব্বক্ষণে॥ (কীৰ্ত্তনঘোষা)

কীৰ্ত্তনঘোষা উক্তপদত সগুণ-নিৰ্গুণ, সাকাৰ-নিৰাকাৰ এই দুয়োটি ভাবেই পৰিস্ফুট হৈছে। ভক্তিৰত্নাকৰ আৰু শ্ৰুতিতো সাকাৰ-নিৰাকাৰ বিৰুদ্ধ ভাবৰ কথা আছে।

পৰমাত্মা ৰূপে হৰি বিজ্ঞান মূৰতি
নিৰাকাৰ নিৰাময়।
নিত্য নিৰঞ্জন আনন্দ স্বৰূপ।
দেহ ইন্দ্ৰিয় নাহিকয়॥
তথাপি শুনয় বচন বোলয়
সমস্ত বস্তুক সবে ধৰয়।
কাহাক কৰন্ত দূত
জগতৰে কৰ্ত্তা পালয়ে সবাকো
সংহৰে সবে জগত॥ (ৰত্নাকৰ)

শ্ৰুতিতো আছে-

ব্ৰহ্মৰ হস্ত নাই ; গ্ৰহণ কৰিব পাৰে ; পদ নাই, বেগাই যাব পাৰে ; কাণ নাই, শুনিব পাৰে। ব্ৰহ্মৰ দেহ-ইন্দ্ৰিয়াদি একো নাই। সেয়ে যদি হয় তেনেহ'লে ব্ৰহ্মই কেনেকৈ গ্ৰহণ কৰে, কেনেকৈ চলে, কেনেকৈ দেখে আৰু কেনেকৈ শুনে? দেহেন্দ্ৰিয় নাই অথচ সকলো কৰিব পাৰে। এই কথাৰ তাৎপৰ্য্য কি? ভগৱানৰ প্ৰাকৃত দেহেন্দ্ৰিয় নাই সঁচা কিন্তু তেওঁৰ বিজ্ঞান দিব্যমূৰ্ত্তি আছে। চতুঃশ্লোকী ভাগৱতত ভগৱানৰ ব্যক্ত আৰু অব্যক্ত স্বৰূপৰ সম্পূৰ্ণ উপলব্ধি কৰাৰ বাবে সাধুসঙ্গকে শ্ৰেষ্ঠ উপায় বুলি নিৰ্ণয় কৰা দেখা যায়।

হেন মোক বিচাৰিবে সাধুৰ সঙ্গত।
জ্ঞান বিজ্ঞান তেবে হৈবেক বেকত॥
শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকেসে কৰিব মাত্ৰ বিবক্ষা সম্প্ৰতি॥

এতেকে সাধুসঙ্গই শ্ৰীকৃষ্ণ ভক্তিৰ মূল।

বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি ভকতি কৰিব ভালমতে॥

'বিনা গুৰু চৰণে ভকতি ৰকতি মুকুতি কবহুঁ না হোই।' এই পদসমূহত সাধুসঙ্গকেই হৰি ভজনৰ প্ৰধান সহায়ক বুলি উল্লেখ কৰিছে। শ্ৰীগুৰুৰ সেৱা নকৰিলে ভগৱানত কেতিয়াও ভকতি আৰু ৰতি হ'ব নোৱাৰে। মুকুতিও গুৰুসেৱা বিনে হ'ব নোৱাৰে। এই কাৰণেই মহাপুৰুষীয়া ধৰ্মমতে গুৰু, দেউ, নাম, ভকত এই চাৰিটি বস্তুৰ পাৰমাৰ্থিক বুজনি লৈ একশৰণ হ'ব লাগে বুলি নিৰ্ণয় কৰিছে।

শ্ৰীকৃষ্ণই কলিৰ জীৱক উদ্ধাৰৰ কাৰণে শ্ৰীশংকৰ ৰূপে অৱতাৰ ধৰিছে। শ্ৰীশংকৰেই নিজ শৰণীয়া গুৰু আৰু তেওঁৱেই আত্মাস্বৰূপ। পৰমাৰ্থ বিচাৰত গুৰু, দেউ, নাম, ভকত এই চাৰি বস্তু হ'লেও একে তত্ত্ব বস্তুৱেই চাৰি ভাগে আত্মপ্ৰকাশ কৰিছে। বৈকুণ্ঠৰ শ্ৰীভগৱানে জীৱৰ উদ্ধাৰৰ কাৰণে শঙ্খ, চক্ৰ, গদা, পদ্ম—এই চাৰি বস্তুকেই গুৰু, দেউ, নাম, ভকত ৰূপে আবিৰ্ভাৱ কৰাইছে। গুৰুজন হ'ল—

জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ দিবাৰ শকত॥
যদ্যপি ভকত হোন্ত নুহিকে পণ্ডিত।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত॥
শাস্ত্ৰক জানন্ত সিটো নুহিকে ভকত।
তান উপদেশে বোধ নুপজে শিষ্যত॥ ( নৱসিদ্ধ )

এই শাস্ত্ৰীয় কথাৰ বিচাৰেৰে গুৰু গ্ৰহণ কৰিব লাগে।

**ভকততত্ত্ব :** গুৰুতত্ত্ব আৰু ভকততত্ত্ব অভেদ। মহাভাগৱত ভকতেই গুৰুৰ যোগ্য। এই ব্ৰহ্মাণ্ডত ভগৱানৰ বাবে ভকতৰ দৰে প্ৰিয়জন আৰু কোনো নাই।

পৰম ঈশ্বৰ দেৱ কৃষ্ণক নপায় লাগ
তপ জপ যাগ যজ্ঞ দানে।
একান্ত ভক্তৰ পদৰেণু শুদ্ধচিত্তে অভিষেক নকৰয় মানে॥
(ঘোষা)

একান্ত ভকতৰ পদৰেণু অভিষেকেই কৃষ্ণ-ভক্তিৰ অংকুৰ। কীৰ্ত্তন ঘোষাত আছে—

ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকতজনৰ জানা আনিসে হৃদয়॥
মই বিনা ভকতে নিচিন্তে কিছু আন।
ভকততো পৰে মই নিচিন্তোহো আন॥

ভগৱান স্বতন্ত্ৰ হ'লেও ভকতৰ অধীন। ভাগৱতৰ একাদশ স্কন্ধত আছে—

ভকত সমান সখী মোৰ কোন আছে।
ময়ো মহা ভকতৰ ফুৰো পাচে পাচে॥

আৰৌ,—

আমাক নপাৱৈ পুনু জ্ঞানী কৰ্ম্মীলোক।
সাধুসঙ্গে অৱশ্যেকে বশ্য কৰে মোক॥
আন কৰ্ম্ম কৰিয়া মিছাতে মৰৈ লোকে।
ভকতৰ সঙ্গত সম্যকে পাৱৈ মোকে॥

এই সাধুসঙ্গ মহাপুৰুষীয়া ধৰ্ম্মৰ অপৰিহাৰ্য্য নীতি।

এই কাৰণেই শ্ৰীগুৰুত আশ্ৰয় গ্ৰহণ কৰি সাধুসঙ্গত শ্ৰৱণ-কীৰ্ত্তন কৰিব লাগে।

**দেৱতত্ত্ব :** দৈৱকীনন্দনকৃত একেখানি শাস্ত্ৰ গীতা। দৈৱকীনন্দন শ্ৰীকৃষ্ণ একমাত্ৰ দেৱ। দৈৱকীনন্দনৰ পদসেৱা কৰাটো একমাত্ৰ কৰ্ম্ম। দৈৱকীনন্দন শ্ৰীকৃষ্ণৰ একমাত্ৰ মন্ত্ৰ তেওঁৰ ৰাম-কৃষ্ণ নাম। এক দেউ এক সেউ এক বিনে নাই কেউ। মহাপুৰুষীয়া সৰ্ব্বশ্ৰেষ্ঠ

একশৰণ ধৰ্ম্মৰ এয়েই ভিত্তি। অনন্ত কোটি ব্ৰহ্মাণ্ডৰ পতি শ্ৰীকৃষ্ণই একমাত্ৰ আশ্ৰয়তত্ত্ব।

যাহাৰ শ্ৰীকৃষ্ণ নাম পৰম প্ৰখ্যাত।
সৰ্গ বিসৰ্গাদি নৱ লক্ষণ সাক্ষাত ॥
কৰে লক্ষ্য কৃষ্ণদেৱক নিশ্চয়।
সিটো কৃষ্ণ জগতৰে কেৱল আশ্ৰয় ॥ (ৰত্নাকৰ)

সৰ্গ, বিসৰ্গ, স্থান, পোষণ, উতি, মন্বন্তৰ, ঈশানুকথা, নিৰোধ আৰু মুক্তি—এই নৱলক্ষণযুক্ত যিজন ঈশ্বৰ, যাৰপৰা সমস্ত জগত সৃষ্টি হৈছে, য'ত সমস্ত লয় পায় আৰু যাৰপৰা সকলো প্ৰকাশ পায়, সেইজনেই সকলোৰে আশ্ৰয়তত্ত্ব শ্ৰীকৃষ্ণ। এই কাৰণে ৰত্নাকৰত কোৱা হৈছে—

জাত বিনে কাহাৰো নাহিকে একসিদ্ধি।
যিটো ব্ৰহ্মতত্ত্ব সবাৰো অবধি ॥
তেন্তে নাৰায়ণ ৰূপ জানিবা নৃপতি।
তাহাৰ চৰণে মাত্ৰ কৰিয়ো ভকতি ॥

কীৰ্ত্তনত আছে—

কিনো আতি নন্দ যশোদাৰ মহাভাগ।
পূৰ্ণব্ৰহ্ম তোমাক হাততে পাইলা লাগ ॥
নহন্ত মানুহ নন্দ-তনয়।
পৰম পুৰুষ জানা নিশ্চয় ॥
নাহি আদি অন্ত পূৰ্ব্বপৰ।
পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ ॥
তাহাঙ্ক তনয় মানি বলে।
যশোদা বান্ধন্ত উড়ুখলে ॥

এই পদসমূহে শ্ৰীকৃষ্ণ ভগৱানকে পূৰ্ণব্ৰহ্ম বুলি নিৰ্ণয় কৰিছে। "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন", "ভজো হেন দেৱ যদুপতি", "সদানন্দ সনাতন", 'হেনয় কৃষ্ণক সদা উপাসা', 'আকৃতি ধৰিছা

কৃষ্ণ' আদি শাস্ত্ৰবচনে একমাত্ৰ শ্ৰীকৃষ্ণ ভগৱানকেই লক্ষ্য কৰিছে। সেই শ্ৰীকৃষ্ণ ভগৱন্তৰ নাম, গুণ, ৰূপ শ্ৰৱণ-কীৰ্ত্তন কৰাই জীৱৰ একমাত্ৰ কৰ্ত্তব্য। নামঘোষাত মহাপুৰুষ মাধৱদেৱে কৈছে—

কৃষ্ণ একদেৱ দুঃখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ॥

**নামতত্ত্ব ঃ** নাম চিন্তামণিঃ কৃষ্ণচৈতন্য ৰসবিগ্ৰহঃ।
পূৰ্ণঃ নিত্যশুদ্ধোমুক্তোঽভিন্নত্বান্নামনামিনঃ।

কৃষ্ণনাম চিন্তামণিস্বৰূপ। স্বয়ং শ্ৰীকৃষ্ণ চৈতন্য, ৰসবিগ্ৰহ, পূৰ্ণ, মায়াতীত, নিত্যমুক্ত। নাম-নামীৰ কোনো ভেদ নাই।
ঘোষাত কৈছে—

যেই নাম সেই কৃষ্ণ ভজ নিষ্ঠ কৰি।
আপোন নামৰ সঙ্গ নছাৰন্ত হৰি॥

নাম আৰু নামী অভেদ—এয়েই নামৰ দাৰ্শনিক তত্ত্ব। সমগ্ৰ জগত নাম,ৰূপাত্মক। আমাৰ মনত যি ভাবৰ সৃষ্টি হয় সেই ভাব নাম ৰূপ বিনে হ'ব নোৱাৰে। এতেকে সৃষ্টি আৰু বিকাশৰ ব্যাপাৰো অনন্তকালৰপৰাই নাম ৰূপৰ সৈতে জড়িত। মানুহৰ যিমান ভাব আছে বা থাকিব পাৰে তাৰ প্ৰতিৰূপ নাম বা শব্দ নিশ্চয় থাকিবই। ভাব, নাম আৰু ৰূপ এই তিনিটি কিন্তু একেই বস্তু। একেই তিনি, তিনিয়েই এক, এক বস্তুৰেই বিভিন্ন ৰূপ। সূক্ষ্মতৰ, কিঞ্চিত ঘনীভূত আৰু সম্পূৰ্ণ ঘনীভূত—এই বস্তুৰেই এই তিনিটা অৱস্থা মাত্ৰ। এই সমস্ত ব্ৰহ্মাণ্ডৰ অন্তৰালত নাম আছে আৰু সেই নামৰপৰাই এই বহিৰ্জগত সৃষ্টি বা বহিৰ্গত হৈছে। সকলো ধৰ্ম্মই এই নামকেই শব্দব্ৰহ্ম বুলি কয়। হিন্দুমতে এই নাম বা শব্দ ওঙ্কাৰ। এই ওঙ্কাৰ জগতৰ ভাব-সমষ্টি বা ঈশ্বৰৰ নাম। 'তস্য বাচক প্ৰণৱঃ'। ব্যষ্টিভাৱে ঈশ্বৰৰ অনন্ত নাম।

বস্তুতঃ এনে নাম বা পবিত্ৰ শব্দ অনেক আছে, যেনে—ৰাম, কৃষ্ণ, হৰি ইত্যাদি।

ভক্তিমাৰ্গীসকলে সেই বিভিন্ন নামৰ উপদেশ দি থাকে। সদ্‌-গুৰু পৰম্পৰাক্ৰমে আহিলে নামি শক্তিসম্পন্ন হয়। পুনঃ পুনঃ জপৰদ্বাৰা এই নাম অনন্ত শক্তিসম্পন্ন হয়। এই নাম বাৰম্বাৰ উচ্চাৰণ কৰোঁতে কৰোঁতে ভক্তক ই ভক্তিৰ অতি উচ্চ স্তৰলৈ লৈ যায়। পৰমেশ্বৰৰ সমস্ত শক্তি নামতে আছে।

ঘোষাত আছে—

আপুন নামক বহুতৰ কৰি নিজ সৰ্ব্ব শক্তি দিয়া
কালৰ নিয়ম নিবিছিলা স্মৰণত।
এতাদৃশী তব কৃপা হৰি মোহোৰ দুৰ্দ্দৈব দেখা কিনো
অনুৰাগ প্ৰভু নভৈল তযু নামত॥

এই নাম উচ্চাৰণ কৰিবলৈ কোনো কালৰ ব্যৱস্থা কৰা নাই। সকলো সময়তে, সকলো অৱস্থাতে ঈশ্বৰৰ নামসমূহ কীৰ্ত্তন কৰিব পাৰি। জীৱৰ প্ৰতি ঈশ্বৰৰ ইমানেই কৃপা। এই কৃপা লাভ কৰিবলৈ আমি কিন্তু সমূলি ইচ্ছা নকৰোঁ, এনেহে আমাৰ দুৰ্ভাগ্য।

সকলো লোকে, সকলো সময় আৰু অৱস্থাতে ভগৱানৰ নাম শ্ৰৱণ-কীৰ্ত্তন কৰিব পাৰে।

হৰি নাম কীৰ্ত্তনত নাহি কাল দেশ পাত্ৰ
নিয়ম সংযম একো বিধি॥
হৰিত শৰণ লৈয়া কেৱল হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে শুদ্ধি॥ (নামঘোষা)

হৰিনাম শ্ৰৱণ-কীৰ্ত্তনত দেশ, কাল, পাত্ৰ, নিয়ম-সংযম আদিৰ কোনো বাধা-নিষেধ নাই। এই কথাৰ তাৎপৰ্য্য কি?

**কাল ঃ** হৰিনামে দিন, ৰাতি, পুৱা, সন্ধিয়া, মাহ, বাৰ, তিথি, নক্ষত্ৰ, শুদ্ধ, অশুদ্ধ, বাল্য, যুৱা, বৃদ্ধ, কাল আদি একোৰে অপেক্ষা নকৰে। পৰমেশ্বৰত একশৰণ হৈ নাম ল'লেই তেওঁৰ কৃপা লাভ

কৰিব পাৰি। নামৰ মহিমা এনেহে যে ই সকলোকে শুদ্ধ, নিকা কৰি দিব পাৰে। নিত্য-নৈমিত্তিক ক্রিয়াকাণ্ডাদিত কিন্তু শুদ্ধ-অশুদ্ধ কাল আৰু তিথি-নক্ষত্ৰাদিৰ বিচাৰ নিশ্চয় আছে। এই বিচাৰ নহ'লে যাগ-যজ্ঞ, স্নান-তৰ্পণ আদি ক্রিয়াকাণ্ডত বহুতো অপৰাধ, বিঘ্নি আৰু ছিদ্ৰ হৈ কৰ্ম্ম পূৰ্ণ নহয়। এই কাৰণেই এইবোৰতকৈ হৰিনামকে শ্ৰেষ্ঠ বুলি কীৰ্ত্তনত কৈছে—

যত বেদ বেদাঙ্গ
হৰিনামে কৰে সবে সুসাঙ্গ।

**দেশ ঃ** অৰ্থাৎ স্বদেশ, বিদেশ, তীৰ্থ, অতীৰ্থ, গৃহ, অগৃহ, বাট, ঘাট, মঠ, পাহাৰ, পৰ্ব্বত, জল, স্থল আদি যিকোনো ঠাইতে নাম ল'লে নামৰ অসীম কৃপাশক্তি সেৱকৰ প্ৰতি সঞ্চাৰিত হয়। যাগ-যজ্ঞ, তীৰ্থ, স্নান আদি নৈমিত্তিক কৰ্ম্মত কিন্তু দেশৰ পৱিত্ৰতা-অপৱিত্ৰতাৰ বিচাৰ আছে।

**পাত্ৰ ঃ** ব্ৰাহ্মণ, অব্ৰাহ্মণ, ম্লেচ্ছ, অন্ত্যজ, হিন্দু, মুছলমান, খ্ৰীষ্টান, বৌদ্ধ, বালক, বৃদ্ধ, যুৱা, পুৰুষ, তিৰোতা আদি সকলোৰে একশৰণ হৈ হৰিনাম-গুণ শ্ৰৱণ-কীৰ্ত্তন কৰিবলৈ পূৰ্ণ অধিকাৰ আছে। ক্রিয়াকাণ্ডাদিৰ ক্ষেত্ৰত কিন্তু পাত্ৰাপাত্ৰৰ বিচাৰ আছে।

**নিয়ম-সংযম ঃ** যোগমাৰ্গ আৰু জ্ঞানমাৰ্গত আহাৰ-বিহাৰৰ ক্ষেত্ৰত বিশেষ সাৱধান হ'ব লাগে। যোগমাৰ্গত আসন, প্ৰাণায়াম, ধ্যান, ধাৰণা, নিয়ম, সংযমেই প্ৰধান কথা ; সেয়ে নহ'লে, যোগৰ পৰিৱৰ্ত্তে ৰোগৰহে হ'ব আৰু সাধকৰ ইষ্টসিদ্ধিও নহ'ব।

চতুঃশ্লোকীত কোৱা হৈছে যে যি ধৰ্ম্ম সৰ্ব্বদা, সৰ্ব্বকাল, সৰ্ব্বজন আৰু সৰ্ব্বাৱস্থাত অৱশ্যকৰ্ত্তব্য, সেই ধৰ্ম্মৰ উপদেশ ল'ব লাগে গুৰুৰপৰা। সেই ধৰ্ম্মনো কি? তাৰ উত্তৰ চতুঃশ্লোকীত দিয়া হৈছে—

শ্ৰৱণ-কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকেসে কৰিবা মাত্ৰ বিবক্ষা সম্প্ৰতি॥

অৰ্থাৎ শ্ৰৱণ-কীৰ্ত্তন-ৰহস্য-ভক্তিৰ উপদেশহে দিবা। একমাত্ৰ হৰিনাম শ্ৰৱণ-কীৰ্ত্তনেই নিৰপেক্ষ। মহাপুৰুষীয়া ধৰ্ম্মৰ এই শ্ৰৱণ-কীৰ্ত্তনেই অৱশ্যকৰ্ত্তব্য। চতুঃশ্লোকীৰ উপসংহাৰতো এই কথাকেই কোৱা আছে—

সাৱধান মনে মোৰ ধৰা এহি মত।
শ্ৰৱণ-কীৰ্ত্তন কৰা লোকত বেকত ॥
কৰিয়ো প্ৰচাৰ এহি ভাগৱত গ্ৰন্থ।
লোকত বিদিত হোক মোৰ ভক্তিপন্থ ॥

[ 'সাৰথি'ত পূৰ্ব্ব প্ৰকাশিত ]

# মাণিকপুৰৰ শ্ৰীশ্ৰীগোবিন্দ ভৱন গীতাসত্ৰত এভুমুকি

—হেমন্ত কুমাৰ গোস্বামী

শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ বিষয়ে আগতে সবিশেষ কথা জনা নাছিলোঁ। এদিন শ্ৰীযুত কনকচন্দ্ৰ ডেকাদেৱৰ লগত হোৱা কথোপকথনত স্বামীজীৰ কথা ওলাইছিল। ডেকাদেৱে স্বামীজীৰ বিষয়ে জানিবলৈ হাউলীৰ শ্ৰীযুত যাদৱ চন্দ্ৰ দাসদেৱৰপৰা কিতাপ সংগ্ৰহ কৰি পঢ়িবলৈ উপদেশ দিছিল আৰু স্বামীজীৰ মাণিকপুৰৰ আশ্ৰম চাবলৈ কৈছিল। ডেকাদেৱৰ উপদেশ মনত পেলাই হাউলীলৈ গৈ দাসদেৱৰপৰা তেওঁ নিজে লিখা স্বামীজীৰ জীৱনীখন নি পঢ়িলোঁ। লগতে স্বামীজীৰ মাণিকপুৰত থকা গোবিন্দ গীতাসত্ৰ চোৱাৰ হেঁপাহো পূৰণ কৰিলোঁ।

দুৰ্গাপূজাৰ ভিতৰত সৰভোগৰ নিজৰ ঘৰলৈ গ'লোঁ। সৰভোগৰ-পৰা মাণিকপুৰ বেছি দূৰ নহয়। বাছেৰে ২৫/৩০ মিনিটৰ বাট। মাণিকপুৰত ৰাষ্ট্ৰীয় ঘাই পথৰ কাষত নামি স্বামীজীৰ আশ্ৰমৰ কথা সোধাত এজন মানুহে আশ্ৰমলৈ যোৱা বাটৰ পিনে আঙুলিয়াই দিলে। কিছুদূৰ গৈ আশ্ৰমখনৰ তোৰণখন দেখি ৰিক্সাৰপৰা নামিলোঁ আৰু আশ্ৰমৰ তোৰণৰপৰা সোমাই যোৱা বাটেৰে আশ্ৰমৰ ভিতৰলৈ সোমাই গ'লোঁ। বাটটোৰ দুয়োফাল সামাজিক বনানিকৰণৰ গছে শুৱনী কৰি ৰাখিছে। আশ্ৰমৰ ভিতৰলৈ সোমাই গৈ এজন ডেকা ভকতক লগ পাই আশ্ৰম চাবলৈ অহা বুলি কোৱাত তেওঁ মাতি নি বহিবলৈ দিলে আৰু আশ্ৰম তথা গোবিন্দ গীতাসত্ৰৰ বৰ্তমান সত্ৰাধিকাৰ শ্ৰীযুত মদন মোহম পাঠকদেৱক মাতি দিলে। পাঠকদেৱে

মোৰ চমু পৰিচয় লৈ আশ্ৰমৰ বিষয়ে কিছুসময় কথা পাতি "শ্ৰীশ্ৰীকৃষ্ণানন্দদেৱ-চৰিতামৃত" নামৰ প্ৰভুৰ জীৱনীখন দিয়ে। তাৰ পিছত আশ্ৰমৰ চৌহদ দেখুৱায়।

বিয়াল্লিচ বিঘা মাটিৰ আহল-বহল এলেকাৰে মাণিকপুৰৰ শ্ৰীশ্ৰীগোবিন্দ ভৱন গীতাসত্ৰখনত প্ৰথমবাৰৰ বাবে সোমাই মনত ভক্তিভাৱ জাগি উঠিল। নিৰ্জনতাই যেন গোটেই চৌহদটো ঘেৰি আছে। ভক্তসকল থকা ঘৰ পাৰ হৈ কুঁৱাটো দেখি হাতভৰি ধুলোঁ। তাৰ পিছত পাঠকদেৱে মোক আশ্ৰমৰ বিগ্ৰহ, মঠ আৰু প্ৰভুৰ বাসস্থান দেখুৱাবলৈ লৈ গ'ল। বিগ্ৰহ থকা মঠটোৰ ভিতৰত পশ্চিম-মুৱাকৈ থকা আসনখনত গোপাল আৰু মুৰুলীধাৰী শ্ৰীকৃষ্ণৰ মূৰ্তি শোভিত হৈ আছে। আসনখনত থকা গোপাল আৰু শ্ৰীকৃষ্ণলৈ প্ৰণাম জনাই প্ৰভুৰ শোৱাকোঠা চাবলৈ আগ বাঢ়িলোঁ। শোৱা-কোঠাত থকা প্ৰভুৰ সাধাৰণ বিছনাখনৰ ওপৰত তেওঁৰ হৃষ্ট-পুষ্ট কলেবৰৰ এখন ছবি দেখিলোঁ। বিছনাৰ কাষত থকা ওখ গছাত প্ৰজ্বলিত হৈ আছে অখণ্ড পিতলৰ বন্তি। প্ৰভুৰ ছবিখনলৈ প্ৰণাম জনাই ওলাই আহি আশ্ৰমৰ মূল নামঘৰটোৰ ফালে খোজ ল'লোঁ। আহল-বহল নামঘৰটোত সোমাই বৰ ভাল লাগিল। নামঘৰৰ আসনত একশৰণ নামধৰ্মৰ নিয়মত ভাগৱত শোভিত হৈ আছে। আসনলৈ প্ৰণাম জনাই ওলাই আহিলোঁ। নামঘৰৰ বাৰান্দাত আছে স্বামীজীৰ সাধাৰণ বহা আসন। বাৰান্দাৰ এফালে এজন বৃদ্ধ ভকতক একান্তমনে মালা জপ কৰি থকা দেখিলোঁ।

আহল-বহল চৌহদৰ আশ্ৰমখনৰ অধিক অংশই খেতি কৰা মাটি। মাজৰ এটা অংশত থকা মূল আশ্ৰমখন সৰুসুৰা গছগছনিৰে আৱৰা। নতুনকৈ সাজি থকা মঠ দুটাৰ উত্তৰলৈ থকাটো প্ৰভুৰ সমাধি মঠ। আনটো গোবিন্দ মঠ। গোবিন্দ মঠত গোপাল আৰু মুৰুলীধাৰী শ্ৰীকৃষ্ণৰ মূৰ্তি।

আশ্ৰমচোৱা শেষ হ'লত সত্ৰাধিকাৰ পাঠকদেৱৰ লগত আন

আন কথা আলোচনা কৰিলোঁ। আশ্ৰমখনৰ আয়ৰ প্ৰধান উৎস হ'ল ধানখেতি। আধি দি খেতি কৰা হয়। খেতিৰ ফচল আশ্ৰমত থকা ভক্ত আৰু দূৰৈৰপৰা অহা অতিথি, ভক্ত আদিৰ সেৱাৰ্থে ব্যৱহাৰ হয়। আশ্ৰমত থকা ভক্তসকলে বতৰৰ শাক-পাচলিৰ খেতি কৰে। আশ্ৰমৰ চৌহদত থকা বতৰৰ ফল-মূলৰ গছৰ ফল-মূল পূজা-অৰ্চনা আৰু ভক্তসকলৰ সেৱাৰ্থে ব্যৱহাৰ হয়।

আশ্ৰমখনত গো-পালনৰ ব্যৱস্থাও আছে। গাইগৰুৰ গাখীৰ আশ্ৰমৰ ভোগদান কাৰ্য্যত ব্যৱহাৰ হয়। বলধ গৰু আশ্ৰমৰ খেতিৰ কামত লগায়। আশ্ৰমৰ তোৰণৰ কাষত থকা দুটা ঘৰ সামাজিক বনবিভাগ আৰু খাদী গ্ৰামোদ্যোগক ভাৰা দিয়া হৈছে। অতিথিশালা নাই যদিও আশ্ৰমত থকা ভক্তসকলৰ লগতে অতিথি ৰখা হয়। আশ্ৰমখনত আগতে শালবোৱাৰ ব্যৱস্থাও আছিল। অনাথ ল'ৰা-ছোৱালীক ভক্তৰূপে লৈ ওচৰৰ স্কুলত শিক্ষাদান দিয়া ব্যৱস্থাও আছিল। প্ৰভুৰ বিয়োগৰ পিছত সেইবোৰ ব্যৱস্থা নাইকিয়া হ'ল। আনকি আশ্ৰমত থকা স্ত্ৰী আৰু পুৰুষ উভয় ভক্তৰ সংখ্যাও প্ৰভুৰ বিয়োগৰ পিছত কমি গৈছে বুলি সত্ৰাধিকাৰ পাঠকদেৱে ক'লে। আনঠাইৰপৰা অহা ভক্ত আৰু অতিথিসকলে দি যোৱা দান-বৰঙণি, প্ৰণামী আদি আশ্ৰমৰ উন্নতিৰ কাৰণে ব্যৱহাৰ হয়।

নিচেই পুৱাতে মহাপুৰুষীয়া নিয়মত নাম কীৰ্ত্তনেৰে আশ্ৰমৰ দৈনন্দিন কাৰ্য্য আৰম্ভ হয়। তাৰ পিছত বিগ্ৰহ মঠত মূৰ্তি ধুৱাই লৈ পূজা সমাপন কৰে। দুপৰীয়া ভাগৱত পাঠ আৰু সন্ধিয়া নাম কীৰ্তনেৰে দৈনন্দিন কাৰ্য্যসূচী শেষ হয়। আঘোণৰ শুক্লাদ্বিতীয়া তিথিত অখণ্ড পালনামেৰে গীতা জয়ন্তী পালন কৰা হয়।

স্বামীজীৰ বিয়োগৰ পিছতো আশ্ৰমত শৰণ দিয়া কাৰ্য্য চলি আছে। সত্ৰাধিকাৰ তথা পৰিচালক পাঠকদেৱে শৰণদান কাৰ্য্য চলাই আছে। অসমৰ কেইবাটাও জাতি, উপজাতি আৰু জন-

জাতিৰ লোকে প্ৰভুৰ দিনৰেপৰাই শৰণ লৈ আছে। বঙ্গদেশৰ-পৰাও লোক আহি প্ৰভুৰ একশৰণ নামধৰ্মৰ দীক্ষা লয়।

স্বামীজীৰ আশ্ৰমৰ বাসগৃহই তেওঁৰ সাধাৰণ জীৱন যাপনৰ পৰিচয় দিছে। আশ্ৰমত দেখাপোৱা কাৰুকাৰ্য্য আৰু আচবাবৰ-পৰা অনুমান হয় যে স্বামীজীয়ে বৰপেটা সত্ৰাদিত প্ৰচলিত পুৰণি মহাপুৰুষীয়া দিশটো আৰু নতুনকৈ প্ৰচলিত একশৰণ নামধৰ্মৰ দিশটো একত্ৰিত কৰি একশৰণ নামধৰ্মৰ প্ৰচাৰ চলাইছিল আৰু এতিয়াও সেইদৰেই চলি আছে।

আশ্ৰমৰ ভৱিষ্যত উন্নতি কামনা কৰি পাঠকদেৱৰপৰা বিদায় ল'লোঁ। ওলাই আহিবৰ সময়ত আশ্ৰমৰ ফুলনিখনো চকুত পৰিল।



# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী

ৰমলা ৰয়চৌধুৰী

১৯৮৪।৮৫ চন। স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ গুৱাহাটীত অ'ত ত'ত বক্তৃতা। বিষয়বস্তু হ'ল শ্ৰীমদ্ভাগৱদগীতা। প্ৰকৃত ধৰ্ম্ম কি, প্ৰকৃত কৰ্ম্ম কি যথাৰ্থভাৱে গীতাত বৰ্ণিত। পিছে গীতা দেৱনাগেৰি সংস্কৃত ভাষাত লিখিত, যাৰ বাবে সৰ্ব্বসাধাৰণ ৰাইজে ইয়াৰ গূঢ়তত্ত্ব, প্ৰকৃত অৰ্থ উপলব্ধি কৰিবলৈ সমৰ্থ নহয়; বহুতে পঢ়িবলৈয়েই অক্ষম হয়। সকলোৱে বুজি পোৱাকৈ, ঢুকি পোৱাকৈ স্বৰ্গীয় স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে অসমীয়া ভাষাত গীতাশ্লোকৰ অনুবাদ কৰি, অৰ্থ, টীকা, টিপ্পনী লিখি উলিয়ায়। স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ সুধি, জ্ঞানী শিষ্যবৃন্দই তাক ভালদৰে জানে।

সেয়ে তেওঁৰ অৰ্থাৎ স্বামীজীৰ সম্বন্ধে মোৰ স্বামী, ৺জিতেন্দ্ৰ নাথ ৰয়চৌধুৰী আৰু মোৰ অভিজ্ঞতাহে জনাবলৈ ল'লোঁ।

গুৱাহাটী পল্টন বজাৰ নামঘৰত শ্ৰদ্ধেয় কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ বক্তৃতা শুনি স্বৰ্গীয় জিতেন্দ্ৰ নাথ ৰয়চৌধুৰীয়ে মুগ্ধ, মোহিত হৈ পৰে। তেওঁক গুৰু মানি তেওঁৰ ওচৰত শৰণ ল'বলৈ ইচ্ছা প্ৰকাশ কৰে। উত্তৰত তেখেতে কৈছিলে—"এজনক মই শৰণ নিদিওঁ। স্বামী-স্ত্ৰী উভয়ে একেলগে আহিলেহে শৰণ দিওঁ।" —কথাষাৰ ৰয়চৌধুৰীয়ে মোক আহি ক'লে।

কথাৰ গূঢ় অৰ্থ উপলব্ধি কৰিলোঁ। স্বামী-স্ত্ৰী মিলিয়েই এখন ঘৰ; দুয়োৰে মতি-গতি এক হ'লেহে, এফালে ধাবিত হ'লেহে ঘৰখন সুখৰ সুন্দৰ হয়।

ৰয়চৌধুৰীৰ কথাত মন সম্মত হ'ল যদিও শৰণ লোৱাৰ

আগতে নিজে স্বামীজীৰ সাৰগৰ্ভ অমূল্য বাণী সুশুনাকৈ শৰণ ল'বলৈ মনে সঁহাৰি নিদিয়ে। ভাবি আছিলোঁ— এনেতে তেখেতৰ সাৰগৰ্ভ বক্তৃতা শুনিবৰ মোৰ সৌভাগ্য হ'ল। ৰাজগড় নামঘৰত ( ভাণ্ডাগড় দলঙৰ ওচৰত ) স্বামীজীৰ বাবে এক বক্তৃতা সভাৰ আয়োজন হয়। তেখেতৰ সুন্দৰ সত্যৰ প্ৰকৃত অৰ্থৰ সুললিত সুমধুৰ ব্যাখ্যা শুনি ৰয়চৌধুৰীৰ দৰে মোৰো মন মোহিত হ'ল। সিদিনাখনৰ বিশেষ কথা মনত আছে। তেখেতে কৈছিলে—"ধৰ্ম্মযুদ্ধ কুৰুক্ষেত্ৰত অৰ্জ্জুনে যেতিয়া গাণ্ডীৱ নমাই যুদ্ধ নকৰোঁ বুলি কৈছিলে, শ্ৰীকৃষ্ণয় অৰ্জ্জুনৰ হতাশা, দুখ দূৰ কৰি পুনৰ গাণ্ডীৱ লৈ যুদ্ধ কৰিবলৈ যিবোৰ কথা কৈ অৰ্জ্জুনক যুদ্ধত অৱতৰণ কৰাইছিলে, সেই কথাবোৰেই গীতাৰ বাণী।"

গীতাৰ মতে কৰ্ম্মই ধৰ্ম্ম—ধৰ্ম্মই কৰ্ম্ম ; যাৰ যি কৰ্ম্ম কৰি যাব লাগে। স্বৰ্গীয় কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে 'যিয়ে কৃষ্ণ, সিঁয়ে ৰাম' এই কথাও কৈছিলে। এই কথা মুখত মাত্ৰ তেওঁ কোৱা নাছিলে, মনে-প্ৰাণে গ্ৰহণো কৰিছিল। সেয়ে গীতা ব্যাখ্যা কৰোঁতে শ্ৰীকৃষ্ণৰ কথা কওঁতে, ৰামৰ কথা তেওঁৰ মুখত আহি যায়। আকৌ ঘূৰি শ্ৰীকৃষ্ণৰ কথা ক'বলৈ লয়। এয়েই একশৰণ ধৰ্ম্মৰ মূল ভেটি। ঠিক হ'ল পল্টন বজাৰৰ নামঘৰৰ সন্নিকটত অৱস্থিত ৺মহেন্দ্ৰ বৰুৱাৰ ঘৰত আমাক তেওঁ শৰণ দিব।

শৰণ দিলে, ক'লে—"আজিৰপৰা পৰম ব্ৰহ্ম ঈশ্বৰৰ লগত তোমালোকৰ যোগাযোগ স্থাপিত হ'ল। মই একো নহওঁ, ঈশ্বৰ আৰু তোমালোকৰ মাজত মই মাথোঁ সেতুহে।"

মোক ক'লে—"স্বামীৰ ধৰ্ম্মই তোমাৰ ধৰ্ম্ম।"

সুচিব্ৰতা ৰায়চৌধুৰীও একেদিনে আমাৰ লগত শৰণ ল'বলৈ আহিছিলে ; তেওঁক কৈছিলে—"তুমি কুমাৰী—তোমাৰ লগত ঈশ্বৰৰ Direct সম্বন্ধ। ঈশ্বৰেই তোমাৰ স্বামী।"

শিষ্যৰ সংখ্যা বঢ়াই নিজৰ নাম প্ৰচাৰ কৰিবলৈ কোনোদিনে

তেওঁ একো কৰা নাছিলে। ইয়াৰ প্ৰমাণ পোৱা যায় এটি ঘটনাত ; পল্টন বজাৰৰ মহেন্দ্ৰ বৰুৱাই স্বামীজীৰ ওচৰত শৰণ ল'বলৈ বিচৰাত স্বামীজীয়ে ক'লে—"তুমি হৃষিকেশত স্বামী শিবানন্দজীৰ চৰণ স্পৰ্শ কৰি মনে মনে তেওঁক গুৰু মানিছা, তোমাৰ মোৰ ওচৰত দ্বিতীয় বাৰ শৰণ লোৱাৰ প্ৰয়োজন নাই।"

পৰম সত্যৰ বাণীহে তেওঁৰ মুখত শুনিবলৈ পোৱা যায়। তেওঁৰ কথা মনে অকপটে মানি লয়। কিয়নো যি কথা তেওঁ কয়, প্ৰকৃত যুক্তিৰ ওপৰত ভিত্তি কৰিয়েই অইনৰ আগত দাঙি ধৰে।

তেখেতৰ সান্নিধ্য কম দিনৰ বাবেহে পাইছিলোঁ। কিন্তু যেতিয়াহে তেওঁক সোঁৱৰোঁ, তেখেতৰ প্ৰতি শ্ৰদ্ধা-ভক্তিৰে মন ভৰি যায়।

সংস্কৃতত অগাধ পাণ্ডিত্য থকা হেতু গুৱাহাটী বিশ্ববিদ্যালয়ে মাজে সময়ে তেখেতক নিমন্ত্ৰণ কৰি অমূল্য সাৰগৰ্ভ তত্ত্ব শিক্ষকমণ্ডলী তথা ছাত্ৰসকলক অৱগত কৰাইছিলে।

সংস্কৃতত লিখা শ্ৰীমৎভাগৱদ্ গীতাৰপৰা চুটিকৈ অসমীয়াত মূল কথাখিনি লিখা সহজসাধ্য কাম নহয়। তেখেত ইয়াৰ বাবে চিৰস্মৰণীয় হৈ থাকিব।

সংস্কৃতত অগাধ পাণ্ডিত্য থকা ব্যক্তিত্বসম্পন্ন এইজনা পুৰুষ ঠায়ে ঠায়ে আশ্ৰম খুলি গীতাৰ বাণী প্ৰচাৰ কৰিছিলে। এনেকুৱা এটা আশ্ৰম মাণিকপুৰত জীৱনৰ শেষ ভাগ তেওঁ কটায়।

স্বামী কৃষ্ণানন্দ ব্ৰহ্মাচাৰীৰ সম্বন্ধে কিবা লিখাত মই নিজক অযোগ্য বুলি ভাবোঁ। কিন্তু শ্ৰদ্ধেয় শ্ৰীকনকচন্দ্ৰ ডেকাই মোৰ ঘৰত আহি কোৱাত, অভাজনে এইকণ লিখি, সভাৰ উপস্থিত মান্যবৰ সকলোলৈ মোৰ নমস্কাৰ জনাই লিখা আগবঢ়ালোঁ।

আজি আমাৰ মাজত স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী বিদ্যমান নাই। কিন্তু তেওঁৰ আদৰ্শ উক্তি, বাণী কাণত জন্‌জনাই আছে।

তেওঁক সুঁৱৰি তেওঁলৈ মোৰ শ্ৰদ্ধা-ভক্তিপূৰ্ণ শতসহস্ৰ সেৱা যাচিলোঁ।

# শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ

হিৰণপ্ৰভা বৰুৱা

ভগৱান শ্ৰীকৃষ্ণই বলোৰামেৰে সৈতে অনেক লীলা কৰি দৈত্য-দানৱবিলাকক বধ কৰিলে। কৌৰৱ-পাণ্ডৱসকলৰ যুদ্ধ শেষ কৰি যুধিষ্ঠিৰক ৰাজপাটত বহুৱালে। যুধিষ্ঠিৰৰো অশ্বমেধ যজ্ঞৰ আগভাগ লৈ সুকলমে সমাধা কৰি নিজৰ ৰাজ্য দ্বাৰকালৈ আহিল।

দ্বাৰকালৈ অহাৰ কিছুদিন পাছত এদিনাখন ব্ৰহ্মা, হৰ, ইন্দ্ৰ, আদি দেৱতাসকলে দ্বাৰকালৈ আহি শ্ৰীকৃষ্ণক নানা ধৰণে স্তুতি নতি-কৰি ক'লে—"প্ৰভু! আপুনি এতিয়া গোলোকলৈ যাব লাগে। পৃথিৱীৰ কাৰ্য্য যিমান পাৰে সাধন কৰিলে; এতিয়া পৃথিৱীৰ দায়িত্ব শেষ হৈছে।" দেৱতাসকলৰ বাক্যত বাসুদেৱে ভাবিলে হয়তো তেওঁৰ পৃথিৱীৰ কৰ্ত্তব্য প্ৰায় শেষ হওঁ হওঁ। কিন্তু এটা কথা তেওঁ মনতে গুণিলে। তেওঁ বংশনাশ কৰিহে এই পৃথিৱী এৰি যোৱাটো ভাল হ'ব। তেওঁৰ পুত্ৰসকল বৰ দুৰ্দান্ত আছিল। কোনেও কাৰো কথা নুশুনে। সিহঁতৰ ভিতৰত সদায় দ্বন্দ্ব, হাই-কাজিয়া লাগিয়েই থাকে। সেই কাৰণে তেওঁৰ মনত বৰ দুখ। তেওঁ বিপ্ৰশাপৰ ছলেৰে যদুকুল ধ্বংস কৰিবৰ কাৰণে মনতে পাঙিলে। যথা সময়ত তেওঁৰ মনৰ বাঞ্ছা পূৰণ হ'ল।

এদিনাখন পিণ্ডাৰক নামে এখন তীৰ্থত ঋষি-মুনিসকলে স্নান কৰিবলৈ আহিছিল। মুখ্য মুখ্য ঋষিসকলৰ ভিতৰত আছিল কাশ্যপ, কপিল, মনু, কণ্ব, বিশ্বামিত্ৰ, বশিষ্ঠ, দুৰ্ব্বাসা আদি।

স্নান কৰি উঠি তেওঁলোকে ধ্যান কৰি বহি আছে। যাদৱ বংশৰ পুত্ৰসকলো বিধিৰ বিপাকত সেই ঠাইলৈ গৈছিল। সিহঁতৰো কিবা কাল চাপি আহিল। সিহঁতৰ অন্তৰত জ্ঞান নোহোৱা হৈ ঋষি-সকলেনো কিবা ভূত-ভৱিষ্যতৰ কথা জানে নে নাজানে; তাকে পৰীক্ষা কৰিবৰ কাৰণে মনতে পাঙিলে। সিহঁতৰ অন্তৰত দুৰ্বুদ্ধিয়ে ঠাই ল'লে। সেই কাৰণে সিহঁতে জাম্ববতী সুত শাম্বক ধুনীয়াকৈ শাৰী পিন্ধাই দি উদৰত বহুত কাপোৰ মেৰুৱাই দি গৰ্ভৱতী নাৰী আকাৰত শিৰত সেন্দুৰৰ ফোট, মূৰত ওৰণি, চকুত কাজল, পাৱত নূপুৰ পিন্ধাই সজাই-পৰাই মুনিসকলৰ ওচৰলৈ লৈ গ'ল। সিহঁতে মুনিসকলক ক'লে—"এইজনী গৰ্ভৱতী নাৰী—এইৰ উদৰত কি সন্তান আছে কওকচোন?

মুনিসকলে যোগবলে ভালকৈ গণিপিটি চাই দেখে এইজনী নাৰী নহয়, এজন ল'ৰাহে। তেতিয়া তেওঁলোকৰ ভীষণ খং উঠিল। তেওঁলোকে খঙতে চকু ৰঙা কৰি ক্ৰোধেৰে অভিশাপ প্ৰদান কৰিলে। আজি তহঁতে আমাক যি ঠাট্টা কৰি লাজ দিলি মুষল আবিৰ্ভাৱ হ'ব। সেই মুষলৰপৰাই যদুকুল ধ্বংস হ'ব। ভগৱান শ্ৰীকৃষ্ণ আৰু বলোৰামে এই অভিশাপৰপৰা আঁতৰত থাকিব। এই অভিশাপ তেওঁলোকে নাপায়।"

ঋষিৰ অভিশাপ শুনি ল'ৰাহঁতৰ মনত ভীষণ ভয় উপজিল। সিহঁতে শাম্বক লৰালৰিকৈ কাপোৰ-কানি খুলি দিলে, আৰু শাম্বক কাপোৰ খুলি দিয়াত, তাৰ উদৰৰ ওপৰতে এপাট মূষল পালে। মুষলপাট লৈ সিহঁতে ৰজা উগ্ৰসেনৰ ওচৰলৈ গৈ তেওঁক সকলো কথা বিবৰি ক'লেগৈ। মূষল দেখা পাই উগ্ৰসেন ৰজাই মনত বৰ ভয় পালে। ঋষিৰ অভিশাপো তেওঁ সিহঁতৰপৰা জানিব পাৰি তেওঁৰ বুদ্ধি হত হ'ল। তেওঁ শ্ৰীকৃষ্ণৰপৰা কোনো পৰামৰ্শ নলৈ, ৰাজ্যৰ সুশিক্ষিত কমাৰ অনাই মুষল শিলত ঘঁহি ঘঁহি গুড়া কৰি

সাগৰত পেলাই দিবলৈ ক'লে। কমাৰহঁতেও মুষল শিলত ঘঁহি শেষৰ যি এটুকুৰা অৱশেষ আছিল ; তাকো সাগৰত পেলাই দিলে। এইকথা চাৰিওফালে বিয়পি পৰিল। দ্বাৰকাবাসী ভয়তে কঁাহ পৰি জীণ যোৱাৰ দৰে হ'ল।

এদিনাখন মাছমৰীয়া জালোৱাই মাছ মাৰি থাকোঁতে তাৰ জালত এটা প্ৰকাণ্ড মাছ। মাছটো কাটি বাছি উলিওৱাত মাছৰ পেটৰপৰা অকণমানি সেই মুষল মাছৰ পেটৰপৰা ওলাল। জৰা নামে এটা ব্যাধে সেই লোহা টুকুৰা দেখা পাই মাছমৰীয়াক খুজি ল'লে। সি সেই লোহাৰে ধেনুৰ কাঁড় বনাই লৈ তাৰ টোণত ভৰাই থ'লে।

ইফালে লোহাৰ গুড়ি সাগৰত পেলাই দিয়াত সাগৰৰ ঢৌৱে গুড়িবিলাক আনি পাৰত পেলোৱাত সাগৰৰ বালিত মাতুৰী বন গজিবলৈ ধৰিলে। এনে সময়তে দ্বাৰকাত নানা বিমঙ্গল হ'বলৈ ধৰিলে। বিনা মেঘে বজ্ৰপাত ; বতাহ নবলাকৈ গছ-লতা ভাঙি-ছিঙি পৰিবলৈ ধৰিলে। ডাঙৰ ডাঙৰ ভূমিকম্প হ'ল। আকাশত মাজে মাজে দুটা চন্দ্ৰ জ্বলিবলৈ ধৰিলে। ধূমকেতু ওলাল। দ্বাৰকাবাসীয়ে ভয়তে প্ৰমাদ গণিবলৈ ধৰিলে। সকলোৰে মুখ শুকাই যাবলৈ ধৰিলে।

এইবিলাক দেখি-শুনি মাধৱৰ পৰম ভক্ত উদ্ধৱে কান্দি-কান্দি প্ৰভুৰ ওচৰলৈ আহি ক'লে—"প্ৰভু, আপুনি বোধকৰোঁ আমাক এৰি যাবলৈ খুজিছে। নহ'লেনো দ্বাৰকাত ইমান বিমঙ্গল হয়নে ? প্ৰভু ! মোকো আপোনাৰ সৈতে লৈ যাওক।" শ্ৰীকৃষ্ণই উদ্ধৱক বুজালে—"তোমাৰ এতিয়া যাবৰ সময় হোৱা নাই। পৃথিৱীত তোমাৰ নানান কৰ্ত্তব্য আছে। কৰ্ত্তব্য শেষ কৰিহে যাবলৈ পাৰিবা।" ভগৱান শ্ৰীকৃষ্ণই উদ্ধৱক কিছু তত্ত্ব-জ্ঞান শিকাই দিলে। জ্ঞান যোগ, কৰ্ম যোগ আৰু সাংখ্য যোগৰ সকলো তত্ত্ব বুজাই এফালৰপৰা কৈ গ'ল। তেওঁ ক'লে—"তুমি মোৰ ৰূপ অন্তৰত

ভাবি সমস্ত প্ৰাণীকে নিজৰ আত্মাৰ দৰে ভাবিবা। সকলো প্ৰাণীতে ভগৱান আছে বুলি জানিবা। মানুহৰ জাত-কুলৰ বিচাৰ নকৰি সকলোকে সমভাৱে ব্যৱহাৰ কৰিবা। অহঙ্কাৰ নকৰিবা। 'কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম'।"

( কীৰ্ত্তন-ঘোষা )

সমস্ত ভূতত বিষ্ণুবুদ্ধি নোহে যাৰে।
কায় বাক্য মনে অভ্যাসিবা এহিভাৱে॥ (কীৰ্ত্তন-ঘোষা)

এইদৰে উপদেশ দিয়াৰ পাছত তেওঁ উদ্ধৱক বদৰিকাশ্ৰমলৈ গৈ তাৰ পাছত অলকানন্দ দৰশন কৰি পাপ মুক্ত হ'বলৈ; আৰু বাকলি বসন পিন্ধি বনৰ ফল-মূল খাই ইন্দ্ৰিয়ক দমি থাকিবলৈ উপদেশ দিলে। প্ৰভুৰ উপদেশ শুনি উদ্ধৱে কান্দি-কান্দি শ্ৰীকৃষ্ণৰ পাৱত সাবটি ধৰি বাৰে বাৰে এই ফাকি কৈ

মুক্ত অৱস্থাতো মোৰ মন।
নেড়ে যেন তোমাৰ চৰণ॥ (কীৰ্ত্তন)

এইবুলি কৈ কান্দিবলৈ ধৰিলে। প্ৰভু বাসুদেৱে উদ্ধৱক বুজাই-বঢ়াই শান্ত কৰি বিদায় দিলে। উদ্ধৱেও প্ৰভুৰ পাতুকা শিৰত তুলি লৈ লাহে লাহে আঁতৰি গ'ল। শ্ৰীকৃষ্ণই উদ্ধৱক বিদায় দিছিল যদিও তথাপি উদ্ধৱ কিছুদিন সেই বনত লুকাই থাকিল। শ্ৰীকৃষ্ণৰ নিৰ্য্যাণত তেওঁ কৃষ্ণৰ ওচৰলৈ আহি বিলাপ কৰি কৰি কান্দিছিল। শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত উদ্ধৱে ভাগৱৎ জ্ঞানোপদেশ পৃথিৱীত প্ৰচাৰ কৰি তাৰ পাছত ধ্যান আৰম্ভ কৰে। ধ্যানৰ দ্বাৰা তেওঁ দেহত্যাগ কৰে।

উদ্ধৱক আশ্বাস দি পঠোৱাৰ পাছত আকৌ দ্বাৰকাত নানা বিমঙ্গল হ'বলৈ ধৰিলে। ভগৱান শ্ৰীকৃষ্ণৰ ওচৰলৈ যাদৱসকলৰ মুখ্য মুখ্য লোকসকল গৈ বাসুদেৱৰ চৰণত পৰি বিনাবলৈ ধৰিলে।

প্ৰভু ! ঘোৰ ঋষিশাপত আমি পৰিলোঁ। আমাক এই বিপদৰ-পৰা উদ্ধাৰ কৰা।

প্ৰভুই ক'লে—"যি হ'বৰ আছে হ'বই। তথাপি এটা উপায় আছে। সাগৰৰ সিপাৰে প্ৰভাস নামে এখন তীৰ্থ আছে। সেই তীৰ্থ ঠাইলৈ গ'লে সকলো আপদ-বিপদৰপৰা উদ্ধাৰ পাব পাৰি। কিয়নো সেই তীৰ্থতেই চন্দ্ৰই ক্ষয় ৰোগৰপৰা নিৰাময় পাইছিল। চন্দ্ৰৰনো ক্ষয় ৰোগ কেনেকৈ হ'ব পালে? দক্ষৰজাৰ সাতাইশজনী কন্যা চন্দ্ৰলৈ বিয়া দিছিল। কিন্তু চন্দ্ৰই সকলোকে সমানে মৰম নকৰি ৰোহিণী নামৰ কন্যাজনীকহে বেছি মৰম কৰিছিল। তাইৰ সৈতেই সদায় থাকে। দক্ষৰ কন্যাসকলে মনৰ দুখতে পিতৃৰ আগত সকলো কথা ব্যক্ত কৰাত দক্ষই খঙতে জোঁৱাইয়েকক ক্ষয় ৰোগত আক্ৰান্ত হ'বৰ কাৰণে অভিশাপ প্ৰদান কৰিছিল। এই অভিশাপ পাই চন্দ্ৰই ব্ৰহ্মাৰ ওচৰলৈ গৈ তেওঁৰ দুখৰ কথা জনোৱাত ব্ৰহ্মাই চন্দ্ৰক প্ৰভাস তীৰ্থত স্নান কৰিবলৈ উপদেশ দিলে। ব্ৰহ্মাৰ উপদেশ শিৰোধাৰ্য্য কৰি চন্দ্ৰই সেই মহাপুণ্য তীৰ্থত স্নান কৰি এই ৰোগৰ-পৰা মুক্ত হয়। ই এখন মহাপুণ্যশালী তীৰ্থস্থান।

শ্ৰীকৃষ্ণৰ উপদেশ মতে সকলোৱে বয়বস্তু, ধন-সম্পত্তি লৈ নৌকা ভৰাই সাগৰ পাৰ হৈ প্ৰভাস তীৰ্থ পালে। কৃষ্ণ-বলৰামো লগত গ'ল। সকলোৱে তাত স্নান দান কৰি দুৰ্গতি খণ্ডন হ'বৰ কাৰণে পূজা-পাতল কৰিলে। কিন্তু ঋষি শাপ ব্যৰ্থ নহ'ল। যদুবংশৰ ল'ৰাহঁতে তাতে এদিন সুৰা পান কৰিবলৈ ধৰিলে। সিহঁতে তেনেকৈ লাহে লাহে উন্মত্ত হৈ আহিল। সাগৰৰ বালিত মুষলৰ গুড়িৰপৰা যি মাদুৰী বন গজিছিল, সেইবিলাককে উভালি লৈ ইজনে-সিজনক কুবা-কুবি কৰিবলৈ ধৰিলে। সুৰা পান কৰি সিহঁতৰ হিতাহিত জ্ঞান নোহোৱা হৈ মামাই ভাগিনক মাৰে, জোঁৱায়ে শহুৰেকক মাৰে, ভাই-ভতিজাৰ ভিতৰত কটা-কটি, মাৰামাৰি কৰি যদুকুল ধ্বংস হ'বৰ উপক্ৰম হ'ল। ইয়াকে দেখি বলৰামে মনৰ দুখতে যোগ

সাধন কৰিবলৈ ল'লে। তেওঁৰ মুখৰপৰা এটা বগা সৰ্প ৰূপ ধৰি বায়ু বাজ হৈ সাগৰত পৰিলগৈ। এইদৰে তেওঁ দেহত্যাগ কৰিলে।

বলৰামৰ মৃত্যুৰ পাছত ভগৱান শ্ৰীকৃষ্ণয়ে। মনৰ দুখতে ঘোৰ বনৰ মাজত সোমাল। অশ্বত্থ গছৰ তলত গছৰ গাত মূৰ আউজি দক্ষিণ উৰুত বাম চৰণ থৈ তেওঁ ধ্যানত ৰহিল।

সেই সময়ত জৰা নামে এজন ব্যাধে বনত হৰিণ চিকাৰ কৰি-কৰি ভগৱান মধুসূদনক হৰিণ বুলি ভাবি শৰ নিক্ষেপ কৰিলে। দুৰ্ভাগ্যক্ৰমে সেই শৰ আছিল পূৰ্বতে কৈ অহা মুষলৰ তৈয়াৰী। সেই শৰপাট তাৰ তূণত ভৰাই থোৱা আছিল। তাকে সি অজানিতে হৰিণলৈ মৰাত প্ৰভুৰ পাৱত সেই শৰে বিন্ধিলে। জৰাই ভাবিলে হৰিণ মৰিল। এইবুলি সি দৌৰি গৈ চাই দেখে এক দিব্য জ্যোতিৰ্ম্ময় ৰূপ ; শঙ্খ, চক্ৰধাৰী মধুসূদনহে। ইয়াকে দেখি জৰাই তাৰ ধনুশৰ দলিয়াই পেলালে। জৰাই কান্দি-কান্দি, বিনাই-বিনাই ক'লে প্ৰভু! "মই নজানি তোমাৰ দ্ৰোহ আচৰিলোঁ। মই অধম! পাপী! মোৰ নিচিনা পাপী সংসাৰত নাই। মনুষ্য লোকত যিমান অজ্ঞানতা আছে, যাক স্মৰণে নিৰ্য্যাণ কৰে ; হায়! হায়! সেই মাধৱৰ মই দ্ৰোহ আচৰিলোঁ। মোক চাই থাকিব নলাগে। তৎক্ষণাত মোক কাটি পেলোৱা। প্ৰভু! মই পাপী! মোৰ পাপৰ প্ৰায়শ্চিত্ত হওক। শঙ্কৰ, ব্ৰহ্মা, আদি দেৱতাসকল যাৰ মায়াত মোহিত ; আনকি তোমাৰ তত্ত্ব তেওঁলোকে নজানে, মই অন্ত্যজাতিয়ে কেনেকৈ তোমাৰ তত্ত্ব পাম?" এইদৰে অনেক বিলাপ কৰি কান্দি-কান্দি কৃষ্ণৰ পাৱ লোতকেৰে ভিজাই দিলে।

মাধৱে তেতিয়া আশ্বাস দি ক'লে—"হে জৰা! তই ভয় নকৰিবি। মোৰ বৰত তই স্বৰ্গলৈ যা! ত্ৰেতাযুগত তই বালীসুত অঙ্গদ আছিলি। বালীক ৰামে বধ কৰোঁতে তই শোকত বিহ্বল

হৈ পিতৃহন্তাক বধ কৰিবৰ কাৰণে ভগৱানৰ ওচৰত বৰ লৈছিলি। আজি তোৰ মনৰ বাঞ্ছা সফল হ'ল।" এতিয়া তই সশৰীৰে স্বৰ্গ লৈ যা। ব্যাধে কান্দি-কান্দি কৃষ্ণক তিনিবাৰ প্ৰদক্ষিণ কৰিলে। হঠাতে আকাশৰপৰা এখন বিমান আহি পালে। জৰাই কৃষ্ণক প্ৰণাম কৰি প্ৰভুৰ আদেশ শিৰোধাৰ্য্য কৰি সেই দিব্য বিমানত উঠি সোঁশৰীৰে স্বৰ্গ লৈ গতি কৰিলে।

জৰাক বিদায় দি ত্ৰিজগতৰ নাথো নিজে সমাধিস্থ হ'ল। উদ্ধৱে শ্ৰীকৃষ্ণক চাবলৈ উধাতু খাই দৌৰি আহিল। ৰথৰ সাৰথি দাৰুকেও কান্দি-কাটি বিহ্বল হ'ল। প্ৰভুৱে দুয়োকো বুজাই সান্ত্বনা দিলে। তাৰ পাছত ভগৱান শ্ৰীকৃষ্ণই চতুৰ্ভুজ মূৰ্ত্তি ধৰি গোলোকলৈ প্ৰয়াণ কৰিলে। এয়ে আছিল ভগৱান শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ থূলমূল কাহিনী।

# নামো কৃষ্ণানন্দ, কামো কৃষ্ণানন্দ

হেমভাই

মানুহ— মূলতে ভাল, সৎ, মঙ্গলময়। মানুহৰ অসততা, দুষ্টতা এক আকস্মিক দুৰ্ঘটনা মাত্ৰ। ভিতৰৰপৰা বাহিৰলৈ সততা ওলাব নোৱাৰিলেই আকস্মিক দুৰ্ঘটনা ঘটে।

তেতিয়া আমি তেওঁক 'বেয়া মানুহ' বুলি কওঁ। ভিতৰৰ সততাই বাহিৰতো প্ৰকাশিত কৰি থাকিলে আমি তেওঁক 'ভাল মানুহ' বুলি কওঁ।

এতিয়া

কিছুমান ব্যক্তি আছে যি ভিতৰৰ সততাক বাহিৰলৈ আনিবই নোৱাৰিলে বা নানিলে গতিকে তেওঁ 'বেয়া' হৈয়েই ৰ'ল—প্ৰথমতে বেয়া, মাজত বেয়া, শেষত বেয়া 'ৰেণৰ' নিচিনা মানুহ।

এবিধ মানুহ প্ৰথমতে ভাল, পিছত বেয়া—ৰাৱণৰ নিচিনা মানুহ।

এবিধ মানুহ —প্ৰথমতে বেয়া, পিছত ভাল—বাল্মীকিৰ নিচিনা মানুহ।

এবিধ মানুহ—প্ৰথমতে ভাল, মাজত বেয়া, শেষত আকৌ ভাল—অজামিলৰ নিচিনা মানুহ।

শেষত এবিধ মানুহ আছে—যি প্ৰথমতে ভাল, মাজতো ভাল আৰু শেষতো ভালেই। ভিতৰ আৰু বাহিৰ দুয়োটা একে—সৎ সৎ সৎ। মঙ্গলময়-মঙ্গলময়-মঙ্গলময়।

এইসকল ব্যক্তিৰ স্মৰণে অন্তৰ জীৱনলৈও মাঙ্গল্য আনে। অন্ধকাৰ পথত পোহৰ সিঁচে। পৰি যোৱা ব্যক্তিক থিয় কৰায়।

এনে ব্যক্তি আগতো বহুত আছিল, এতিয়াও বহুত আছে, আগলৈও থাকিব। তাৰে কোনো প্ৰকট, কোনো অৰ্দ্ধ প্ৰকট, কোনো অপ্ৰকট।

শুকদেৱ, কপিলদেৱ, বামদেৱ, জ্ঞানদেৱ, শঙ্কৰদেৱ, মাধৱদেৱ আদি এই শ্ৰেণীৰ লোক। এইসকল মহাপুৰুষ প্ৰাতঃস্মৰণীয়, চিৰ পূজনীয়, নিত্য বন্দনীয়, মানৱজাতিৰ সমগ্ৰ সাধনাৰ এক এক পৰিপক্ক ফল, জটিল অঙ্কৰ উত্তৰ, জটিল সমস্যাৰ সমাধান আৰু অবুজ সাঁথৰৰ চাবিকাঠী।

সৌ সিদিনা (২৪।৩।৯১ ইং) মহাপ্ৰয়াণ কৰা অসম মুলুকৰ কৃষ্ণানন্দক এতিয়া কোন শ্ৰেণীত থোৱা যায়! প্ৰথম চাৰি শ্ৰেণীত ৰখাৰতো প্ৰশ্নই নুঠে—প্ৰশ্ন হ'ল শেষৰ শ্ৰেণীত ৰাখিবনে নাৰাখে? নিসন্দেহে কৃষ্ণানন্দ শুকদেৱ, শঙ্কৰদেৱ, মাধৱদেৱৰ একান্ত প্ৰপন্ন সেৱক আছিল আৰু শেষলৈকে সেই সেৱাৰ কামেই হে কৰি গ'ল। বহুতেই উচপখাই উঠিব যদি কৃষ্ণানন্দক এই লোকসকলৰ শাৰীতেই ৰখাৰ কথা কওঁ। কিন্তু উপায় নাই। কৃষ্ণানন্দৰ আজীৱন সাধনাই তেখেতক সেই শাৰীতেই ৰাখিব। শুকদেৱ, শঙ্কৰদেৱ বহুত আগত, কৃষ্ণানন্দদেৱ বহুত পাছত—কিন্তু শাৰী হ'লে একেটাই।

গৃহস্থাশ্ৰম এক আৱশ্যকীয় কৰ্ত্তব্য আৰু পৱিত্ৰ স্বাৰ্থ। পৱিত্ৰ হ'লেও সি স্বাৰ্থই। ইয়াৰপৰা বাচি যোৱাৰ এটাই উপায়—আনন্দ সাগৰত ডুব দিয়া। যাৰ আনন্দ নাই সিহে বাহ্য ৰস, বাহ্য কৰ্ত্তব্যৰ আশ্ৰয় লয়। ব্ৰহ্মৰস-কৃষ্ণৰসত ডুব মৰাজনে চাৰিসিদ্ধই ঘোষণা কৰাদি কৰিব পাৰে—'প্ৰজয়া কিম্ কৰিষ্যামঃ?' কৃষ্ণানন্দদেৱেও কৃষ্ণপ্ৰেম-কৃষ্ণানন্দৰ বাহিৰে অন্য একো বস্তুলৈ চকু তুলি নাচালে। কম সাহস, কম বীৰত্বৰ কথা নহয় এয়া। কেৱল কৃষ্ণপ্ৰেমত নিমজ্জিত হোৱাৰ কাৰণে বহু স্বাৰ্থ, বহু দোষ নিজে নিজেই আঁতৰি গ'ল।

ত্ৰিবিধ এষণা (লাভ) ইতো জীৱক বান্ধি ৰাখে তিনিগুণৰ ৰছিৰে বন্ধাৰ দৰে! পুত্ৰেষণা, বিত্তেষণা, লোকেষণা। বহুতে পুত্ৰৰ লোভ এৰিব পাৰে, বিত্তৰ লোভো এৰিব পাৰে কিন্তু লোকেষণা লোকে ভাল বোলক, লোকে পূজা কৰক—এই এই লোভ এৰিব নোৱাৰে।

আজিকালি গুৰুৰ নামত 'স্বামী', 'মহাত্মা', 'ভগৱান' গণ্ডাই গণ্ডাই ওলাবলৈ ধৰিলে। কিন্তু ওচৰলৈ গৈ দেখিবা—বহুবিলাক লোকেষণাৰ দ্বাৰা গ্ৰস্ত, ভ্ৰষ্ট। তেওঁলোকে শিষ্যগণে স্তুতি কৰিলে ভাল পায়, পদজল পান কৰিলে গদগদ হয়, কাকতত নাম উঠিলে ধন্য মানে আৰু প্ৰতিমূৰ্ত্তি থিয় কৰিলে মুক্তি পাওঁ বুলি ভাবে। এনে ব্যক্তিৰ সান্নিধ্য কিমান দুঃসহ দুৰ্বাৰ দুৰ্গন্ধময়!

কৃষ্ণানন্দ কিন্তু কোনো দিনেই 'কৃষ্ণ' হোৱা নাছিল 'কৃষ্ণদাস' হে হৈছিল, কোনো দিনেই নিজকে 'ভগৱান' ঘোষণা কৰা নাছিল—কিন্তু কৃষ্ণকৃত্য কৰি গৈছিল।

সঁচা কথা আমি কৃষ্ণানন্দক বহুত পলমকৈ লগ পাওঁ—কিন্তু যেতিয়াৰপৰা পাওঁ তেতিয়াৰপৰা তেখেতৰ মুখত এটাই শব্দ শুনো—কৃষ্ণ কৃষ্ণ কৃষ্ণ, কৃষ্ণপ্ৰেম, কৃষ্ণভক্তি, কৃষ্ণসেৱা।

কাম এটাই দেখিলোঁ—কৃষ্ণানন্দ নিজে লোৱা আনক বিলোৱা।

যিমান ডাংকোপ নামাৰক কিয়, ঈশ্বৰক এৰি কোনো সাহসী হ'ব পৰা নাই। সিংহই যদিও অন্য প্ৰাণীলৈ ভয় নকৰে তথাপিতো তাতকৈ ডাঙৰ প্ৰতিদ্বন্দ্বীৰ কাৰণে সদায়েই ভয় কৰি থাকে। জানোচা তাতোতকৈ শক্তিশালী অন্য এক সিংহ আছে! সেয়েহে ভয় আৰু সন্দেহত কেইখোজমান গৈয়েই ঘূৰি চায়, কেইখোজমান গৈয়েই আকৌ ঘূৰি চায়। কিন্তু কৃষ্ণপ্ৰেমী কৃষ্ণানন্দীজন ভয়হীন নিৰ্ভয় হৈ যায়। "যাত হস্তে অণু মাত্ৰকো ভয় নুশুনি" কৃষ্ণানন্দৰ নিৰ্ভয়তাই কৃষ্ণপ্ৰেম-কৃষ্ণানন্দকেই সূচায়।

কৃষ্ণানন্দ ব্ৰহ্মচাৰী সাধুমহাৰাজ।
সিংহৰ সদৃশ বীৰ অদ্ভুত কাজ॥

অন্যায়ৰ বিপক্ষে, অধৰ্মৰ বিপক্ষে কৃষ্ণানন্দৰ গৰ্জনাই আচল সিংহ গৰ্জনা। আচল সিংহ কিন্তু ঈশ্বৰহে। বিষ্ণু সহস্ৰ নামত তাৰ ঘোষণা আছে।

কৃষ্ণানন্দৰ ব্ৰহ্মচৰ্য্য নিৰ্দোষ ব্ৰহ্মচৰ্য্য আছিল—মৃত্যুৰ পিছদিনাৰ-পৰা কৃষ্ণানন্দ ব্ৰহ্মচাৰী আচল সন্ন্যাসী হ'ল। তেৰা 'শ্ৰীমৎস্বামী' হোৱাৰ উপযুক্ততা নিঃসন্দেহে অৰ্জন কৰিলে।

নমন সেই মহান আত্মা শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী মহাৰাজক যি জাতি-পাতি-ভাষা-সম্প্ৰদায়-লিঙ্গ ভেদ নেওচি সকলোকে কৃষ্ণানন্দৰ অমৃত ৰস বিতৰণ কৰি গ'ল।

নমো নমঃ নমস্তুতে॥



# যুগনায়ক গুৰুদেৱ
# শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ সোঁৱৰণত

**হৰেন্দ্ৰ মোহন তালুকদাৰ**

আজীৱন সমাজসেৱী, প্ৰবীণ মুক্তিযোদ্ধা, একশৰণ নামধৰ্ম প্ৰচাৰক, ক্ষণজন্মা পুৰুষ, অলৌকিক শক্তিৰ অধিকাৰী, প্ৰসিদ্ধ লেখক গুৰুদেৱ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী ১৮৯৬ চনৰ ৬ ডিচেম্বৰ (১৩০৩ চন ২২ আঘোণ, শুক্লা দ্বিতীয়া) বৰপেটা জিলাৰ পশ্চিম বালাগাঁৱত জন্মগ্ৰহণ কৰে। সৰুতে পিতৃ-মাতৃয়ে তেওঁৰ নাম থৈছিল শ্ৰীভবেন্দ্ৰ চন্দ্ৰ চৌধুৰী। শিশু কালৰপৰাই তেওঁৰ চলন-ফুৰণ, লক্ষণ, ধৰণ-কৰণ আৰু গাৰ বৰণ আদি দেখি সেই শিশু যে এজন সামান্য মানৱ নহয় আৰু ভৱিষ্যতে যে এগৰাকী উজ্জ্বল মহা-পুৰুষ হ'ব সেই কথাৰ উমান পোৱা গৈছিল। স্কুলীয়া শিক্ষা আৰম্ভ হোৱাৰ আগতেই ককাদেউতাক আৰু পিতৃ-মাতৃৰ মুখত শুনি শুনি মহাকাব্য ৰামায়ণ আৰু মহাভাৰত সম্পূৰ্ণ আয়ত্ত কৰি পেলাইছিল। তেওঁ যে স্মৃতি শক্তিৰ বিশেষ অধিকাৰী আছিল শিশুকালতে জানিব পৰা গৈছিল। গুৰুদেৱে আবাদী গাঁৱত প্ৰাথমিক শিক্ষা শেষ কৰাৰ পাছত গোৱালপাৰা জিলাৰ সৃজনগ্ৰাম মাইনৰ স্কুলৰপৰা এম. ই. পাছ কৰে। তাৰ পিছত গৌৰীপুৰ হাইস্কুলত শিক্ষা গ্ৰহণ কৰে। ইয়াৰ পিছত ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি পৰিব্ৰাজক হৈ ভাৰতৰ বহুতো প্ৰখ্যাত তীৰ্থস্থানত বাৰ বছৰ ভ্ৰমণ কৰে। সেই সময়ছোৱাত বহু সংখ্যক বিখ্যাত ধৰ্মগুৰু আৰু পণ্ডিতৰ সান্নিধ্য লাভ কৰে; ধৰ্ম আদি বিভিন্ন শাস্ত্ৰাদি সম্পৰ্কে জ্ঞান আহৰণ কৰে। তেওঁ জন্মগত মেধা শক্তি আৰু অতুলনীয়

স্মৃতি শক্তিৰ বলত ইংৰাজী, হিন্দী, সংস্কৃত, কোচবিহাৰী, ৰংপুৰীয়া, দিনাজপুৰীয়া, উৰিয়া, বঙালী, পাঞ্জাৱী, ৰাজস্থানী, আদি ভাৰতৰ বিভিন্ন ভাষা আয়ত্ত কৰিছিল। বাৰ বছৰ কাল ভাৰতবৰ্ষৰ বিভিন্ন বিখ্যাত তীৰ্থস্থান ভ্ৰমণৰ পাছত অসমলৈ ঘূৰি আহি মৰিগাঁৱত এখন মাইনৰ স্কুল স্থাপন কৰি প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে। প্ৰথমে মৰিগাঁৱত ন-সত্ৰ স্থাপন কৰি "একশৰণ নামধৰ্ম" প্ৰচাৰত একান্তভাৱে ব্ৰতী হয়। সেই সময়ৰপৰাই তেওঁৰ গুণমুগ্ধ ৰাইজে "গুৰুদেৱ" বুলি সম্বোধন কৰি আহিছে। মোৰ বোধেৰে অতি কম বয়সতে সেইটো এটা তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ সাফল্য। সেই সময়তে তেওঁ ভাৰতৰ মুক্তি আন্দোলনত জঁপিয়াই পৰে। অসমৰ প্ৰখ্যাত মুক্তিযোদ্ধা প্ৰাতঃস্মৰণীয় পুৰুষ স্বৰ্গীয় পণ্ডিত কনকচন্দ্ৰ শৰ্ম্মাৰ সান্নিধ্য লাভ কৰি তেওঁ ১৯২১ আৰু ১৯২৩ চনত ক্ৰমে ছমাহ আৰু এবছৰ কাৰাদণ্ড বৰণ কৰে। সেই সময়তে গুৱাহাটী আৰু চিলট কাৰাগাৰত থাকোঁতে শ্ৰীমদ্ভাগৱতগীতাখন অসমীয়াত সংকলন কৰে। তাৰ উপৰিও অন্য এখন আপুৰুগীয়া ধৰ্মগ্ৰন্থ "শ্ৰীশ্ৰীনামঘোষা ভাৱামৃত" ৰচনা কৰে। গুৰুদেৱক আমি কেইবা-বাৰো ঘনিষ্ঠভাৱে লগ পোৱাৰ সৌভাগ্য হৈছিল। ১৯৪৮ চনতে আমি হাইস্কুলত পঢ়ি থকা অৱস্থাতে আমাৰ জন্মস্থান নলবাৰী জিলাৰ নম্বিপাৰা সত্ৰৰ ধৰ্মালোচনী সভা এখনত তেওঁক প্ৰথমে দেখা পাই তেওঁৰ ব্যক্তিত্বৰ প্ৰতি আকৰ্ষিত হৈছিলোঁ। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছত তেওঁ একেবাৰে ১০ বছৰ কাল ১৯৫২ চনৰপৰা ১৯৬২ চনলৈ অসম বিধান সভালৈ কংগ্ৰেছ সদস্য হিচাপে নিৰ্ব্বাচিত হৈছিল। ইচ্ছা কৰাহেঁতেন তেওঁ মন্ত্ৰীপদ গ্ৰহণ কৰিব পাৰিলে-হেঁতেন। কিন্তু সেই সময়ত তেওঁ "একশৰণ নামধৰ্ম" প্ৰচাৰৰ লগতে নানান জনহিতকৰ কামত ব্ৰতী হৈছিল। ১৯৫৬ চনত তেওঁ অসম বিধান সভাৰ সদস্য হৈ থকা সময়ত তেওঁৰ পৰম ভক্ত ৺দেৱীচৰণ সিংহ তালুকদাৰৰ লগত চিলঙলৈ গৈ "বিষ্ণুপুৰ শঙ্কৰদেৱ নামঘৰ"ত

ধৰ্মালোচনী সভাত শ্ৰীমদ্ভাগৱতগীতাৰ ব্যাখা শুনি আমি আপ্লুত হৈছিলোঁ। তাৰ পিছতো কেইবাবাৰো আমি তেওঁক দেখাৰ সৌভাগ্য হৈছিল। ১৯৪০ চনতে বঙ্গাইগাঁৱৰ ওচৰৰ মাণিকপুৰত "শ্ৰীশ্ৰীগোৱিন্দ ভৱন গীতাশ্ৰম" প্ৰতিষ্ঠা কৰি একশৰণ নামধৰ্ম প্ৰচাৰত ব্ৰতী হয় আৰু শৰণ-ভজন দি উচ্চ বংশজাত আৰু বুদ্ধিজীৱী মানুহৰ লগতে বহুতো সামাজিকভাৱে পিছ পৰা শ্ৰেণীৰ লোকক মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত ভাগৱতী ধৰ্মী কৰি তোলে। আনকি সমাজৰ পিছ পৰা জনজাতি আৰু পাহাৰ-ভৈয়ামৰ পিছ পৰা নিম্ন শ্ৰেণীৰ চাণ্ডাল, হৰিজন, লালুং আদি জাতিৰ মানুহক "একশৰণ নামধৰ্ম"ত দীক্ষা দিয়া কাৰণে এক সময়ত তেওঁক বহুতে "ট্ৰাইবেল গুৰু" বুলিও উপলুঙা কৰিছিল। অসমৰ বাহিৰেও তেওঁ ভাৰতৰ বহুতো ঠাইত "নৱ বৈষ্ণৱ ধৰ্ম" প্ৰচাৰ কৰিছিল। তীৰ্থ ভ্ৰমণৰ সময়ত তেওঁ কিছুদিন অযোধ্যাত থাকে আৰু তাৰ পণ্ডিত সমাজত হোৱা "ধৰ্মতত্বৰ তৰ্ক যুদ্ধত জয়ী হৈ "স্বামী" উপাধি লাভ কৰে। তেতিয়াৰপৰাই তেওঁ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী নামে সমাজত জনাজাত হৈ আহিছে। গুৰুদেৱ বৰ অলৌকিক প্ৰতিভা সম্পন্ন পুৰুষ আছিল। এইখিনিতে অৱসৰপ্ৰাপ্ত অধ্যাপক, সু-সাহিত্যিক, শিক্ষাবিদ শ্ৰীনাৰায়ণ চন্দ্ৰ দত্তদেৱৰ মুখৰপৰা শুনা কেইটামান অলৌকিক ঘটনাৰ কথা উল্লেখ কৰিব চিাৰিছোঁ।

(১) মৰিগাঁৱত প্ৰসন্ন গোস্বামী নামৰ লোক এজনে ব্ৰহ্মচাৰীদেৱ অব্ৰাহ্মণ সম্প্ৰদায় ভুক্ত হোৱা হেতুকে শৰণ দিয়াৰ যোগ্যতা নাই বুলি হেয়জ্ঞান কৰি লালুং জনগোষ্ঠীৰ মানুহখিনিক শৰণ দিব বিচাৰিছিল। তেওঁ গএগ ৰাইজক দুটা দলত বিভক্ত কৰিছিল। শেষত দুটা কলহত তুঁহগুড়ি ভৰাই আনি ৰাইজৰ ওচৰত ৰাখিছিল। তাত কি বস্তু আছে ৰাইজক ক'বলৈ কৈছিল। গুৰুদেৱে এটা কলহত এডাল চকৰি-কেঁটী আৰু আনটোত এডাল ক'লা-গোম থকা বুলি কোৱাত খুলি চোৱাত সেইমতে হৈছিল।

(২) মৰিগাঁৱতে এবাৰ এজন ভক্তই তেওঁক ঘৰত ৰাখিবলৈ ইচ্ছা প্ৰকাশ নকৰাত ওচৰৰে এটা নামঘৰত ৰাতিটো থাকিবলগীয়া হৈছিল। ভক্তজনে মনত অশান্তি পোৱাত মাজৰাতি গৈ দেখে যে এটা প্ৰকাণ্ড ফেঁটী সাপে ফণা তুলি গুৰুদেৱক ৰখি আছে।

(৩) এবাৰ গুৰুদেৱ ডেকা হৈ থকা অৱস্থাতে মানাহ নদী পাৰ হৈ অইন এখন গাঁৱলৈ মাণিকপুৰ আশ্ৰমৰপৰা নামলৈ গৈছিল। ভক্তসকলে ৰাতিটো তাত থাকিবলৈ অনুৰোধ কৰা সত্ত্বেও নাথাকি গুচি আহিছিল। ভক্ত কেইজনমানে তেওঁক অনুসৰণ কৰি আহি দেখে যে ঘাটত নাও আদি নোহোৱাত পানীৰ ওপৰেদি খোজ কাঢ়ি গৈ আছে।

(৪) এবাৰ পাঠশালাৰ "গীতা জয়ন্তী" উৎসৱত মাত্ৰ ৩ হেজাৰ মানুহক পৰিচৰ্য্যা কৰিব পৰাৰ ব্যৱস্থা কৰিছিল। উৎসৱৰ দিনা হেজাৰ হেজাৰ মানুহৰ সোঁত দেখি অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়া-সকলে গুৰুদেৱক জনোৱাত তেওঁ কৈছিল সকলো নিয়াৰিকৈ চলি যাব। প্ৰভুৰ কৃপাতে ১৭ হেজাৰ ভক্তক খুৱাবলৈ সমৰ্থ হৈছিল।

(৫) এবাৰ পশ্চিমবঙ্গৰ ৰাজস্থানী সম্প্ৰদায়ভুক্ত গুৰুদেৱৰ পৰমভক্ত এজনৰ ককায়েকৰ দুৰাৰোগ্য কেনচাৰ ৰোগ হোৱাত তেওঁৰ ওচৰত কাতৰভাৱে নিবেদন কৰাত তুলসী তলৰ মাটি অলপ লৈ ৰোগাক্ৰান্ত ঠাইত ঘঁহি দিব কোৱাত সেই মতে আৰোগ্য লাভ কৰিছিল। এনেকুৱা আৰু বহুতো প্ৰভুৰ অলৌকিক ঘটনা আছে। ঠাইৰ অভাৱৰত সকলোবিলাক উল্লেখ কৰাৰপৰা বিৰত থাকিলোঁ।

অসমৰ বাহিৰেও ভাৰত বহুতো ঠাইত "নৱবৈষ্ণৱ ধৰ্ম্ম" প্ৰচাৰ কৰিছিল। পশ্চিমবঙ্গ, কোচবিহাৰ, ৰংপুৰ, দিনাজপুৰ, পাৱনা আদি ঠাইত হেজাৰ হেজাৰ শিষ্য সিঁচৰতি হৈ আছে। গুৰুদেৱৰ মহাপ্ৰয়াণৰ সময়ত সেই সকলোবিলাকক লগ পোৱাৰ আমাৰ সৌভাগ্য হৈছিল। সেই সকলোবিলাক ঠাইত গাঁৱে গাঁৱে নামঘৰ

স্থাপন হৈছিল। এবাৰ পশ্চিমবঙ্গৰ এগৰাকী চক্ৰৱৰ্ত্তী নামৰ ব্ৰাহ্মণে গুৰুদেৱক অসমীয়া ভাষাৰ প্ৰসাৰ আৰু বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিব যোৱা বুলি দোষাৰোপ কৰিছিল। গুৰুদেৱে কৈছিল যে যিহেতু আদিতে পশ্চিমবঙ্গৰ বহুতো ঠাই প্ৰাচীন অসমৰ অন্তৰ্ভুক্ত আছিল, গতিকে সমন্বয়ৰ খাতিৰতে অসমীয়া ভাষা জনা দৰ্কাৰ। এই মহাপুৰুষজনাৰ ১৯৯১ চনৰ ২৪ মাৰ্চ তাৰিখে ৯৫ বছৰ বয়সত দেহাৱসান ঘটে। বিশিষ্ট সাংবাদিক ড° ক্ষীৰেণ ৰয়দেৱে বিশ্ববীৰ চিলাৰায় জন্ম জয়ন্তী উৎসৱত মুখ্য অতিথি হিচাপে ভাষণ প্ৰসঙ্গত বৰ আক্ষেপেৰে কৈছে যে—অসমত গুণীৰ মোল বুজোঁতাৰ সংখ্যা নিচেই কম। সঁচাকৈয়ে কথাষাৰ বৰ তাৎপৰ্য্যপূৰ্ণ। এনেহেন ক্ষণজন্মা মহাপুৰুষৰ আদৰ্শ বহিৰ্জগতত প্ৰকাশ আৰু প্ৰচাৰ কৰিব নোৱৰাটো আমাৰ বুদ্ধিজীৱী সমাজৰ দুৰ্ভাগ্যৰ কথা আৰু সঁচাকৈয়ে অক্ষমতা। আনকি এবাৰ বৰপেটা সত্ৰৰ শ্ৰীশ্ৰীশংকৰদেৱৰ জন্ম জয়ন্তী উৎসৱৰ সভাপতি নিৰ্ব্বাচিত কৰাত গুৰুদেৱে গেৰুৱা বস্ত্ৰ পৰিধান কৰা বাবে তেওঁ প্ৰকৃত বৈষ্ণৱ হয় নে নহয় বুলি কিছুমানে আপত্তি কৰাত কোনোবা এজনে কৈছিল যে গুৰুদেৱেই একমাত্ৰ প্ৰকৃত বৈষ্ণৱ। গতিকে তেওঁৰ নিৰ্ব্বাচন সম্পূৰ্ণ শুদ্ধ হৈছে। বৰ আক্ষেপেৰে ক'বলগীয়া হৈছে যে অসমৰ বাইজৰপৰা গুৰুদেৱজনাই জীৱিত কালতে যিখিনি আদৰ আৰু সন্মান পাব লাগিছিল সেইখিনি নেপালে। তেওঁৰ দৰে কৃতি আৰু প্ৰতিভা সম্পন্ন পুৰুষ এজনে অসমত জন্ম গ্ৰহণ নকৰি ভাৰতৰ বা বিশ্বৰ অইন ঠাইত জন্ম গ্ৰহণ কৰাহেঁতেন এজন বিশ্ববিখ্যাত ধৰ্ম প্ৰচাৰক আৰু সমাজ সংস্কাৰক মহাপুৰুষ হিচাপে পৰিগণিত হ'লহেঁতেন। কাৰণ অসমত "একশৰণ নামধৰ্ম" প্ৰচাৰক হিচাপে মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ, শ্ৰীশ্ৰীহৰিদেৱ, শ্ৰীশ্ৰীদমোদৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ পিছতে আমি তেখেতক স্থান দিব পাৰোঁ। এনে এজন ক্ষণজন্মা মহাপুৰুষক জীৱিত কালতে আমি মোল নুবুজাটো সঁচাকৈয়ে বৰ দুৰ্ভাগ্যজনক। তেওঁৰ দৰে

এজন প্ৰভাৱশালী পুৰুষ বৰ্ত্তমান যুগত ভাৰতবৰ্ষতে নহয় গোটেই পৃথিৱীতে বিৰল।

এইখিনিতে আমি ৰাজ্য চৰকাৰক বিনম্ৰ অনুৰোধ জনাইছোঁ, বিশেষকৈ অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত প্ৰফুল্ল কুমাৰ মহন্তক অনুৰোধ জনাইছোঁ যে অসমত "নৱ বৈষ্ণৱ" ধৰ্মৰ প্ৰচাৰক আৰু অসমীয়া সাহিত্য আৰু সংস্কৃতিলৈ গুৰুজনাৰ অৱদানৰ স্বীকৃতি স্বৰূপে মৰণোত্তৰভাৱে আগন্তুক "শংকৰদেৱ বঁটা" তেওঁলৈ প্ৰদান কৰিব লাগে। যিটো তেওঁৰ জীৱিত কালতে প্ৰাপ্য আছিল। আমি লক্ষ্য কৰিছোঁ যে ৰাজনীতিৰ মেৰপাকত পৰি এনে ব্যক্তিকো "শংকৰদেৱ বঁটা" প্ৰদান কৰা হৈছে, যিজনে হয়তো জীৱনত শংকৰদেৱৰ নামেই শুনা নাছিল বুলি স্বীকাৰ কৰিছে। এইখিনিতে আকৌ ৰাজ্য চৰকাৰৰ চোকা দৃষ্টি আকৰ্ষণ কৰাৰ লগতে অসমীয়া ৰাইজক প্ৰবল জনমত গঢ়ি তুলিবলৈ আহ্বান জনালোঁ।

তেখেতৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক, এয়ে ভগৱানৰ ওচৰত আমাৰ কাতৰ প্ৰাৰ্থনা। শেষত যুগনায়ক মহাপুৰুষ জনাৰ আজি ১৯৯৬ চনৰ ৫ ডিচেম্বৰ তাৰিখে জন্ম শতবাৰ্ষিকী উপলক্ষে আমি শ্ৰদ্ধাৰে সোঁৱৰিছোঁ। গুৰুদেৱ অসমবাসীৰ বাবে সদায় বৰণীয়, আদৰ্শনীয়, অনুকৰণীয় আৰু চিৰস্মৰণীয় হৈ থাকিব।



# ভক্তি-তত্ত্ব

গঙ্গাধৰ দত্ত

ভক্তি বা ভকতি কাক বোলে? শ্ৰেষ্ঠজনৰ প্ৰতি শ্ৰদ্ধা কৰাকে ভক্তি বোলে। ভগৱন্তৰ প্ৰতি অনুৰাগ জন্মাটোকে ভকতি বোলে।

যিটো দেৱ ভগৱন্ত নাহি যাৰ আদি অন্ত
বেদেয়ো নাপায় যাৰ সীমা।
তেন্তে ভকতিত বশ্য হেনসে ভকতি হিত
কি কহিবো ভকতি মহিমা॥ (ঘোষা)

ভগৱন্তক পাবলৈ মনৰ যি একাগ্ৰ ধাউতি সেয়ে ভক্তি। ভগৱন্তৰ প্ৰতি যাৰ অগাধ প্ৰেম সেয়ে ভকতি। কোনো চেষ্টা নকৰাকৈ যাৰ ভগৱন্তৰ প্ৰতি মন ব্যাকুল হৈ উঠে, তেনে মানুহৰ মনত ভক্তিৰ সঞ্চাৰ হৈছে বুলি ধৰিব পাৰি।

"বিনে গুৰু চৰণ ভকতি ৰকতি
মুকুতি কবহু নহোই।" (গুৰু ভটিমা)

গুৰুৰ কৃপা নহ'লে, ভকতিত ৰতি নজন্মে আৰু ভকতি নহ'লে মুকুতি নাপায়।

"ভকতক ভকতি দানে কৰু গুৰু
দায়া তনয় অধিক।" (গুৰু ভটিমা)

গুৰুৱে ভকতক নিজ সন্তানৰ দৰে দয়া কৰি ভক্তি প্ৰদান কৰে।

"ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাতে জানা গুচয় সংসাৰ বন্ধ
এহিমানে গীতাৰ নিৰ্ণয়।" (ঘোষা)

ভগৱন্ত অজেয়, তেওঁক ভকতেহে জিনে। তাৰ প্ৰমাণ মাধৱ পুৰুষে দিছে এই বুলি—

"মাধৱৰ নাম, বৎস প্ৰায় ভৈল ভক্তে তাঙ্ক লৈয়া যান্ত। বেদৰ ঈশ্বৰ, হৰি ধেনু যেন, তাৰ পাছে পাছে ধান্ত ॥" (ঘোষা)

আমি সকলো ভগৱন্তৰ অংশ।

যত জীৱ জঙ্গম কীট পতঙ্গম্
অগ-নগ জগতোৰ কায়া। (বৰগীত)

সকলোতে ঈশ্বৰ বিদ্যমান। ঈশ্বৰ নহ'লে অৰ্থাৎ চৈতন্যশক্তি নাথাকিলে সকলো জড় অৰ্থাৎ মৃত প্ৰায়।

ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈছন গগণ বিয়াপি।

চৰাচৰ জগততে ঈশ্বৰ বিদ্যমান। জগতো ঈশ্বৰতে সাগৰৰ জল্ম বৰষুণ আকাৰে আহি পুনৰ নদীৰূপে সাগৰতে পৰেগৈ। আমি জীৱবিলাকো সেইদৰে ভগৱন্তৰপৰা ব্যুৎপত্ত হৈ পুনৰ ভগৱন্ততে লীন যাওঁ। সাগৰমুখি নোহোৱা জল যেনেকৈ খাল-বিল আদি হৈ আৱদ্ধ থাকে, তেনেকৈয়ে ঈশ্বৰবিমুখী জীৱবিলাকে সংসাৰ বন্ধনত আৱদ্ধ হৈ নিকাৰ ভোগ কৰি থাকে।

এতিয়া প্ৰশ্ন হ'ল, ভক্তি কেনেকৈ হয়? এই সম্পৰ্কত আমি প্ৰহ্লাদে দৈত্য-শিশুসকলক দিয়া উপদেশকে শুনোচোন—

"কৃষ্ণৰ চৰণে হৈবে যিমতে ভকতি।
শুনা সাৱধানে তাক স্থিৰ কৰি মতি ॥
বিষ্ণু-ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে ॥
লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃত মানে কৃতষ্ণতে অৰ্পিব ॥
কৃষ্ণ-কথা-শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায়ে কৰিবেক কৃষ্ণৰ কীৰ্ত্তন ॥

কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত॥
হেনজানি প্ৰাণীক কৰিবা সতকাৰ।
তেৱেসে কৃষ্ণত ৰতি হৈবেক তোমাৰ॥
হৰিৰ সেৱাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈবন্ত হৰি হৃদয়ত বাস॥
আপুনি জীৱৰ সাক্ষী কৃষ্ণ কৃপাময়।
তাঙ্ক এৰি সামান্যক সেৱে দুৰাশয়॥
ধন জন প্ৰাণ পুত্ৰ যত পৰিয়াৰ।
সমস্তে অবস্তু অণুমাত্ৰো নুহি সাৰ॥
হেন অনুসৰি মাধৱত কৰা ৰতি।
ইহ পৰলোকে হৰি চৰণেসে গতি॥
নলাগে ভক্তিতে দেৱ দ্বিজ ঋষি হুইবে।
নালাগে সস্কৃত শাস্ত্ৰ বিস্তৰ জানিবে॥
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিতে তুষ্ট হোন্ত নাৰায়ণ॥
যক্ষ ৰক্ষ স্ত্ৰী শূদ্ৰ দৈত্য ব্ৰজবাসী।
পক্ষী মৃগো বিষ্ণু ভৈল কৃষ্ণক উপাসি॥
জানি দৈত শিশুসৱ হয়ো একমতি।
হৰিত কৰিয়ো সৱে একান্ত ভকতি॥ (কীৰ্ত্তন)

আকৌ ভগৱান শ্ৰীকৃষ্ণই উদ্ধৱক সম্বোধি কোৱা কথাখিনিলৈ আহোঁচোন —

উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণ পাছে।
কৰ্ম্ম-বন্ধ এড়াইবে প্ৰবন্ধ যাৰ আছে॥
বৈষ্ণৱৰ সঙ্গ সিটো লৈবে প্ৰথমত।
মোহোৰ চৰিত্ৰ শুনিবেক ভকতত॥

মোৰ নাম-কীৰ্ত্তন কৰিব সৰ্ব্বক্ষণে।
হৃদয়ত মোৰ ৰূপ চিন্তিবে যতনে॥
মোৰ যশ গায়া যিটো কৰে গীত নৃত্য।
নাহি তাক চিন্তা সিটো ভৈল কৃত কৃত্য॥
শুনিয়ো উদ্ধৱ আৱে ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি থিৰ কৰি মতি॥
সমস্ত ভূততে ব্যাপি আছো মঞি হৰি।
সৱাকে মানিবা তুমি বিষ্ণু-বুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান॥
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু-বুদ্ধি সৰ্ব্বদায় মোকে মান্য কৰে॥
ঈৰিষা অসূয়া অহঙ্কাৰ তিৰস্কাৰ।
সবে নষ্ট হোৱে তেৱে তৎক্ষণে তাৰ॥
দেখি সখিগণে জোনো হাসে সৱে বেঢ়ি।
মঞি সাধু ইটো চোৰ হেন লজ্জা এৰি॥
কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম॥
সমস্ত ভূতত বিষ্ণু-বুদ্ধি নোহে যাৱে।
কায় বাক্য মনে অভ্যাসিবা এহিভাৱে॥
বিষ্ণুময় দেখে যিটো সমস্তে জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥
সকল প্ৰাণীক দেখিবেক আত্ম-সম।
উপায় মধ্যত ইটো অতি মুখ্যতম॥

মোৰ ইটো ধৰ্ম্মৰ অল্পৰো নাহি হানি।
যিহেতু সম্যকে মই কৈলো তত্ত্ব-বাণী ॥
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱজনত ॥
স্ত্ৰী-শূদ্ৰো কৰে যদি আমাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহামতি ॥
আৰু ভক্তি কৰি পঢ়ে যিটো জ্ঞানী লোকে।
মহা শুদ্ধ হুয়া জ্ঞান-দীপে দেখে মোকে ॥
জানিলা উদ্ধৱ আৱে দিলো উপদেশ।
তোমাৰ কি শোক মোহ গুচিল নিঃশেষ ॥
ব্ৰহ্মা হৰ হলায়ুধ লক্ষ্মী প্ৰিয় জায়া।
পৰম সুন্দৰ মোৰ দেখা ইটো কয়ো ॥
সৱাতো অধিক তুমি মোৰ প্ৰিয়তম।
নাহি আন বান্ধৱ উদ্ধৱ তুমি সম ॥
ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমিসি হৃদয় ॥
মঞি বিনা ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নেদেখোহো আন ॥ ( কীৰ্ত্তন )

ঈশ্বৰত ভকতি সাধাৰণতে মানুহে দুই প্ৰকাৰে কৰে। এক প্ৰকাৰ হৈছে সকামভাৱে কৰা ভক্তি। ঐশ্বৰ্য্য, বিভূতি, ধন, জন, পুত্ৰ ভাৰ্য্যা, যশ আদি কামনা কৰে। তেনে কামনা কৰা লোকসকলক বৈষ্ণৱ বোলা হয়। বিষ্ণুৰ বাহিৰে আনক আৰাধনা নকৰাসকলকহে বৈষ্ণৱ বোলা হয়। বাৰ বৈষ্ণৱৰ ভিতৰত শিৱ অগ্ৰগণী। শিৱৰ কামনা আছিল হৰিতকৈ ডাঙৰ হোৱা। এই কপটে ভক্তিতে ভগৱন্ত সন্তুষ্ট হৈছিল। বাৰ বৈষ্ণৱ হ'ল—ব্ৰহ্মা, হৰ, মনু, শুক, ভীষ্ম, যম, বলি, প্ৰহ্লাদ, জনক, নাৰদ, কপিল, কুমাৰ ( সনক, সনন্দ, সনাতন, সনতকুমাৰ ) দ্বিতীয় প্ৰকাৰ ভক্তি

হৈছে নিষ্কাম। ইয়াত কোনো কামনা বা বাঞ্ছা নাই। ঈশ্বৰত ভক্তি কৰিব লাগে কৰে। মনত কোনো আকাঙ্ক্ষা নাই। ঈশ্বৰতে সকলো অৰ্পণ কৰে। ঈশ্বৰৰ নাম গুণ ল'ব লাগে লয়। এনে নিষ্কামী ভকতৰ সংখ্যা অতি কম। এইখিনিতে ছয়জন ভকতৰ নাম উল্লেখ কৰিব পাৰি। ত্ৰেতা যুগৰ হ'ল হনুমন্ত, জাম্বৱন্ত, বিভীষণ আৰু দ্বাপৰ যুগৰ উদ্ধৱ, মৈত্ৰেয় আৰু বিদুৰ।

ভকত আৰু বৈষ্ণৱৰ য'ত সামান্য পাৰ্থক্য প্ৰহ্লাদতে পোৱা যায়। নৃসিংহে প্ৰহ্লাদক বৰ দিব খোজোঁতে প্ৰহ্লাদে হাঁহি হাঁহি কৈছিল —

জানো প্ৰভু পৰীক্ষা আমাক।
সিহেতু বুলিলা হেন বাক॥
বাঞ্ছে ফল তযু কৰি কৃত্য।
সিটো বণিজাৰু নোহো ভৃত্য॥
তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী॥
নাহি কাম আমাৰ অন্যথা।
নুহি ৰাজ-সেৱকৰ যথা॥
শুনি নৰসিংহে হাসিলন্ত।
জানো তই ভকত একান্ত॥
তথাপিতো ইটো মন্বন্তৰ।
হুয়া থাকা দৈত্যৰ ঈশ্বৰ॥
সদায়ে শুনিবি মোৰ কথা।
মোৰ ৰূপ চিন্তিবি সৰ্ব্বথা॥
কীৰ্ত্তনে পলাইব পাপচয়।
ভোগ্য ভুঞ্জি পুণ্য কৰা ক্ষয়॥
তোৰ যশে ব্যাপিব জগতে।
ৰাত্ৰি দিনে মোক সুমৰন্তে॥ (কীৰ্ত্তন)

সৱে কৰ্ম্ম-বন্ধ হৈব ক্ষীণ।
অন্ত কালে মোতে যাইবা লীন ॥
তোৰ মোৰ কথা যিটো নৰে।
তোক মোক সময়ত স্মৰে ॥
সিও জনে মোক পাইব আসি। (কীৰ্ত্তন)

পিছে প্ৰহ্লাদৰ কথাত যে নৰসিংহে হাঁহিছিল। তাৰ তাৎপৰ্য্য এই— বিষ্ণুৰ মায়াত কোনো সাৰিব নোৱাৰে। সেইবাবে বৰ নলগা প্ৰহ্লাদে ক্ষন্তেক পিছতে বৰ বিচাৰিব লগা হ'ল।

তযু পাৱে মাগো এক বৰ।
তুমি প্ৰভু জগত ঈশ্বৰ ॥
তোমাক নিন্দিলে পিতৃ মোৰ।
সিজিল পাতেক মহা ঘোৰ ॥
তাত হন্তে পিতৃ নিস্তৰোক।
হেন অনুগ্ৰহ কৰিয়োক ॥
তুমি দীন দয়াশীল দেৱ।
তোমাৰ চৰণে কৰো সেৱ ॥ (কীৰ্ত্তন)

তাৰ উত্তৰত নৰসিংহই প্ৰহ্লাদক ক'লে—

দিবাক নলাগে তোক ইসৱ প্ৰসাদ।
পৰম বৈষ্ণৱ তই পুত্ৰ ভৈল যাৰ।
একৈশ পুৰুষ যাৰ কৰিলি উদ্ধাৰ ॥ (কীৰ্ত্তন)

ভগৱন্তৰ ভক্ত বা বৈষ্ণৱ য'ত থাকে সেই ঠাইৰ কীট-পতঙ্গ পৰ্য্যন্ত পৱিত্ৰ কৰে।

গুণভেদে ভক্তিৰো ভাগ আছে। সাত্ত্বিক, ৰাজসিক আৰু তামসিক। সাত্ত্বিক, ৰাজসিক আৰু তামসিকৰো উত্তম, মধ্যম আৰু অধম কৰি তিনি ভাগত ভগাব পাৰি।

শত্ৰু বিনাশৰ বাবে কৰা ভক্তি **তামসিক অধম**। ধন, মান, ভোগৰ অৰ্থে কৰা ভক্তি **তামসিক মাধ্যম**। বৈষ্ণৱৰ বেশ ধৰি

নীতি-নিয়ম নাজানি অশ্রদ্ধাৰে কৰা ভক্তিক **তামসিক উত্তম** বুলি কোৱা হয়।

ৰজৰ অধম—ধন, ধান প্ৰাপ্তিৰ অৰ্থে শ্ৰদ্ধাভাৱে হৰি ভক্তি কৰা।

ৰজৰ মধ্যম—সকলোৱে গুণ, যশ, গাওক, পৃথিৱীত মোৰ নাম থাকক বুলি কৰা ভক্তি।

ৰজৰ উত্তম সালোক্য মুক্তি পোৱাৰ আশাকে কৰা ভক্তি।

সাত্ত্বিকৰ অধম- পাপ নাশ হওক বুলি কৰা ভক্তি।

সাত্ত্বিকৰ মধ্যম—মোৰ প্ৰতি হৰি প্ৰসন্ন হওক বুলি কৰা ভক্তি।

কোনো ফল বাঞ্ছা নকৰাকৈ কায়মনোবাক্যে ঈশ্বৰৰ নাম-গুণ, শ্ৰৱণ-কীৰ্ত্তন কৰাকে সাত্ত্বিকৰ উত্তম ভক্তি বোলা হয়।

অৱস্থা ভেদে ভক্তি কৰা ভক্তক চাৰিবিধত ভগাব পাৰি।

(১) বিপদগ্ৰস্ত, ৰোগাক্লিষ্ট হৈ ভক্তি কৰা জনক **আৰ্ত্তভক্ত** বোলে। যেনে- গজেন্দ্ৰ, দ্ৰৌপদী।

(২) ইহকাল বা পৰকালত সুখ-ভোগ লাভাৰ্থে কৰা ভক্তক **অৰ্থাৰ্থী** ভক্ত বোলে। যেনে - সুগ্ৰীৱ, ধ্ৰুৱ আৰু বিভীষণ আদি।

(৩) জিজ্ঞাসু অৰ্থাৎ আত্মজ্ঞান লাভেচ্ছু বা ঈশ্বৰৰ সম্পৰ্কে জানিব খোজাজনক **জিজ্ঞাসুভক্ত** বোলা হয়। যেনে—পৰীক্ষিত, জনক আদি।

(৪) জ্ঞানী-তত্ত্বদৰ্শী, ভগৱানক তত্ত্বতঃ বুলি জনালোকক **জ্ঞানী-ভক্ত** বোলে। যেনে—প্ৰহ্লাদ, শুক, সনক, নাৰদ আদি।

ব্ৰজবাসী গোপীনী নিষ্কামী প্ৰেমিক ভক্ত। কৃষ্ণৰ বাহিৰে কাকো নেলাগে। ভক্তি একাশীবিধ। তাৰ ভিতৰত নৱবিধ প্ৰধান—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চ্চন, বন্দন, দাস্য, সখিত্ব, পদসেৱন আৰু আত্ম-নিৱেদন।

**শ্ৰৱণ**—সাধু সঙ্গত হৰিৰ যশ-গুণ কাণেৰে শুনাকে শ্ৰৱণ বোলে। শুকৰ মুখত পৰীক্ষিত ৰজাই ভাগৱত শুনি সংসাৰ তৰিছিল। সেই-বাবে শ্ৰৱণত—পৰীক্ষিত। শ্ৰৱণত আনন্দ পায়।

**কীৰ্ত্তন**—হৰিৰ নাম-গুণ নিজ মুখে বা সাধু সঙ্গত গোৱাকে কীৰ্ত্তন বোলে। কীৰ্ত্তনত পাপ খণ্ডন হয়। কীৰ্ত্তন পাঁচ প্ৰকাৰ— (১) **উৎসৱ**—উঠি গোৱা, (২) **উপাঙ্গ**—খোল, তাল, মৃদঙ্গেৰে গোৱা। (৩) **মানস**—সাধুসবৰ বিৰল বিচাৰ, (৪) **বিৰ**—হিৰা কীৰ্ত্তন, (৫) **নিৰ্বিৰ**—বহি প্ৰসঙ্গ কৰা। নাৰদে সদায় বীণ বজাই কীৰ্ত্তন কৰিছিল। কীৰ্ত্তনত—নাৰদ।

**স্মৰণ**—মনে মুখে এক কৰি ঈশ্বৰৰ ৰূপ হৃদয়ত ধ্যান কৰি কৰা সুমৰণকে স্মৰণ বোলে। স্মৰণত—প্ৰহ্লাদ।

**অৰ্চ্চন**—ইন্দ্ৰদ্যুম্ন ৰজাই ঈশ্বৰক পোৱাৰ অৰ্থে অৰ্চ্চন কৰিছিল। ধন, ধান, পুত্ৰ, ভাৰ্য্যা, ঐশ্বৰ্য্য, বিভূতি সকলো ঈশ্বৰতে অৰ্পণ কৰিছিল। ঘুন্নুচা নামৰ জীয়েকক শ্ৰীকৃষ্ণতে বিয়া দিছিল।

**বন্দন**—ঈশ্বৰৰ ৰূপ, গুণ, কৰ্ম্মাদি বৰ্ণনা কৰাই বন্দন। এই বন্দনত—অক্ৰূৰ।

**দাস্য**—নিজকে ঈশ্বৰৰ দাস বুলি ভাবি কৰা ভক্তিকে দাস্য ভক্তি বোলে। এই দাস্য ভক্তিত—উদ্ধৱ।

**সখিত্ব**—ঈশ্বৰক পৰম বান্ধৱ বুলি খাওঁতে, শোৱা সময়ত আৰু ফুৰা সময়তো লগ এৰা নিদিয়াকৈ দৃঢ় বিশ্বাস কৰি চলা-ফিৰা কৰাকে সখিত্ব বোলে। সখিত্বত—অৰ্জ্জুন।

**পদ-সেৱন**—অনিত্য সংসাৰৰ সুখ ভোগ ত্যাগ কৰি কেৱল ঈশ্বৰৰ পাদ-পঙ্কজত মন নিমগ্ন কৰি সেৱা কৰাকে পদ-সেৱন বোলে। এই পদ-সেৱনত অম্বৰিষে খঙাল দুৰ্ব্বাসা ঋষিৰ শাপকো প্ৰতিহত কৰালে ঈশ্বৰৰ পদ-সেৱনৰ বলত।

**আত্ম-নিবেদন**—ঈশ্বৰক আত্মা মানি নিজৰ সৰ্ব্বস্ব আনকি দেহকো ঈশ্বৰতে অৰ্পণ কৰিছিল বলি ৰজাই। সেই বাবে আত্ম-নিবেদনত—বলি।

এই নৱবিধ ভক্তিয়ে ভকতৰ নৱ নিধি ।

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে ।
জ্ঞানে কৰ্ম্মে তাৱে তাৰিতে নপাৰে
ভকতি নপাৱে যাৰে ॥ ( ঘোষা )

জ্ঞান যোগে কৰ্ম্ম যোগে জীৱ তাৰিবে নোৱাৰে । ভক্তি যোগতহে জীৱৰ তৰা হয় । ভক্তি সাধু সঙ্গতহে হয় । সেইবাবে কৈছে— সাধুসঙ্গ অনুসৰা, শ্ৰৱণ কীৰ্ত্তন কৰা, পৰিহৰা পাষণ্ড আচাৰ । ( ঘোষা ) নানা শাস্ত্ৰ পঢ়ি আৰু চাৰি বেদ জানিলেও তথাপি ঈশ্বৰত ভক্তি কৰিব নোৱাৰে ।

দিবা সহস্ৰেক নাম তিনিবাৰ
পঢ়ি পাৱে যত ফল ।
এক বাৰ কৃষ্ণ নাম উচ্চাৰিলে
পাৱয় তাক সকল ॥ ( ঘোষা )

* * * *

হৰি-গুণ-নাম শ্ৰৱণ-কীৰ্ত্তনে
ভজিয়ো হৰি চৰণ ।
মনুষ্য হইবাৰ এহিমানে মাত্ৰ
জানা নিজ প্ৰয়োজন ॥ ( ঘোষা )

সকলো জীৱৰ ভিতৰত মনুষ্য শৰীৰেই উত্তম । ইয়াতেই মুক্তি পায় । সাধু সঙ্গতেহে ভক্তি হয় । ভকতত ভকতি কৰিলেহে ভকতি দৃঢ় হয় । সেই বাবে

জানি এবো আনমতি ভকতিত দিয়া ৰতি
ভকতিসে সাধিবে কল্যাণ ।
ভকতিত দিয়া মন ভকতিসে মহাধন
নাহি আন ভকতি সমান ॥ ( ঘোষা )

ভাগৱতত ভকতি হয় আৰু গীতাত জ্ঞান হয়। ভক্তি ৰত্নাকৰৰ বিয়াল্লিছ মহাত্ম্যত ভক্তি-নিৰ্ণয় কৰি শঙ্কৰদেৱে কৈছে—

সমস্ত ধৰ্ম্মৰ মুখ্যফল যে ভকতি।
ভকতি বিহীন ধৰ্ম্মে নোহয় যে ৰতি॥
হৰি ভকতিত পৰে কিছু নাহি আন।
উপায় মধ্যত ইটো লৈয়োক প্ৰমাণ॥
বাহিৰে ভিতৰে দেখে এক নাৰায়ণ।
তাকে বোলে ভকতিৰ উত্তম লক্ষণ॥
বিষয়ক এৰিয়া বিষ্ণুত ৰতি কৰে।
নকৰে কামনা ভকতিত বিনে আৰে॥
এহিসে কৰ্ম্মজা ভাগৱতি যে ভকতি।
আৰু আচৰণে হয় সংসাৰ মুকুতি॥
হৰি লীলা শ্ৰৱণত প্ৰেমভক্তি হয়।
সাধু সঙ্গে সৰ্ব্বোত্তম ভক্তি উপজয়॥
নিৰ্গুণা ভকতে দয়া কৰিব প্ৰাণীক।
ভাগৱতি ভক্তে কৰ্ম্ম অৰ্পিব কৃষ্ণক॥
প্ৰেমী ভক্তে হৰিযশ কৰিব কীৰ্ত্তন।
গুৰুক বিদ্বেষ নকৰিব কদাচন॥
ফল বাঞ্ছা এৰি কৃষ্ণে কৰিব ভজন।
তাকেসে নিষ্কাম ভক্তি বোলে সাধুজন॥
তাকেসে সাত্বিকি ভক্তি বুলি মানি লবা।
ৰজ-তম ভক্তি হোৱে দুখকে জানিবা॥
বহু বিধ মাধৱৰ ভকতি আছয়।
তাহাতে প্ৰধান নৱবিধ আতিশয়॥
শ্ৰৱণ কীৰ্ত্তন পদসেৱন স্মৰণ।
অৰ্চ্চন বন্দন দাস্য দেহ নিবেদন॥
সখিত্ব সহিতে নৱবিধ এহিমান।
ইহাৰ লক্ষণ শুনা যাৰ যেন আন॥

অন্যেবা আপুনে গুণ নাম উক্ত কৰে।
তাহাকে **শ্ৰৱণ** বোলে কৰ্ণে যাক ধৰে॥
নিজ মুখে উচ্চাৰিলে বোলয় **কীৰ্ত্তন**।
মনে নাম ৰূপ সুমৰণক **স্মৰণ**॥
প্ৰতিমা আদিত পৰিচৰ্য্যা সাধাৰণ।
কৰে তাঁক যিটো বোলে **পদ-নিসেৱন**॥
জল পুষ্পাদিৰে পূজা কৰাকে **অৰ্চ্চন**।
**দাস্য** বোলে তাক যিটো কৰ্ম সমৰ্পণ॥
অষ্টাঙ্গে সেৱয় কৃষ্ণে বোলয় **বন্দন**।
শৰীৰ অৰ্পয় যিটো **আত্ম-নিবেদন**॥
বিশ্বাসাদি কৰে যিটো সেহিসে **সখিত্ব**।
তাহাৰ বিহীনে হোৱে কিসৰ বন্ধুত্ব॥
ভকতিৰ সাক্ষী-নৱ লৈয়োক সম্প্ৰতি।
একো জনে একৈ ভকতিত লভিলা মুকুতি
পৰীক্ষিতে শ্ৰৱণত লভিলা মুকুতি।
নাৰদে কৰিলা হৰি কীৰ্ত্তনত ৰতি॥
প্ৰহ্লাদে স্মৰণ কৰি ভৈলা পাৰিষদ।
অম্বৰিষে পদসেবি পাইলা পৰমপদ॥
ইন্দ্ৰদ্যুম্নে অৰ্চ্চে পূজা কৰিয়া হৰিত।
কৃষ্ণে সমে কৰিলন্ত অৰ্জ্জুনে সখিত্ব॥
শ্ৰুতদেৱ উদ্ধৱে দাস্য ভক্তি কৰিলা।
বলি ৰাজা বামনত দেহ নিবেদিলা॥
অক্ৰূৰে বন্দনে প্ৰীতি কৰিলা কৃষ্ণত।
একোজনে লভে মুক্তি একো ভকতিত॥
ভক্তি-নিৰ্ণয়ৰ আধ্যা কৰিলো সমাপন।
ৰাম ৰাম বোলা সবে সামাজিক গণ॥

---

# স্বামীজীৰ ভাষণাৱলীৰ কিয়দংশ আৰু উত্তৰ ভাৰত পৰিক্ৰমা

সংগ্ৰাহক : যাদৱ চন্দ্ৰ দাস

"অখিল ব্ৰহ্মাণ্ডৰ গৰাকী ভগৱন্তক দৰ্শন কৰাই হৈছে দুৰ্ল্লভ মানৱ জীৱনৰ পূৰ্ণ সাৰ্থকতা। ভগৱন্তই স্বয়ং অৱতীৰ্ণ হৈ (অৱতৰণ কৰি) অজ্ঞান মানৱক জ্ঞানৰ আলোক দান কৰি প্ৰকৃত মানৱ কৰাৰ কাৰণে পৃথিৱীলৈ বাৰে বাৰে অহা কথা শাস্ত্ৰ সন্মত। এটা চাকিৰপৰা শত শত চাকি জ্বলালে যেনেকৈ মূল চাকিৰ আলোকৰ হানি-বিঘিনি নহয় তাৰপৰা প্ৰজ্জ্বলিত চাকিখৰো মূল চাকিৰ সমান শক্তি লৈয়ে প্ৰজ্জ্বলিত হয়। সেইদৰে মহাপুৰুষ (অংশ অৱতাৰ) সকলৰো শক্তি কিঞ্চিত মানো হ্ৰাস নহয়। কিয়নো ঈশ্বৰ সৰ্ব্ব-শক্তিমান বাবে হেজাৰ কলহ পানী আনিলেও সমুদ্ৰৰ পানী কিঞ্চিতো নকমাৰ দৰে তেওঁৰ গাৰপৰা ওলোৱা কণিকা স্বৰূপ অংশ জীৱবোৰো অসীম শক্তি সম্পন্ন। যিহেতু ঈশ্বৰ অসীম, অনন্ত, অব্যয় আৰু সৰ্ব্বশক্তিমান। ভগৱন্তৰ ক্ষুদ্ৰ কণিকাস্বৰূপ অমৰ আত্মা দেহত স্থিতি লৈ আছে বুলিয়ে মানুহ জন্ম দুৰ্ল্লভ যদিও দেহটো পাঞ্চভৌতিক হোৱা বাবে ক্ষণভঙ্গুৰ। শাস্ত্ৰৰ বাণী এয়া— দুৰ্ল্লভ মনুষ্য জন্ম দেহিনাং ক্ষণভঙ্গুৰঃ ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদয়ে তিষ্ঠতি। মহাপুৰুষৰ বাণী এয়া—সমস্ত জগত ব্যাপি আছোঁ মই হৰি, জানিবা সকলোকে বিষ্ণু-বুদ্ধি কৰি।"

আমাৰ পৰমাৰাধ্য গুৰুদেৱ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱেও মনুষ্য আকাৰে ভাৰতত জন্মিছিল যদিও তেৰাৰ সেই পাঞ্চভৌতিক শৰীৰ আজি আমাৰ আগত দৃশ্যমান নহয়। তেৰা কিন্তু আমাৰ

মাজত চৈতন্যময় ৰূপত বৰ্ত্তি আছে। বৈকুণ্ঠ ধামৰপৰা স্বতন্ত্ৰভাৱে নিজ ৰূপে আহি এতিয়াও কেতিয়াবা কাৰবাক কাৰবাক দেখা দি থকাই তাৰ প্ৰমাণ। কোনো কোনো মানুহৰ মনত এই কথা ভাবমূলক বুলি প্ৰত্যয় হয় যদিও আধ্যাত্মিক ভাৱাপন্ন মানুহৰ মানত ই সত্য। তেৰাৰ সেই শ্ৰেণীৰ প্ৰিয় ভকতসকলে এতিয়াও টোপনিতে হওক বা দিঠকতে হওক চৈতন্য ৰূপত তেৰাক দেখা পায় বা তেৰাই অসীম কৃপাগুণে মাজে সময়ে দেখা দি থকা প্ৰত্যক্ষ প্ৰমাণ তথা দৰ্শক নোহোৱা নহয়। তেৰা পাঞ্চভৌতিক দেহ সম্পন্ন হ'লেও সাধনা সিদ্ধ ত্ৰিগুণাতীত। সেইবাবে চৈতন্যময় ৰূপত অমৰ হৈ বৈকুণ্ঠত বাহ কৰিলেও দৃশ্যমান এই বিশ্ব জগতত অদৃশ্য হৈ আছে। মেঘাচ্ছন্ন আকাশত চিৰদীপ্তমান সূৰ্য্যটোকো নেদেখাৰ দৰে আমি তেৰাক দিব্যচক্ষুহীন অমুক্ত বাবে স্বচক্ষে নেদেখোঁ। মানুহ সকলোৱে ভগৱান কৃষ্ণৰ অংশ, শ্ৰেষ্ঠ জীৱ। হৃদয়ে স্থিত পৰমাত্মা আলোকময় নিৰঞ্জন যদিও ঘনীভূত কৰালে আবৰা চিম্‌নিয়ে পোহৰ বিতৰণ কৰিবলৈ অক্ষম হোৱাৰ দৰে আমিও অজ্ঞানতাত বুৰ গৈ থাকি ম্লান হৈ পৰিছোঁ। প্ৰাকৃতিক শ্ৰেষ্ঠ জীৱ মানৱ হৈয়ো আমি এয়া দুৰ্ল্লভ মানৱ জন্ম সাৰ্থক কৰিব পৰা নাই। সেইবাবে আমি ত্ৰিতাপৰ মাজত দুঃখ-দুৰ্দ্দশা আৰু চৰম অশান্তি ভুগি মৰিব ধৰিছোঁ।

অৱতাৰ স্বৰূপে লাভ কৰা অসীম শক্তি আছিল বুলিয়ে তেৰা জীৱিত কালত সততে সৰ্ব্বত্ৰ ঐশ্বৰিক প্ৰতিভাশালী আছিল যে এই কথা তেৰাৰ প্ৰতি শ্ৰদ্ধাশীলসকলৰ অজ্ঞাত নহয়। কেৱল এই কথা উপলব্ধি কৰাই নহয় তেৰা যে প্ৰত্যক্ষ শ্ৰীকৃষ্ণ দৰ্শক আছিল সেই কথাও অভক্তৰ হৈ সন্দিহান হ'ব। প্ৰভুই বক্তৃতা প্ৰসঙ্গত কৈছিল—"সৰ্ব্বব্যাপক চৈতন্যময় ভগৱান প্ৰত্যেকৰ হৃদয়ত অন্তৰ্য্যামী হৈ লুকাই আছে যদিও সুদৃঢ় ভক্তিৰ বলৰ জুইৰ তাপ চেঁচা শৰীৰত সঞ্চাৰ হৈ তপত হোৱাৰ দৰে ভক্তৰ হৃদয়ত থকা সুপ্ত আত্মাও

জাগ্ৰত হৈ চৈতন্য লাভ কৰি ঈশ্বৰ ভাৱৰ উপলব্ধি হয়। ভক্তি অতি গাঢ় হ'লে মনুষ্য আকাৰে দৰ্শন দি ভক্তক ধন্য কৰে। কাৰণ ভক্তিয়ে হৈছে শ্ৰীকৃষ্ণ দৰ্শন বা উপলব্ধি কৰাৰ একমাত্ৰ পথ। ঈশ্বৰ দৰ্শন যেয়ে লভিব পাৰে সেই সৌভাগ্যৱান ভক্তই পৃথিৱীত থাকিও বৈকুণ্ঠ সুখ লভে। তাকে কয় জীৱন মুক্ত হোৱা।" তেৰাও আছিল এজন জীৱনমুক্ত পুৰুষ। যিহেতু ভগৱান চৈতন্যময় অলৌকিক বস্তু সিহেতু সেই ভগৱন্তৰ প্ৰতি ভক্তিৰ জীৱনমুক্ত হোৱা ভক্তৰ গাতো অলৌকিক শক্তি বিদ্যমান হোৱাটো অবিশ্বাস্য কেতিয়াও হ'ব নোৱাৰে। আত্মিক ভাৱ প্ৰৱণতাৰ অভাৱতহে সেই অলৌকিকতা অবিশ্বাস্য হয়। বিশ্বত অৱতীৰ্ণ হোৱা অৱতাৰ, মহাপুৰুষ, পয়গম্বৰ আৰু ঈশ্বৰ পুত্ৰসকলেই এই সত্যৰ জাজ্বল্যমান স্বাক্ষৰ। একোজন মানুহে বিশ্বত অদ্ভুত কাম কৰি বা অসীম শক্তি দেখুৱাই যে সকলোকে তবধ লগায় তাৰ প্ৰমাণৰ অভাৱ নাই। ভগৱান শ্ৰীকৃষ্ণৰ চৈতন্যময় শক্তিৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ হ'লেও, যিহেতু ভগৱান সৰ্ব্বশক্তিমান সিহেতু আত্ম শুদ্ধতাত বলীয়ান মানৱো অসীম শক্তিৱন্ত হোৱাটো অমান্য নহয়। প্ৰকৃত বাস্তৱবাদী লোকে এয়া অলৌকিকতা মানিব নোখোজাটো আচলতে অস্বাভাৱিকতাহে। ধৰ্ম্ম হৈছে সম্পূৰ্ণ বিজ্ঞানসম্মত। বিশেষকৈ হিন্দু ধৰ্ম্মৰ প্ৰত্যেকটো নিয়ম-নীতি, প্ৰাৰ্থনা, আসন-প্ৰাণায়াম, যোগ সাধনা, বিজ্ঞান আৰু দৰ্শন সন্মত ব্যৱস্থাহে। এই কথাও সমূলি আত্মতত্ত্ব জ্ঞানহীন আৰু অজ্ঞান মানৱৰ দ্বাৰা উপলব্ধি হোৱাটো অসম্ভৱ। সিহেতু ধৰ্ম্মক অবৈজ্ঞানিক বুলি ভবাসকলক অবৈজ্ঞানিক বুলি কোৱা যায়। নাস্তিক ভাবাপন্নও হ'ব পাৰে। ভাৰতবাসী বস্তুবাদী পূৰ্ব্বেও নাছিল এতিয়াও নহয়। ইয়াতেই ভাৰতৰ সভ্যতাৰ বিশ্বৰ অন্যান্য জাতি-ধৰ্ম্মৰ লগত ভাৱৰ সঙ্ঘাত। গীতা, নামঘোষা, কীৰ্ত্তন, ভাগৱতাদি সকলো নিগম শাস্ত্ৰই কোৱাৰ দৰে প্ৰভুক সোধোঁতেও কৈছিল আৰু বক্তৃতা প্ৰসঙ্গত সৰভোগত হোৱা মহাপুৰুষৰ

জন্মোৎসৱৰ সভাত ৰাইজক বুজাই দিছিল যে, "চৈতন্য ঈশ্বৰক মানুহে দেখা পাব পাৰে। যেনেকৈ পৃথিৱীৰ সকলো ঠাইৰপৰা ভাপ উঠি আছে কিন্তু আমি দেখা নাপাওঁ যদিও সেইভাপ বায়ুতকৈ পাতল বাবে আকাশৰ ওপৰলৈ গৈ যেতিয়া মেঘত পৰিণত হয় আৰু মেঘৰপৰা বৰষুণ পৰে নাইবা অধিক চেঁচা পাই বৰফ হয় তেতিয়া আমি দেখা পাওঁ। সেইদৰে তাপ পৃথিৱীৰ সকলোতে কম-বেছি পৰিমাণে আছে কিন্তু আমি দেখা নাপাওঁ, বেছি তাপ আমাৰ সহ্য নহয়। তাতকৈ অধিক ঘনত্বত সেই তাপক আমি জুইৰ ৰূপত দেখা পাওঁ। দিয়াশলাইৰ কাঠী এটা দিয়াশলাইৰ বাহত ঘঁহি দিলে নেদেখা তাপকে জুইৰ ৰূপত আমি দেখা পাওঁ। ঈশ্বৰ দৰ্শনো তদ্ৰূপ। ভক্তি গাঢ় হ'লে চৈতন্যময় শ্ৰীকৃষ্ণকো প্ৰকৃত ভক্তই চাক্ষুচভাৱে দেখে আৰু কথাও কয়। একান্ত ভকত আৰু জীৱনমুক্ত পুৰুষসকল তেনে আছিল। ভক্তই চৈতন্যৰূপহে কেতিয়াবা দেখে নাইবা উপলব্ধি কৰে কিন্তু একান্ত ভক্তই চাক্ষুচ দেখে যে এই কথাৰ চাক্ষুচ আৰু শাস্ত্ৰীয় প্ৰমাণ যথেষ্ট আছে।" গীতাত কৈছে

মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে ॥

প্ৰভুৱে আৰু কৈছিল—সততঃ যো মাং স্মৰতি নিত্যসঃ, তস্যাহং সুলভ পাৰ্থ নিত্যস্যোক্তা যোগীনঃ।

ভগৱান চৈতন্যময় সেইবাবে তেওঁৰ নামটোও চৈতন্যময়। একান্ত চিত্তে আৰু সুদৃঢ় ভাবে প্ৰভুৰ নাম সততে ল'লে আৰু স্মৰণ থাকিলে টোপনিত পৰি শুই থকা লোকক নাম ধৰি গাঢ়কৈ মাতিলে সাৰ পাই উঠাৰ দৰে হৃদয়ত থকা অন্তৰ্যামী ভগৱন্ত শ্ৰীকৃষ্ণয়ো নাম ল'লেহে জাগ্ৰত হৈ দেখা দি থাকে। মনোযোগেৰে নাম নল'লে, প্ৰভুই কেতিয়াও নাজাগে আৰু হৃদয়ত ৰূপ নধৰিলে কেতিয়াও দৰ্শন নিদিয়ে। ৰূপ দেখাৰ উপায় হৈছে একমাত্ৰ প্ৰতীক দৰ্শন। শ্ৰীকৃষ্ণ

মূৰ্ত্তি বা প্ৰতীক বিহনে চঞ্চল মনটো একীভূত হোৱা অসম্ভৱ। শ্ৰীকৃষ্ণত মনোযোগ দিয়াৰ কাৰণেই অৰ্থাৎ ৰূপ ধ্যান কৰিবলৈ একান্ত ভাব অনাৰ কাৰণেই শ্ৰীকৃষ্ণত ভক্তি জন্মাবলৈ মূৰ্ত্তিৰ সহায়ৰ একান্ত দৰ্কাৰ। অন্যথায় নিৰাকাৰ ভাৱত শ্ৰীকৃষ্ণৰ ৰূপহীন নামৰ মাহাত্ম্যত ইহ জন্মত উপলব্ধি হোৱাটো সম্ভৱ হ'ব পাৰে সঁচা কিন্তু দৰ্শন মিলাৰ সৌভাগ্য হোৱা টান। "আচৰাৎ ধৰ্ম্ম"। আচৰণ নকৰিলে কেৱল জানিলে, শুনিলে, লিখিলে বা পঢ়িলেই শ্ৰীকৃষ্ণ দৰ্শনটো নিমিলেই উপলব্ধি কৰি মনৰ শান্তি লাভ কৰাৰো আশা নাই, এনেকি কামনাৰ হাত সৰাও সম্ভৱ নহ'ব পাৰে। নিৰাকাৰ ভাৱত মুখেৰে নাম লৈ থাকি দুষ্কৃতি কৰি থকা মানুহৰ অভাৱ নাই। হৃদয়ত ৰূপ ধাৰণ কৰিব পাৰিলে কুকৰ্ম্ম, কুচিন্তাৰপৰাও মানুহে হাত সাৰে। তাৰ ফলত দীৰ্ঘায়ু হয় আৰু শান্তিময় জীৱন লাভ কৰা যায়, ঈশ্বৰ দৰ্শনৰ সৌভাগ্যও হ'ব পাৰে। আমি অজ্ঞানতাবশতঃ অৰ্থাৎ জ্ঞানহীন আৰু কামনাৰ বশীভূত কাৰণে ভগৱান শ্ৰীকৃষ্ণৰ দৰ্শন লভিব নোৱাৰোঁ। ভগৱন্তই যে বৈকুণ্ঠতো ৰূপ ধৰি আছে সেই কথা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে কীৰ্ত্তন পুথিৰ শিশু লীলাৰ প্ৰথম ঘোষাতে ভগৱন্তৰ চতুৰ্ভুজ মূৰ্ত্তিৰ বৰ্ণনা কৰি কৈছে, যেনে— "শঙ্খ, চক্ৰ, গদা, পদ্ম কৰত তোমাৰ, কৃষ্ণ ৰূপে দৈৱোকীত ভৈলা অৱতাৰ।" বৈকুণ্ঠত তেওঁ এই ৰূপ ধৰি তেওঁৰ গাৰপৰা ওলোৱা দিব্য জ্যোতিৰ দ্বাৰা অনন্ত কোটি ব্ৰহ্মাণ্ড ব্যাপী আলোকিত কৰি আছে। ভগৱান নিৰাকাৰ-সাকাৰ দুয়ো প্ৰকাৰ যদিও দেৱাদিদেৱ সগুণ সাকাৰ ৰূপী দৈৱকী নন্দন শ্ৰীকৃষ্ণহে আমাৰ উপাস্য। নাম-ঘোষাত কৈছে—দৈৱকী হৃদয়ানন্দ, জগতৰ গুৰু কৃষ্ণ, তযু পাৱে কৰোঁহো প্ৰণাম। মহাপুৰুষে অনাদি পাতনত নিজ হাতে লিখিছে— "নানা শাস্ত্ৰ পঢ়ি, কৰে বুদ্ধি ভেদ, নাজানি তত্ত্ব তাহাৰ, তাকে সত্য মানি, যত মূঢ় প্ৰাণী, বোলে ব্ৰহ্ম নিৰাকাৰ।" তেওঁৰ গাৰপৰা ওলোৱা আলোকৰ অতি সূক্ষ্ম কণিকা স্বৰূপ আমি সকলোৱে।

নিগম শাস্ত্ৰই এই কথা ৰিঙিয়াই ৰিঙিয়াই কৈছে—"ত্বমেব ভান্তং উপভাটি সৰ্ব্বং, যস্য ভাটা জগদিবং বিভাটি"। সেই আলোকৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ কণাই আত্মা। এই আত্মা ৰূপে পৰমাত্মা ভগৱন্তই অন্তৰ্য্যামী হৈ আমাৰ অৰ্থাৎ প্ৰাকৃতিক জগতৰ সকলো পঞ্চভূততে ব্যাপকভাৱে স্থিতি লৈ আছে। সেইবাবে আমাৰ এই অস্থায়ী জড়দেহ ধ্বংসপ্ৰাপ্ত হ'লেও আত্মা যিহেতু অমৰ সেইবাবে মানুহো অমৰ। এই কাৰণে আমাৰ শৰীৰ দ্বিত্ব। আমাৰ গাত জড়দেহ আৰু চৈতন্যময় আত্মা এই দুটা বস্তুৰ মিলন হৈ আছে। আত্মা নোহোৱা হ'লে বা শৰীৰৰপৰা বাজ ওলাই গ'লে আমি মৰা বুলি কওঁ। অমৰ আত্মা ভগৱন্তৰ অংশ বাবেই সেই অমৰ আত্মাৰ সংযোগত থকা হেতু মৰণশীল দেহটোৱে জগতক সবাৰো মৃত্যু হোৱা দেখোঁ যদিও সঙ্গ প্ৰভাৱত অমৰ ভাব লৈ থাকে। ইও এক আশ্চৰ্য্য।

আকৌ কৈছিল—প্ৰভুৰ বাণী এই যে ভাৰতত হিন্দু ধৰ্ম্মতহে ভগৱান কৃষ্ণক মানুহে স্বচক্ষে দেখে বুলি স্বীকৃত। নিৰাকাৰবাদীসকল এই চিন্তাধাৰাৰ সম্পূৰ্ণ বাহিৰত। ভাৰতৰ ভিতৰতো একমাত্ৰ অসমত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰাহে এই সাকাৰ ভাব প্ৰৱণতা সম্পূৰ্ণভাৱে প্ৰকাশিত আৰু স্বীকৃত। সেয়েহে বিশ্বত তেৰাৰ লগত কাৰো তুলনা নহয়। তেৰা এজন অনন্য মহাপুৰুষ। তেৰা অলৌকিক স্বশক্তি আৰু গুণৰদ্বাৰা প্ৰভাৱিত আৰু প্ৰকাশিত, যেন উদিত সূৰ্য্যহে। দৈৱকীনন্দন ভগৱান কৃষ্ণ যে পূৰ্ণ পৰমব্ৰহ্ম পুৰুষোত্তম আৰু তেওঁ যে তেওঁৰ পুত্ৰসবক উদ্ধাৰ কৰাৰ উদ্দেশ্যে অনন্ত কোটি ব্ৰহ্মাণ্ডৰ ঈশ্বৰ তথা পৰম ব্ৰহ্মই সগুণ-সাকাৰ ৰূপে ভূ-ভাৰতত জগতগুৰু ৰূপে জন্মলাভ কৰিছিল এই ভাৱ-প্ৰৱণতা গোটেই বিশ্বত কিয় ভাৰততে এতিয়াও বহুলাংশৰ উপলব্ধি হোৱা নাই। ভাৰতত বহু পণ্ডিত আৰু মহাপুৰুষে এই পৰমভাৱৰ উপলব্ধি আৰু বিস্তাৰৰ কাৰণে জীৱন পাত কৰি অপৰিসীম চেষ্টা কৰি

গৈছে যদিও আংশিকভাৱেহে সফল কিন্তু অসীম আৰু অতুলনীয় গুণৱন্ত শ্ৰীমন্ত শঙ্কৰদেৱে মহাপুৰুষে কেৱল কৃষ্ণমুখী কৰাই নহয় প্ৰত্যেক ব্যক্তিয়ে যাতে এয়া পাৰ্থিৱ জড় দেহেৰে চৈতন্যময় কৃষ্ণৰ উপলব্ধি হৈ স্বচক্ষে তেওঁৰ চৈতন্যময় ৰূপ দৰ্শন কৰি দুৰ্ল্লভ মনুষ্য জন্ম সাৰ্থক কৰিব পাৰে তাৰ সকলো পথ বা উপায় যাৰ ওপৰত দিবৰ একো বাকী নাই, তাক জনগণৰ মাজত নিজ শক্তি আৰু আদৰ্শেৰে পূৰ্ণভাৱে প্ৰকাশ কৰিছে। এই অজ্ঞানময় এন্ধাৰ জগতখনক জ্ঞানৰ আলোকেৰে কেৱল আলোকিত কৰিবলৈকেই সকলো আদৰ্শ ৰূপায়িত কৰি গৈছে। এইবাবে আমি পৰম ভাগ্যৱান। বিশ্বমানৱতা অৰ্জ্জনৰ এই পবিত্ৰ সুগম পথ অসমতে প্ৰৱৰ্ত্তন হৈ প্ৰকাশিত হোৱাত অসমবাসী ধন্য নিশ্চয়। তেৰাৰ প্ৰৱৰ্ত্তিত সেয়া ধৰ্ম্মই হৈছে একশৰণ নামধৰ্ম্ম। চিন্তাৰ কথা হ'ল এয়া একশৰণ নামধৰ্ম্মৰ বৈশিষ্ট্য বিশ্বত কিয় ভাৰততে সৰ্ব্বত্ৰ অপ্ৰকাশিত আৰু অজ্ঞাত? এনেকি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ নামকে অইন ৰাজ্যবোৰে নাজানে। প্ৰচাৰ কৰিব নোৱৰাটো আমাৰে অযোগ্যতাৰ পৰিচয় নহয়নে কি? মহাপুৰুষ শ্ৰীমাধৱদেৱে গুৰুৰ গৰিমাৰ কথা সম্পূৰ্ণকৈ উপলব্ধি কৰিছিল বুলিয়ে গুৰুভটিমাত "একশৰণ নাম ধৰমক কহো ৰাজা ধৰ্ম্ম" বুলি স্পষ্টভাৱে কৈছে।

প্ৰভুয়ো জীৱন মুক্ত হৈ শ্ৰীকৃষ্ণ দৰ্শন কৰি যে মহাপুৰুষত্ব অৰ্জ্জন কৰিছিল এই বিশ্বাস আনিবলৈ তেৰাৰ জীৱন দৰ্শন আৰু কৃতিত্বই স্বাক্ষৰ। তেৰাৰ দিব্যৰূপ, সাহিত্য প্ৰতিভা, অদ্ভুত বাক শক্তি, সৰ্ব্বধৰ্ম্মৰ অভিজ্ঞতা, সমুদ্ৰ সদৃশ জ্ঞানৰ বিশালতা, আকৰ্ষণীয় শক্তি, অসামান্য প্ৰতিভা, অভাৱনীয় মাহাত্ম্য, সকলোৰে প্ৰতি কৃপা, সমন্বয় সাধনত চতুৰতা, দানশীলতা, ক্ষমাশীলতা, অলৌকিক ক্ষমতা, নিৰ্লিপ্ততা, এনেকুৱা সৰ্ব্বগুণসম্পন্ন লোক অতীৱ বিৰল। এয়া বৰ্ণিত গুণৰাজি সম্পূৰ্ণ সত্য, যিহেতু অন্যথা বুলি কোনো জ্ঞানী

লোকে প্ৰমাণ দিব নোৱাৰিব নতুবা মুখেৰে ক'বৰো সাধ্য নহ'ব। গতিকে এয়া সম্পূৰ্ণ সত্য আৰু তেৰাও সত্যৰ প্ৰতীক আছিল যে ই অখণ্ডনীয়। সেয়েহে যি সৌভাগ্যৱানে তেৰাত শৰণ লৈছে, দৰ্শন কৰিছে নাইবা দৰ্শনেচ্ছু আছিল সেইসকলো ধন্য।

তেৰাৰ ব্যক্তিত্বৰ প্ৰমাণ হৈছে— তেৰাই মহাপুৰুষ শ্ৰীমাধৱদেৱৰ লেখীয়া চিৰকৌমাৰ্য্য ব্ৰত পালন কৰিছিল আৰু শ্ৰীভবেন্দ্ৰ নাৰায়ণ ব্ৰহ্মচাৰী নামত জীৱনৰ আদিৰেপৰা খ্যাত আছিল। গীতা শাস্ত্ৰৰ প্ৰত্যেক বাণী জীৱন প্ৰৱাহত আচৰণ ঘুণাক্ষৰেও ত্ৰুটী নকৰাকৈ থাকি জীৱন্ত গীতা ৰূপে প্ৰতিপন্নতা লভিছিল যে তেৰাৰ জীৱন যাপন প্ৰণালীয়ে তাৰ স্বাক্ষৰ। সংসাৰৰ সকলো কামনা-বাসনা তিলাৰ্দ্ধও নকৰি সৰ্ব্বত্যাগী হৈ তেৰাই জনসেৱা কাৰ্য্যত সৰ্ব্বদায় জীৱন অৰ্পণ কৰিছিল। অৱশেষত জীৱনৰ পিয়াহ পলুৱাবৰ বাবে নিৰন্তৰে ভজন আৰু তৃণমূল পৰ্য্যায়ত ব্ৰতী হৈ, অপাৰ দুঃখ-কষ্টকো নেওচি, সমগ্ৰভাৰত পদব্ৰজে ভ্ৰমণ কৰি, নানা তীৰ্থস্থান পৰ্য্যতন কৰি, সাধু-সন্ত, মহন্ত, সন্ন্যাসী, যোগী আৰু পৰমহংসসকলৰ সঙ্গত থাকি, হিন্দু, মুছ্‌লিম, জৈন, বৌদ্ধ, গৌৰীয়, খৃষ্টান ধৰ্ম্মৰ সৰ্ব্বশাস্ত্ৰ মন্থন কৰি, সাধনাত সিদ্ধি লাভ কৰিও মনৰ পিয়াহ নপলোৱাত সুদীৰ্ঘ বাৰবছৰ কাল নিৰুদ্দেশ হৈ হিমালয়ত তপস্যা কৰি থাকে। হিমালয়ত গয়াৰ তপস্বী মহাত্মা পৰমানন্দ পৰমহংসদেৱক গুৰু মানি কঠোৰ সাধনাত ব্ৰতী হয় আৰু বেদ, উপনিষদ, বেদান্ত, ভাগৱৎ আদি অধ্যয়ন কৰি সৰ্ব্বসিদ্ধি লাভ কৰি স্বামী উপাধি লাভ কৰে। স্বামীত্ব লাভৰ গুৰি কথা ইমানেই। ইয়াৰ আগতে তেৰাই গৌৰীপুৰত ধৰ্ম্মীষ্ঠ পুৰুষ আশুতোষ মুখোপাধ্যায়ৰ ওচৰত ব্ৰহ্মচৰ্য্য ব্ৰত আৰু ৰাধাক্ষেপা যোগীবৰৰ আশ্ৰয়ত যোগ সাধনা কৰিছিল। ইতিপূৰ্ব্বে তেৰাই মৰিগাঁৱত কালী সাধনা কৰিও সিদ্ধি লাভ কৰিছিল বুলি জনা যায়। হিমালয়স্থ শ্ৰীগুৰুৰ বিদায় দিয়াত তেৰাই অযোধ্যাত কিছুদিন স্থিতি লয়। তাত সৰ্ব্বভাৰতীয় বিশিষ্ট

পণ্ডিতবৰ্গৰ লগত ধৰ্ম্মীয় তৰ্কযুদ্ধত অৱতীৰ্ণ হ'ব লগা হয়। সেই তৰ্ক সভাতো বিজয়ী হৈ তেৰাৰ স্বামিত্ব লাভৰ স্বীকৃতি লভি গুৰুদেৱৰ উপদেশ মতে সৰ্ব্বসাধাৰণৰ মাজত সোমাই তেৰাৰ অপ্ৰতুল জ্ঞানৰ আলোক বিতৰণ কৰিবলৈ আগ বাঢ়িল। দুৰ্ল্লভ মনুষ্য জন্ম সাৰ্থক কৰি তোলাৰ কাৰণে অজ্ঞানক জ্ঞানৰ আলোক দি গোটেই জীৱন-ভৰ ধৰ্ম্মসভা, মিটিং, ভাগৱৎ প্ৰচাৰ, নাম-কীৰ্ত্তন কৰাই আৰু নানা ঠাইত নানা ধৰ্ম্ম-সংস্কৃতিৰ সমবেত লক্ষ লক্ষ সমজুৱাৰ উপস্থিতিত শাস্ত্ৰীয় অমৃতময় ভাষণ দি অতি ব্যস্ততাৰ মাজেদি জীৱনভৰ অতি-বাহিত কৰিছিল। অযোধ্যাৰপৰা গোটেই উত্তৰ প্ৰদেশতে তেৰাৰ ভাগৱৎ প্ৰচাৰৰ দুৱাৰ মুকলি হয়। তেৰাৰ ভাষণত আকৃষ্ট হৈ উত্তৰ প্ৰদেশত বহুতে শিষ্যত্বও গ্ৰহণ কৰে। তেৰাৰ এজন শিষ্যই ৮।৯ বছৰমান আগতে তেৰাক বিচাৰি উত্তৰ প্ৰদেশৰপৰা আহি মাণিকপুৰ শ্ৰীশ্ৰীগোবিন্দ ভৱন গীতাশ্ৰমত প্ৰভুক লগ ধৰি আবেগেৰে সৈতে তেৰাক সেৱা-সৎকাৰ কৰি আমাৰ সম্মুখতে ভক্তিত আপ্লুত হৈ পৰে আৰু তেৰাৰ আশীৰ্ব্বাদ লৈ তেৰাৰ লিখিত শ্ৰীমদ্ভগৱদগীতা আৰু নামঘোষা ভাবামৃত আদি কেবাখনো অসমীয়া ধৰ্ম্মপুথি যদিও অসমীয়া ভাষাত লিখা প্ৰভুৰ বস্তু বুলি আগ্ৰহেৰে কিনি লৈ যায়। শিষ্যজনৰ প্ৰভুৰ প্ৰতি ভক্তি দেখি আমাৰো অন্তৰ বিগলিত হৈছিল। আৰু ভক্তিৰ পৰাকাষ্ঠা দেখি আমি লজ্জিত হৈছিলোঁ। গীতাজয়ন্তী উৎসৱত সমবেত হোৱা লোকে লোকাৰণ্য হৈছিল বাবে আমি ঠিকনা-পৰিচয় ভালদৰে ল'বলৈ অৱকাশ নাপালোঁ। পাছত প্ৰভুৰ-পৰা জানিব পাৰিলোঁ। অযোধ্যাৰ পাছত তেৰাই এলাহাবাদ, লক্ষৌ আৰু বাৰাণসী বিশ্ববিদ্যালত ভাষণ দিবলৈ আহ্বান পায়। সেই সময়তে উত্তৰ প্ৰদেশৰ নানা ঠাইত তেৰাৰ ধৰ্ম্মীয় বক্তৃতা শুনি তেৰাৰ অসীম ধৰ্ম্মীয় প্ৰভাৱৰ কথা কেউফালে বিস্তাৰ হোৱাত এয়া আহ্বান আহিছিল। তেৰা বহুভাষী আছিল যদিও হিন্দী ভাষাৰ ওপৰত অতুল প্ৰভাৱ আছিল। দুখৰ বিষয় যি অমৃতময় ভাষণে উত্তৰ

ভাৰতৰ সৰ্ব্ব শ্ৰেণীৰ লোকক আকৃষ্ট কৰিছিল তাক ধৰি ৰাখিবৰ সাধ্য নহ'ল। সেই সময়ত অসমৰ কোনো শিষ্য-প্ৰশিষ্য নাছিল আৰু একশৰণ নামধৰ্ম্মৰ পূৰ্ণ মাহাত্ম্যৰো অনুভূতি হোৱা নাছিল। এনেদৰে তেৰাৰ হেজাৰ হেজাৰ অমৃতময় ভাষণ শূইনত বিলীন হৈ গৈছে। প্ৰাক্তন ৰাজ্যপাল প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীদেৱে তেৰাৰ কিছু ভাষণ সংৰক্ষণ কৰি ৰখাৰ উদ্দেশ্যে যি এটা "টেপ ৰেকৰ্ড" মেচিন দিছিল তাৰো পিছৰ কালছোৱাত সামান্যহে সদব্যৱহাৰ কৰা হৈছিল।

তেৰাৰ অমৃততুল্য ভাষণ শুনিবলৈ বহু দূৰৈৰপৰা সকলো সম্প্ৰদায় আৰু ধৰ্ম্মৰ মানুহ ধৰ্ম্মীয় প্ৰভাৱত আকৰ্ষিত হৈ উধাতু খাই আহিছিল। এনেকি হাউলী ৰাসত পতা ধৰ্ম্মসভাতো ( ইং ১৯৪৭ ) য'ত হিন্দু সংখ্যা লঘিষ্ঠ তাতো হেজাৰ হেজাৰ মুছ্‌লিম সম্প্ৰদায়ৰ ৰাইজ সভাত আহি যোগদান কৰা আমি দেখিছোঁ। ভাৰতৰ স্বাধীনতা লাভৰ দিনা হাউলীত হোৱা অস্পৃশ্যতা বৰ্জ্জনৰ দিৱসত প্ৰভুৰ উপস্থিতিত হোৱা সভাত জনজাতীয় বড়ো, কছাৰী আৰু ৰাজবংশী-সকলৰ অগণন লোক উপস্থিত হৈ প্ৰভুৰ উদ্দীপ্ত অমৃতোপম ভাষণত মুগ্ধ হৈ যেন মানুহৰ মনত সমন্বয় সাধনত এক নতুন যুগৰ সূচনা কৰিছিল। কিন্তু আমাৰ ধৰ্ম্মৰ প্ৰতি হোৱা অৱক্ষয় আৰু অৱহেলাৰ ফলত তেৰা আজিও সমগ্ৰ ভাৰতত কিয় অসমৰ ভিতৰতে যেন অনুজ্জ্বল হৈ পৰাৰ অৱস্থা। আজিও তেৰাৰ সমাধি স্থানটো লক্ষ লক্ষ সেৱক আৰু শ্ৰদ্ধাশীল লোক থকা সত্বেও সাজি উলিয়াব পৰা নাই। যাৰ বাবে তেৰাই স্বয়ং চৈতন্যৰূপে আৱিৰ্ভূত হৈ যেয়ে প্ৰভুক মুখাগ্নি কৰিছিল সেই গৰাকী মাণিকপুৰ গীতাসত্ৰৰ প্ৰধান সেৱিকা শ্ৰীবিজুলী মিত্ৰক আক্ষেপ কৰি কৈ গৈছে বুলি শুনিব পোৱা যায়। এতিয়াও স্বমুখে কোৱা কথা প্ৰভুৰ অলৌকিকতাৰ এই কাহিনী নিজ কাণে শুনি প্ৰত্যয়ী হোৱাৰ সুযোগ আছে। বিশেষকৈ সমাধি সৌধটো গঢ়ি নুঠাটো আমাৰ বাবে দুৰ্ভাগ্যজনক কথা।

উৰিষ্যাৰ পুৰীধামতো তেৰাৰ ধৰ্ম্মীয় প্ৰতিভাত মুগ্ধ হৈ কেবাজনো পাণ্ডাই স্বামীদেৱৰ শ্ৰীচৰণত শৰণ লৈছিল হেনো। পুৰীৰ পাণ্ডা-সকলে প্ৰভুৰ জ্ঞানাশ্বৰ্য্যৰ সম্ভেদ পাই পূৰ্ব্বতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পুৰীত অৱস্থান কৰা আৰু মাহাত্ম্য প্ৰদৰ্শনৰ কথা স্মৰণ কৰি আৰু তেৰাৰ ঐশ্বৰিক শক্তিৰ কথা হৃদয়ঙ্গম কৰি, তেৰাৰ চৰিত্ৰৰ লগত সমিলমিল দেখি প্ৰভুক সাক্ষাৎ মহাপুৰুষ বুলি উক্তি কৰা কথা অনুধাবনীয়।

উত্তৰ ভাৰত ভ্ৰমণৰ কালছোৱাত প্ৰথমতে এলাহাবাদ বিশ্ব-বিদ্যালয়ত, তাৰ পাছত অনুক্ৰমে লক্ষ্ণৌ আৰু বাৰাণসী বিশ্ব-বিদ্যালয়তো তেৰাই ধৰ্ম্মীয় ভাষণ দিবলৈ আহ্বান পাইছিল। তেৰাই উত্তৰ প্ৰদেশৰ গ্ৰাম-গ্ৰামান্তৰে পৰিক্ৰমা কৰাৰ পাছত সেই সময়ৰ পাঞ্জাৱৰ ৰাজধানী লাহোৰ পায়গৈ। লাহোৰ বিশ্ববিদ্যালয়ত তেৰাই যি মনোগ্ৰাহি অমৃতোপম ভাষণ দিছিল তাৰ প্ৰভাৱতে ভাৰতৰ পশ্চিম প্ৰান্তৰ আৰু পূৰ্ব্ব প্ৰান্তৰ অসমৰ লগত ধৰ্ম্মীয় এনাজৰীডাল সৰ্ব্ব প্ৰথমতে বান্ধ খায়। শিখ গুৰু নানকৰ লগত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ নীতি-নিয়ম, সংগঠন আৰু ধৰ্ম্মীয় প্ৰক্ৰিয়াৰ সামঞ্জস্য দেখুৱাই বিশাল ভাৰতত নানা জাতি, গোষ্ঠী আৰু বিভিন্ন ধৰ্ম্মৰ সমন্বয় সাধনত আৰু ভাৰতীয় জাতীয়তা গঠনত অৰিহণা যোগোৱা কথাৰ অৱতাৰণা কৰি ভাষণ প্ৰসঙ্গত ব্যক্ত কৰাত পঞ্জাৱী ৰাইজ আপ্লুত হৈ পৰে আৰু তেৰাৰ সৰ্ব্বধৰ্ম্মীয় প্ৰভাৱত মুগ্ধ হৈ বহুতে প্ৰভুৰ ওচৰত ঢাল খাই পৰি শিষ্যত্ব গ্ৰহণ কৰে। পঞ্জাৱৰ ৰাজ্যপাল প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীদেৱে প্ৰভুৰ পঞ্জাব ভ্ৰমণৰ সকলো কথা জানিয়ে পঞ্জাৱৰ লগত অসমৰ বন্ধুত্ব আৰু সমন্বয়তা কেনেদৰে গঢ়ি তুলিছিল এই কথা সৰ্ব্বজন বিদিত। চৌধুৰীদেৱ প্ৰভুৰ অতি প্ৰিয় ভক্ত আছিল। তেওঁৰ অন্তিম অৱস্থাত শোচনীয় অৱস্থাৰ কথা শুনিয়ে প্ৰভুই গুৱাহাটী পৰিক্ৰমা কৰি গৈ কাণত বিষ্ণুমন্ত্ৰ প্ৰদান কৰি মৰিগাঁৱলৈ যায়। এই সময়ত আমিও তেৰাৰ

সঙ্গলাভ কৰি আছিলোঁ। তাৰ কিছুদিন পাছত গুৱাহাটী পল্টন বজাৰস্থ শ্ৰীমন্ত শঙ্কৰ মন্দিৰত এখন বিৰাট ধৰ্ম্মসভাত প্ৰভুৰ ভাষণ হয়। তাত বক্তৃতা প্ৰসঙ্গত দুজন বিশিষ্ট অসমীয়া পণ্ডিতে মহাপুৰুষ মায়াবাদী আছিল বুলি কিতাপত লিখা কথাৰ প্ৰতিবাদ কৰি উদ্দীপ্ত ভাষাত বক্তৃতা দি ধৰ্ম্মীয় যুক্তিৰে সেই উক্তি খণ্ডন কৰি সকলো ভক্ত, বৌদ্ধিক আৰু শিক্ষিত ৰাইজক স্তম্ভিত কৰি তুলিছিল। এই-দৰে প্ৰভুৱে গুৱাহাটীলৈ কেবাবাৰো পৰিক্ৰমা কৰি থাকোঁতে গুৱাহাটীৰ উচ্চ শিক্ষিত ভদ্ৰলোক আৰু সৰ্ব্বসাধাৰণ ৰাইজে প্ৰভুৰ অপৰিসীম ধৰ্ম্মজ্ঞানৰ পৰিচয় পাই তেৰা যে এজন মহাত্মা এই কথা উপলব্ধি কৰে।

হাৰিয়ানা সহ পঞ্জাৱত শিষ্য বহুত আছে বুলি মাৰোৱাৰী শিষ্য শ্ৰীমঙ্গল চান্দ আগৰৱালাই কোৱা কথা। প্ৰভুৱে ৰাজপুতনালৈ কেতিয়া গৈছিল আমি গম নাপাওঁ যদিও ৰাজস্থানী বহু শিষ্য থকা কথা সত্য। গৌৰীপুৰ নিবাসী একান্ত ভক্ত শ্ৰীমঙ্গল চান্দ আগৰৱালা আৰু শ্ৰীবিমল হৰলালকাৰ আমাতকৈ বহুত পুৰণি শিষ্য বাবে তেওঁলোকে তেৰাৰ অসমৰ বাহিৰত প্ৰচাৰ সম্পৰ্কে বহু বৃত্তান্ত আৰু ধৰ্ম্ম প্ৰচাৰৰ বিৱৰণৰ কথা জানে। তেওঁলোকে দলে বলে গীতাজয়ন্তী উৎসৱৰ সময়ত মাণিকপুৰৰ শ্ৰীশ্ৰীগোৱিন্দ ভৱন গীতাসত্ৰত প্ৰভুৰ দৰ্শনাৰ্থে অহা আমি সৰ্ব্বদায় দেখি থাকোঁ। বৰপেটা ৰোড, বঙ্গাইগাঁও আৰু বহু ঠাইৰ মাৰোৱাৰী কাৰবাৰী-সকলৰ উৎসৱলৈ দিয়া প্ৰচুৰ অৰিহণা এতিয়াও গীতাসত্ৰৰ সহায়ক হৈ আছে। তেৰাসকল প্ৰভুৰ গুণলুব্ধ যে এয়ে তাৰ জ্বলন্ত প্ৰমাণ।

পৰমাৰাধ্য স্বামীজীয়ে ৰাজস্থানলৈ আৰু পৰ্ব্বতলৈ তাত আশ্ৰম পাতি থকা একে নামৰ যোগীবৰ কৃষ্ণানন্দৰ নেৰানেপেৰা আহ্বানত এবাৰ নোৱাৰি যাবলৈ বাধ্য হোৱা কথা আমি ভালদৰে জানো। ই ইং ১৯৪৮ চনৰ কথা। আবুৰ স্বামী শাক্তধৰ্ম্মী আছিল বাবে তেওঁৰ লগত শাক্ত ধৰ্ম্ম আৰু বৈষ্ণৱ ধৰ্ম্মৰ শক্তি পৰীক্ষা হ'লত শাক্ত

স্বামীয়ে প্ৰভুৰ বিষ্ণু শক্তিৰ আগত একোতে তিষ্ঠিব নোৱাৰি অৱশেষত পৰাজয় মানি সসম্ভ্ৰমে বিদায় দিছিল। এই ঘটনাৰ বিৱৰণ তেৰাৰ "জীৱন আলেখ্য"ত ভালদৰে লিখা আছে।

অবিভক্ত গোৱালপাৰা জিলাখন প্ৰভুৰ প্ৰাণভূমি। অনুসূচিত, জনজাতি আদি পিছ পৰা লোকসকলক ভাগৱৎ পাঠ আৰু নাম-কীৰ্ত্তনৰ জৰিয়তে ঈশ্বৰ মুখী কৰি পৱিত্ৰ কৰিছিল তেৰাই। বিশেষকৈ গোৱালপাৰাৰ দক্ষিণে থকা গাৰো, মিৰি আদি ভক্তসকলৰ তেৰাৰ প্ৰতি আকৰ্ষণ আৰু ভক্তি-শ্ৰদ্ধা দেখি তবধ মানিব লাগে। তেৰাৰ শুভাগমনতে জনজাতিৰ মাজত দেৱীতলা আৰু মদাতীত দুখন সত্ৰ স্থাপিত হৈ উঠে।

প্ৰভুৱে গোটেই উত্তৰ ভাৰত পৰিক্ৰমা কৰি আহি বঙ্গদেশত (অবিভক্ত) সোমায়। **"বঙ্গ বিজয়ী বীৰ"** উপাধি প্ৰাপ্ত হৈ উত্তৰ বঙ্গৰ কোচবিহাৰ অঞ্চল জয় কৰে। তেৰাই অসমৰ নগাঁও জিলাৰ দিছিয়াল সত্ৰলৈ গৈ সত্ৰৰ সিদ্ধ-সত্ত্ব একান্ত ভকত সত্ৰাধিকাৰ শ্ৰীশ্ৰীজয়কান্ত মহন্তৰ ওচৰ চাপে। উপযুক্ত গুৰুৰ সন্ধান পাই তেৰাৰপৰা মহাপুৰুষৰ প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্ম উদ্ধাৰৰ চৰম পথ বুলি জ্ঞান লাভ কৰি তেওঁতে শৰণ লয়। তেতিয়াৰপৰা গোটেই উত্তৰ-পূৰ্ব্ব ভাৰতত একশৰণ নামধৰ্ম্ম প্ৰচাৰত উঠি-পৰি লাগিছিল। কোচবিহাৰ অঞ্চল হৈছিল সৰ্ব্বপ্ৰধান প্ৰচাৰ ভূমি। তেৰাই পদ-ব্ৰজে ভিতৰুৱা গাঁওবোৰতো গৈ প্ৰচাৰ কাৰ্য্যত ব্ৰতী হৈছিল। কোচবিহাৰ, গোৱালপাৰা, নগাঁও জিলা অঞ্চলত নগৰ-গাঁও, পৰ্ব্বত, ভৈয়ামৰ কোনো ঠাইতে প্ৰভুৰ পদাৰ্পণ নোহোৱা ঠাই নাই বুলি কোৱা যায়। সেয়েহে তেৰাক জগৎগুৰু শঙ্কৰাচাৰ্য্য আৰু স্বামী বিবেকানন্দৰ পৰিক্ৰমাৰ সমতুল বুলি নিঃসন্দেহে ক'ব পাৰি।

প্ৰভুৱে ইং ১৯৫৭ লৈ দহবছৰ কাল ৺মহেন্দ্ৰ মোহন চৌধুৰী আৰু ৺মতিৰাম বৰাৰ প্ৰভু নিজে অনিচ্ছুক আছিল যদিও পৰম ভক্তৰ আক্ৰোশত বিধায়ক হৈ চিলঙত (প্ৰাঃ ৰাজধানীত থাকিবলগীয়া

হৈছিল ১৯৫৭ লৈ )। তাত স্থিতি লৈ তাৰ বহুঠাইলৈ পৰিক্ৰমা কৰিব লগা হৈছিল— ধৰ্ম্মমূলক ভাষণ দিবলৈ আমন্ত্ৰণ পায়। সেই শৈল ৰাজধানীত তেৰাই ধৰ্ম্মৰ আলোড়ন তুলিয়ে এৰা নাই বহুতক শৰণ দিছিল আৰু শ্ৰীশ্ৰীশঙ্কৰ কৃষ্টি-কলা মন্দিৰ আৰু পুথিভঁৰাল নিৰ্ম্মাণ কৰায়।

পৰমপুৰুষ গুৰুদেৱে বাৰ বছৰ ( ইং ১৯৩৩ লৈ ) নিৰুদ্দেশ হৈ ধৰ্ম্মচৰ্চ্চা আৰু উপাসনা কৰি থকাৰ অন্তত উত্তৰ ভাৰত পৰিক্ৰমা কৰি ইং ১৯৪৩ চন মানত আহি প্ৰথমতে মাণিকপুৰৰ ওচৰত বৰি গাঁৱত তেওঁৰ নিজৰ ভায়েক ৺ৰত্নকান্ত চৌধুৰীৰ ঘৰত আশ্ৰয় লৈ থাকি অসম পৰিক্ৰমা কৰিবলৈ ধৰে। শোৱালকুছিত তেৰাই অসমত হোৱা সৰ্ব্বপ্ৰথম ( ইং ১৯৪৪ ) শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষৰ জন্মতিথিত হোৱা জন্মোৎসৱলৈ আমন্ত্ৰিত হৈ গৈ প্ৰায় এসপ্তাহ কাল জুৰি উক্ত জন্মোৎসৱত নানা পুৰাণ, ভাগৱৎ, শ্ৰীমদ্ভাগৱদ্গীতা, বেদ-বেদান্ত, উপনিষদ আদি সৰ্ব্বশাস্ত্ৰৰ নিতৌ ৫/৬ ঘণ্টা বিয়পি ধৰ্ম্মীয় ভাষণ হৈছিল। তেৰাৰ শুৱালকুছিৰ জন্মোৎসৱতে ধৰ্ম্মীয় অতুলনীয় প্ৰভাৱ আৰু বিশাল অভিজ্ঞতাৰ কথা বিকাশ হোৱাত তেতিয়াৰ-পৰাই সমগ্ৰ অসম বিয়াপি তেৰাৰ অপ্ৰতুল জ্ঞানৰ আলোক বঙ্গৰ দৰে অসমতো প্ৰতিভাত হৈ পৰে। ইয়াৰ আগতে তেৰাই····বৰি গাঁৱত স্থিতি লোৱা সময়ত সৰভোগৰ ওচৰত চকুচকাত গৌৰীয় মঠ স্থাপনকৰ্ত্তা ৺নৰেশ্বৰ আচাৰ্য্যই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক মায়াবাদী বুলি কৈ বিৰুদ্ধে নানা কথা প্ৰচাৰ কৰিছিল। তাৰ প্ৰতিকাৰাৰ্থে হোৱা উত্তেজনামূলক বিৰাট সভাত প্ৰভুই বক্তৃতা দি শাস্ত্ৰীয় অখণ্ডনীয় যুক্তিৰে বিৰুদ্ধমতৰ খণ্ডন কৰিহে ৰাইজক ক্ষান্ত কৰিছিল। সেই সভাত বৰপেটাৰ বিদগ্ধ পণ্ডিত প্ৰয়াত নাৰায়ণ দেৱ মিশ্ৰ প্ৰভৃতি অসমৰ বহুত পণ্ডিত আৰু গুণী-জ্ঞানী লোকৰ সমাবেশ হৈছিল। এই সভাতে তেৰাৰ অসমত অসীম ধৰ্ম্মীয় শক্তি বিকাশৰ সূচনা হৈছিল। অসমৰ মানুহৰ মাজত তেতিয়াৰপৰাই তেৰাৰ পূৰ্ব্বনাম

ভৱেন্দ্ৰ নাৰায়ণ ব্ৰহ্মচাৰীৰ ঠাইত স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী বুলি প্ৰখ্যাত হৈ পৰে।

শুৱালকুছিৰ সভাৰ পাছত তেওঁৰ অমৃতময় ভাষণত মুগ্ধ বৰপেটাৰ কেবাজনো ধৰ্ম্মানুৰাগী ব্যক্তিয়ে তেওঁক সত্ৰলৈ মাতি আনে। পাঁচদিন ধৰি ধৰ্ম্মীয় সৰ্ব্বশাস্ত্ৰৰ অপূৰ্ব্ব ভাষণ শুনি বৰপেটা বাউসী অঞ্চলৰ সমবেত বিপুল ৰাইজ আপ্লুত হৈ পৰে। এই সভাতে তেওঁক "ঈশ্বৰ অংশী মহাপুৰুষ" বুলি ধৰ্ম্মপ্ৰাণ ৰাইজৰ আশীৰ্ব্বাদ লাভ কৰে। তাৰ পাছত তেওঁক বৰপেটা সত্ৰৰ সদৌ ভকতবৃন্দই অসমৰ বাহিৰত "একশৰণ নামধৰ্ম্ম" প্ৰচাৰাৰ্থে পাটচাঙত বহি লিখিতভাৱে একশৰণ নামধৰ্ম্ম প্ৰচাৰাৰ্থে অনুমতি প্ৰদান কৰিছিল।

শুৱালকুছিত মহাপুৰুষৰ জন্মোৎসৱ উদ্‌যাপিত হোৱাৰ পাছৰপৰাই প্ৰভুৰ ভাষণৰ প্ৰেৰণাতে সমগ্ৰ অসমত মহাপুৰুষৰ জন্মোৎসৱ পতাৰ জাউৰ উঠে। ইং ১৯৪৪ চনত প্ৰভুৰ নেতৃত্ব আৰু পৰামৰ্শপৰিচালনাত বৰপেটাত মহাপুৰুষৰ পঞ্চশততম্ বাৰ্ষিকী বিশাল আয়োজনেৰে অসমৰ সকলো ঠাইৰ আৰু সত্ৰসমূহৰ সহযোগত উদ্‌যাপিত হয়। তাৰ পাছত উত্তৰবঙ্গ আৰু অসমবাসী ৰাইজৰ মাজত সম্মিলিতভাৱে তোলপাৰ লগাই মধুপুৰ সত্ৰত মহাপুৰুষৰ পঞ্চশততম্ বাৰ্ষিকী মহোৎসৱ উদ্‌যাপিত হয়। এই উৎসৱ উত্তৰবঙ্গ আৰু অসমবাসীৰ মাজত ধৰ্ম্মীয় সমন্বয় সাধনৰ অপূৰ্ব্ব মিলন ক্ষেত্ৰ হৈ উঠিছিল। পিছদিনা কোচবিহাৰ নগৰত য'ত মহাৰাজ নৰনাৰায়ণে পূৰ্ব্বতে মদনমোহন মন্দিৰ স্থাপন কৰিছিল, সেই মন্দিৰ প্ৰাঙ্গণত সমগ্ৰ অসম আৰু পূৰ্ব্ববঙ্গৰ ধৰ্ম্মপ্ৰাণ ৰাইজৰ মহামিলনত আৰু আপ্ৰাণ সহযোগত হোৱা সংস্কৃতিমূলক সভাই যেন আকাশ মণ্ডল ৰজনজনাই তুলিছিল। মহাপুৰুষৰ ধৰ্ম্ম-সংস্কৃতি পাহৰণিৰ গ্ৰাসৰপৰা পুনৰুদ্ধাৰ কৰি প্ৰভুই যি প্ৰাণাকৰ্ষক তেজস্বী ভাষণ দিছিল তাৰ প্ৰভাৱ আৰু ক্ৰিয়া চিৰ উদ্ভাসিত।

কোচবিহাৰ ৰাজ্যৰ ভক্তপ্ৰাণ ৰাইজসকলেহে প্ৰভুৰ মহিমা

ভালদৰে বুজে। তেৰাৰ মাহাত্ম্য সম্পূৰ্ণ উপলব্ধি কৰিয়ে অসমীয়াই বুজি নৌপাওঁতেই তেওঁলোকে বুজি পাই তেৰা যে এজন অলৌকিক শক্তি সম্পন্ন পুৰুষ তথা মহাপুৰুষ এই জ্ঞান কৰি মান্য কৰি আহিছে। নিৰ্লিপ্ত নিৰালয় গুণৱন্ত প্ৰভুই কোনো গৌৰৱানুভৱ নকৰি নিজমুখে প্ৰকাশ কৰিছিল যে---"পূৰ্ব্বতে প্ৰচাৰ কৰা গুৰু-সকলৰ ই ধৰ্ম্মীয় প্ৰভাৱৰ প্ৰতিফলনহে।" কোনো যশস্যাৰ অধিকাৰী হ'বলৈ তেৰা যে অনিচ্ছুক ই তাৰ জ্বলন্ত প্ৰমাণ। কেতিয়াবা কেতিয়াবা কোনো কোনো বিভিন্নপন্থী ভক্ত আৰু ধৰ্ম্মাধিকাৰীয়ে প্ৰভুৰ ওচৰলৈ কোমৰবান্ধি ধৰ্ম্মৰ বিতৰ্ক কৰিবলৈ আহিছিল যদিও তেৰাৰ ভাষণ শুনিয়ে স্তব্ধ হৈ মলিন মুখে উভতি যায় আৰু কোনো কোনোৱে তেৰাৰ ওচৰ চাপি আহি তেৰাৰ মহত্ব আৰু অগাধ পণ্ডিত্যত মুগ্ধ হৈ অৱনত শিৰে নিজ আত্মাৰ পিয়াহ পলুৱাবৰ বাবে ব্যস্ত হয়। এইদৰেই ধৰ্ম্মৰ ক্ষেত্ৰত অপ্ৰতুলভাৱে অগ্ৰসৰ ৰাজ্য তেৰাই জয় কৰি বঙ্গবিজয়ৰ সুখ্যাতি লাভ কৰিছিল। তেতিয়া বঙ্গৰাজ্য আছিল অবিভক্ত। উত্তৰ বঙ্গলৈ তেৰাই অবিৰাম সৰ্ব্বত্ৰ পৰিক্ৰমা কৰিবলগীয়া হৈছিল—ভক্তসকলৰ সাদৰ আহ্বানত। কোচবিহাৰৰ মধুপুৰ ধাম উদ্ধাৰ আৰু সংস্কাৰ কাৰ্যত তেৰাৰ প্ৰেৰণা আৰু অৰিহণাই আছিল মূল ভিত্তি। মধুপুৰত হোৱা মহাপুৰুষৰ পঞ্চশততম্ মহোৎসৱৰ অৱসান কালত পিছদিনা বাতিপুৱা সত্ৰ প্ৰাঙ্গণত অসমৰ সমবেত ৰাইজ আৰু সত্ৰীয়া ভকতক মিলিত কৰি উদ্‌যাপিত হোৱা মুকলি সভাত থানৰ ভৱিষ্যত সংৰক্ষণ আৰু উন্নতিৰ অৰ্থে প্ৰাণ বিগলিত উদ্দীপ্ত ভাষণ দি সকলোকে যিদৰে বিমোহিত কৰিছিল সেই দৃশ্য অবিস্মৰণীয়। সেই সভাত আমি কেবাজনেও তেৰাৰ লগত সভা পতা কামত সহযোগিতা কৰিবলৈ নিজে নিজে ধন্য হোৱাৰ উপৰিও ইহ জনম সাৰ্থক মানিছোঁ।

তেৰাৰ পৰিক্ৰমাৰ অন্ত নাই। বছৰৰ ভিতৰত ৯।১০ মাহ ধৰি গাঁৱে-নগৰে ভ্ৰমণ কৰি ফুৰে। কোনোৱে লগ পাবলৈ বিচাৰিলেও

তেৰাক লগ পোৱা অসম্ভৱ আছিল। আচৰিত কথা—লোকে বিচাৰিলে তেৰাৰ আত্মাই জানে আৰু অইন সময়ত তেৰাই নিজে আহি সেই স্থানত বা ভক্তৰ ঘৰত গৈ উপস্থিত হৈ মনৰ কথা প্ৰকাশ কৰি কয়। ইয়াৰ যথেষ্ট প্ৰমাণৰ অভাৱ নাই। আমাৰ মানত ইও এক অলৌকিকতা নিশ্চয়।

বঙ্গদেশৰ নানা ঠাইলৈ গৈ ধৰ্ম্মপ্ৰচাৰ কৰিয়ে এৰা নাই নতুনকৈ ঠায়ে ঠায়ে গীতাসত্ৰও স্থাপন কৰি গৈছে। তদুপৰি শিক্ষাৰ উন্নতি বিধানাৰ্থে মাধ্যমিক, উচ্চ মাধ্যমিক বিদ্যালয়ও পাতিছিল। বঙ্গ-দেশত বিশেষকৈ কৃষ্ণনগৰ, মাথাভাঙা, ক্ষেত্ৰী ফুলবাৰী, কৃষ্ণগোপাল, ৰাধাৰমণ, নিশিগঞ্জ, আদি উল্লেখযোগ্য গীতাসত্ৰ। এইবোৰ গীতা-সত্ৰৰ সকলো শিষ্য একশৰণ নামধৰ্ম্মী। প্ৰভুৰ কৃতিত্বৰ এইবোৰেই স্বাক্ষৰ।

নানা মত বিৰোধৰ কাৰণে অসমত প্ৰভুক পায়ো জাতীয় সমন্বয় গঢ়ি নুঠাটো দুৰ্ভাগ্যৰ কথা। অথচ অসমৰ কাৰণে তেৰাই কি কৰা নাই। মহামানৱ মহাত্মা গান্ধীয়ে ভাৰতত হৰিজন আন্দোলন কৰাৰ বহু পূৰ্ব্বেই তেৰাই সমন্বয় সাধনৰ উদ্দেশ্যে সমগ্ৰ অসমত নগৰে-প্ৰান্তৰে, পাহাৰে-ভৈয়ামে ঘূৰি-ফুৰি আপ্ৰাণ খাটি অসংখ্য হৰিজন, জনজাতি, অনুসূচিতসকল আৰু পিছ পৰা শ্ৰেণীৰ লোকক শুদ্ধি কৰি, শৰণ দি জাতীয় সংগঠনত অগ্ৰণী হ'ল। স্বাধীনতাৰ যুঁজত বীৰবিক্ৰমে লাগি ইংৰাজৰ হাতত নগাঁও আৰু চিলেটত জেল খাটিলে। জেলত থাকিয়ে তেৰাই শ্ৰীমদ্ভগৱদ্‌গীতাৰ অপূৰ্ব্ব ভাঙনি কৰিলে য'ত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্মৰ সমস্ত তত্ত্ব বিচাৰি পূৰ্ণৰূপ প্ৰকাশ কৰিছে। তদুপৰি নাম-ঘোষাৰ প্ৰতি পদৰ ভাবাৰ্থ লিখি মহাপুৰুষীয়া ধৰ্ম্মৰ বন্তি প্ৰজ্জ্বলিত কৰি তুলিছে। মহাপুৰুষৰ জন্মদিন পালন কৰি মহাপুৰুষক পুনৰ্জন্ম দিয়াবলৈ সমগ্ৰ অসমবাসীক প্ৰেৰণা যোগালে। মহাপুৰুষৰ জন্ম আৰু পৰলোকৰ স্থান দুডোখৰ সংস্কাৰ কৰোৱাই উজ্জ্বল কৰি

তুলিলে। খাচীয়া, গাৰো কাৰ্বি আংলং পাহাৰলৈ পৰ্য্যন্ত পৰিক্ৰমা কৰি গৈ মহাপুৰুষীয়া ধৰ্ম্মৰ বন্তি প্ৰজ্জ্বলন কৰিলে। মৰিগাঁও, বজালিৰ ডুমুৰীয়া, বগৰিগুৰি, জালাহ, দমদমাত গীতাসত্ৰ স্থাপন কৰাৰ উপৰিও হাউলীত মদনমোহন কীৰ্ত্তনঘৰ উদ্বোধন কৰিলে। এইদৰে তেৰাই পৰশুৰাম কুণ্ডৰপৰা ধুবুৰীলৈ নাম-কীৰ্ত্তন, অষ্টপ্ৰহৰ, পালনাম, ভাগৱত পাঠ আদি ধৰ্ম্মীয় সংস্কৃতি দিনে-নিশাই বিলাই অবুজ মানুহবোৰক নৈতিক-আধ্যাত্মিক শিক্ষা দি ঈশ্বৰ বিমুখ মানুহবোৰক ঈশ্বৰমুখী কৰিবলৈ সৰ্ব্বক্তিকাল খাটিছিল। এনেকি অন্তিম কালতো যি সময়ছোৱাত নিজে শোৱাপাটীৰপৰা উঠিব-বহিব নোৱাৰিছিল সেই অৱস্থাতো আহুত ভক্তৰ অনুৰোধ নেওচা নিদি দেৱীতলাৰ (গোৱালপাৰা জিলাৰ দক্ষিণে) পৰা, উত্তৰে অনুসূচিত জাতীয় বহু লোকে শৰণ ল'বলৈ বিচাৰি আহ্বান কৰাত কৃপাবিষ্ট হৈ মৰসাহ কৰি দিংদিঙালৈ আগবাঢ়িছিল। এনেকুৱা মৃত্যুঞ্জয়ী কৰ্ম্মবীৰ আছিল তেৰা যি জগতত অনন্য।

হোজাইত থকা তেৰাৰ ৩০ বিঘা মাটি সহ বিৰাট সম্পত্তি বিশ্ব হিন্দু পৰিষদক দান কৰিছিল। তদুপৰি মৰিগাঁৱৰ আশ্ৰম সহ সকলো মাটি-ঘৰ কেতিয়াবাই ৰাইজৰ হাতত অৰ্পণ কৰি দিছিল। তদুপৰি মাণিকপুৰ শ্ৰীশ্ৰীগোবিন্দ ভৱন গীতাসত্ৰৰ সকলো সম্পত্তি ১৪০ বিঘা মাটি সহ পুনঃ ৰেজিষ্টাৰ কৰি ৰাইজক দান কৰি দি যায়। এইবোৰেই তেৰা যে সম্পূৰ্ণ কামনাহীন নিস্বাৰ্থী দানবীৰ আৰু ত্যাগী আছিল তাৰ জ্বলন্ত পটন্তৰ—যি আদৰ্শ পাবলৈ ভাৰতত বিৰল।

প্ৰভুৰ জীৱনত আদৰ্শৰ এটি বৈশিষ্ট্য হ'ল অন্যান্য মহাপুৰুষ বা ধৰ্ম্ম প্ৰচাৰকসকলে নিৰ্দ্ধাৰিত সময়তহে পৰিক্ৰমা কৰিছিল কিন্তু তেৰাই আদৰ্শ স্বৰূপে কোনো জনজাতীয় সেৱকক ভাৰভেটি ল'বলৈ দি বছৰত ৯।১০ মাহ ধৰি য'তে ৰাতি ত'তে কাটি হৈ গাঁৱে গাঁৱে দুৰ্গম পথ অতিক্ৰম কৰি পদব্ৰজে পৰিক্ৰমা কৰি ফুৰিছিল।

মাণিকপুৰ গীতাশ্ৰমত জিৰণি ল'বৰ অৱকাশেই নাপাইছিল। পৰিক্ৰমা কৰোঁতে বিলাসী ঠাই ভাল ঘৰত নাথাকি তেৰাই কোনো জুপুৰা ঘৰতহে নিবাস কৰিছিল। লগত লগুৱা ৰাখিছিল শৰণীয়া জনজাতীয় লোকক। তেৰাই আমাক প্ৰকাশ কৰি কৈছিল— "শৰণীয়া জনজাতীয়সকলক আমি যে ঘৃণা নকৰোঁ এই বিশ্বাস জন্মাবলৈ তেওঁলোকক সঙ্গত কৰি লোৱা কৰ্ত্তব্য।" কাৰ্য্যক্ষেত্ৰতো তেৰাই তাকেই কৰিছিল। নগাঁৱত শ্ৰীনিৰ্ম্মলানন্দ মেধি, টেঙৰ পাটৰ আৰু ৺ভেবলা পাটৰ আছিল তেৰাৰ নেৰানেপেৰা লগুৱা। এওঁলোক লালুং জাতীয়। মৰিগাঁও গীতাসত্ৰৰ প্ৰথম অধিকাৰ আছিল লালুং আনন্দি পাটৰ। মাণিকপুৰত প্ৰধান লগুৱা আছিল ৰাজবংশী শ্ৰীতাৰক বৰ্ম্মন। প্ৰভুক মুখাগ্নি কৰিছিল বৰ্ত্তমান মাণিকপুৰ শ্ৰীশ্ৰীগোৱিন্দ ভৱন গীতাসত্ৰৰ সেৱিকা ঘাই মাতৃ স্বৰূপা শ্ৰীবিজুলী ৰায় ( ৰাজবংশী )। এইবোৰ কাৰ্য্যৰ উদ্দেশ্য আৰু তত্ত্ব বুজিব নোৱাৰি সেই সময়ত তেৰাক "ট্ৰাইবেলৰ গুৰু" বুলিহে বহুতে উপলুৱা কৰিছিল। অথচ তেৰা যে আব্ৰাহ্মণ চাণ্ডাল সকলোৰে গুৰু হৈ মানুহক মানৱতা অৰ্জ্জনৰ বাট দেখুৱাবৰ কাৰণে অৱতীৰ্ণ হৈছিল এই কথা বহুতৰ উপলব্ধি হোৱাই নাছিল।

প্ৰভুই বাৰ বছৰ ( ১৯৪৩ চনলৈকে ) নিৰুদ্দেশ হৈ থকা কালত তেৰাৰ লগত কোন আলধৰা আছিল আৰু ক'ত ক'ত আছিল কোনেও নাজানে। পৰম ভাগৱতী শ্ৰীমুকুন্দ পাঠকে ( বৰ্ত্তমান বৰপেটা গোৱৰ্দ্ধনাত বসতি ) তেৰাৰ লগত সঙ্গী হৈ হৰিদ্বাৰ, বদৰিকাশ্ৰম, হৃষীকেশ আদি তীৰ্থত কেবা বছৰ ধৰি আছিল আৰু তেৰাৰ আশীৰ্ব্বাদ লভি তেওঁ বহু জ্ঞান আহৰণ কৰা বুলি কৈছে। নিৰুদ্দেশ কালৰ কিছু বিৱৰণ বিচাৰিলে হয়তো এতিয়াও পাব পাৰি। নিৰুদ্দেশ হোৱা কালতে তেৰাই বিহাৰৰ ( গয়াৰ ) যোগী সাধক পৰমানন্দ পৰমহংসদেৱক গুৰু মানি সৰ্ব্বশাস্ত্ৰ মন্থন কৰিছিল বুলি আমাৰ আগত তেৰাই ব্যক্ত কৰিছিল। গুৰু পৰমহংসদেৱে

চাৰিশ বছৰৰ ওপৰকাল জীয়াই আছিল বুলি তেৰাই হাউলীৰ ওচৰত মৌটুপুৰী গাঁৱৰ ভক্ত ৺পবন চন্দ্ৰ পাঠকক ভজন দিয়া কালত আমালোক কেবাজন গুৰুভাইৰ আগত প্ৰকাশ কৰিছিল। সেই সময়তে তেৰাই ( ইং ১৯৪৭ ) তিনিওজনা মহাপুৰুষৰ মহাপ্ৰয়াণৰ পবিত্ৰ ভূমি কোচবিহাৰত প্ৰয়াণ লভিম বুলি আবেগেৰ আত্মপ্ৰকাশ কৰিছিল যদিও তেৰাৰ সেই কথা নৰজিল—মাণিকপুৰ অঞ্চলৰ ধৰ্মপ্ৰাণ ৰাইজ আৰু ভক্তবৃন্দৰ একান্ত আক্ৰোশতে নিশ্চয়। তেৰাই ৯৫ বছৰ বয়সত নিজৰ জন্মভূমিতে নিজৰ প্ৰধান লীলাভূমি মাণিকপুৰ শ্ৰীশ্ৰীগোৱিন্দ ভৱন গীতাসত্ৰত সকলোকে চমক খুৱাই মহাপ্ৰয়াণ লভিলে। দুঃখৰ বিষয় তেৰাৰ পবিত্ৰ জন্মস্থান তিতাপানী মৌজাৰ বালাগাঁও মুছ্‌লিম বসতি প্ৰধান হৈ এতিয়াও অচিনাকি হৈ আছে।

প্ৰভুৱে ভাষণ প্ৰসঙ্গত কৈছিল যে ভগৱান প্ৰত্যেকৰ হৃদয়ত অন্তৰ্য্যামী হৈ লুকাই আছে। জুইৰ তাপ চেঁচা শৰীৰত সঞ্চাৰ হৈ তপত হোৱাৰ দৰে সুদৃঢ় ভক্তিৰ বলত হৃদয়ত থকা আত্মাও জাগ্ৰত হৈ চৈতন্য লাভ কৰি ঈশ্বৰ ভাবৰ উপলব্ধি হয়। ভক্তি অতি গাঢ় হ'লে ভগৱানে মনুষ্য আকাৰে দৰ্শন দি ভক্তক ধন্য কৰে। ঈশ্বৰ দৰ্শন যেয়ে লভিব পাৰে সেই সৌভাগ্যৱান ভক্তই পৃথিৱীত থাকিও বৈকুণ্ঠ-সুখ লাভ কৰে। তাকে জীৱন্মুক্ত বোলা হয়। প্ৰভু তেনে এজন জীৱন্মুক্ত পুৰুষ আছিল। এনে পুৰুষৰ গাত ভগৱানৰ অলৌকিক শক্তি থকাটো কেতিয়াও অবিশ্বাস্য হ'ব নোৱাৰে। বিশ্বত অৱতীৰ্ণ হোৱা মহাপুৰুষ, পয়গম্বৰ আৰু ঈশ্বৰ-পুত্ৰসকলেই এই সত্যৰ জাজ্বল্যমান স্বাক্ষৰ। ভগৱান সৰ্ব্বশক্তিমান হোৱা হেতুকে আত্ম শুদ্ধতাত বলীয়ান মানৱো অসীম শক্তিৱন্ত হোৱাটো অমান্য নহয়। প্ৰাকৃত বাস্তৱবাদী লোকে মনুষ্যৰ অলৌকিকতা মানিব নোখোজাটো আচলতে অস্বাভাৱিকতাহে। ধৰ্ম্ম সম্পূৰ্ণ বিজ্ঞানসম্মত। ধৰ্ম্মৰ প্ৰত্যেকটো নিয়ম-নীতি, প্ৰাৰ্থনা, আসন,

প্ৰাণায়াম, যোগ সাধনা বিজ্ঞানসম্মত ব্যৱস্থাহে। সম্পূৰ্ণ আত্মতত্ত্ব জ্ঞানহীন লোকৰ বাবে এই কথা উপলব্ধি হোৱাটো অসম্ভৱ। ভাৰতবাসী পশ্চিমীয়া বস্তুবাদী পূৰ্ব্বেও নাছিল, এতিয়াও নহয়। ভাৰতীয় সভ্যতা-সংস্কৃতিৰ বিশেষত্ব ইয়াতে।

গীতা, ভাগৱত, নামঘোষা আদি নিগম শাস্ত্ৰই কোৱাৰ দৰে প্ৰভুয়ো ১৯৫০ চনত ভাষণ প্ৰসঙ্গত কৈছিল যে চৈতন্য ঈশ্বৰক মানুহে দেখা পাব পাৰে। পৃথিৱীৰ সকলো ঠাইৰপৰা ভাপ উঠি আছে যদিও আমি তাক দেখা নেপাওঁ। সেই ভাপ ওপৰলৈ গৈ মেঘত পৰিণত হৈ বৰষুণ হৈ যেতিয়া পৃথিৱীত পৰে তেতিয়া তাক আমি দেখা পাওঁ। তাপ কম-বেছি পৰিমাণে পৃথিৱীৰ সকলোতে আছে যদিও তাকো আমি দেখা নেপাওঁ। অধিক ঘনত্বত সেই তাপ জুইত পৰিণত হ'লে তাক আমি দেখোঁ। দিয়াশলাইৰ কাঠী এটা দিয়াশলাইৰ বাহত ঘঁহি দিলে তাক জুইৰ ৰূপত আমি দেখা পাওঁ। ঈশ্বৰ দৰ্শনো তদ্ৰূপ। ভক্তি গাঢ় হ'লে চৈতন্যময় শ্ৰীকৃষ্ণকো প্ৰকৃত ভক্তই চাক্ষুষভাৱে দেখে আৰু তেওঁৰ লগত কথাও কয়। গীতাত ভগৱানে কৈছে—

মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেৱৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে ॥

ভগৱান চৈতন্যময়, সেইবাবে তেওঁৰ নামটোও চৈতন্যময়। একান্তচিত্তে আৰু সুদৃঢ়ভাৱে প্ৰভুৰ নাম সততে ল'লে আৰু স্মৰণ কৰিলে নিদ্ৰিত লোকক নামধৰি টানকৈ মাতিলে সাৰ পাই উঠাৰ দৰে হৃদয়ত থকা অন্তৰ্য্যামী ভগৱন্ত শ্ৰীকৃষ্ণয়ো জাগ্ৰত হৈ দেখা দি থাকে। একান্তভাৱে নাম নল'লে প্ৰভু কেতিয়াও নাজাগে আৰু হৃদয়ত ৰূপ নধৰিলে কেতিয়াও দৰ্শন নিদিয়ে। ৰূপ দেখাৰ উপায় হৈছে একমাত্ৰ প্ৰতীক দৰ্শন। শ্ৰীকৃষ্ণৰ মূৰ্ত্তি বা প্ৰতীক বিহনে চঞ্চল মনটো একীভূত হোৱা অসম্ভৱ। শ্ৰীকৃষ্ণত মনোযোগ দিয়াৰ কাৰণেই অৰ্থাৎ ৰূপ ধ্যান কৰিবলৈ একান্ত ভাব অনাৰ কাৰণে

আৰু তেওঁত ভক্তি জন্মাবলৈ কৃষ্ণ মূৰ্ত্তিৰ একান্ত দৰ্কাৰ। অন্যথায় শ্ৰীকৃষ্ণৰ ৰূপহীন নামৰ মাহাত্ম্যত ইহ জন্মত উপলব্ধি হ'লেও দৰ্শন মিলাৰ সৌভাগ্য হোৱা টান। 'আচৰাৎ ধৰ্ম্ম'। আচৰণ নকৰিলে কেৱল জানিলে, শুনিলে, লিখিলে শ্ৰীকৃষ্ণ দৰ্শনতো নহয়েই, উপলব্ধি কৰি মনৰ শান্তি লাভৰো আশা নাই। হৃদয়ত ৰূপ ধাৰণ কৰিব পাৰিলে কুকৰ্ম্ম, কুচিন্তাৰপৰাও মানুহে হাত সাৰিব পাৰে। আমি অজ্ঞানতাবশতঃ কামনাৰ বশীভূত হোৱা বাবে ভগৱান শ্ৰীকৃষ্ণ দৰ্শন লাভ কৰিব নোৱাৰোঁ। ভগৱান বৈকুণ্ঠত ৰূপ ধৰি আছে। তেওঁৰ গাৰপৰা ওলোৱা দিব্য জ্যোতিৰদ্বাৰা অনন্ত কোটি ব্ৰহ্মাণ্ড আলোকিত কৰি আছে।

ভগৱান নিৰাকাৰ-সাকাৰ দুয়ো প্ৰকাৰ যদিও দেৱাদিদেৱ সগুণ সাকাৰৰূপী দৈৱকীনন্দন শ্ৰীকৃষ্ণহে আমাৰ উপাস্য। মহাপুৰুষে অনাদি পাতনত লিখিছে—"নানা শাস্ত্ৰ পঢ়ি, কৰে বুদ্ধি ভেদ, নাজানি তত্ত্ব তাহাৰ। তাকে সত্য মানি, যত মূঢ় প্ৰাণী, বোলে ব্ৰহ্ম নিৰাকাৰ॥" তেওঁৰ গাৰপৰা ওলোৱা আলোকৰ অতি সূক্ষ্ম কণিকাস্বৰূপ আমি সকলোৱে একোটা আত্মা। এই আত্মাৰূপে পৰমাত্মা ভগৱন্তই অন্তৰ্য্যামী হৈ জগতৰ সকলো পঞ্চভূততে ব্যাপকভাৱে স্থিতি লৈ আছে। সেইবাবে আমাৰ এই অস্থায়ী জড় দেহ ধ্বংসপ্ৰাপ্ত হ'লেও আত্মা যিহেতু অমৰ সেইবাবে মানুহো অমৰ। আমাৰ গাত জড় দেহ আৰু চৈতন্যময় আত্মা দুটা বস্তুৰ মিলন হৈ আছে। আত্মা নোহোৱা হ'লে আমি মৰা বুলি কওঁ। অমৰ আত্মা ভগৱন্তৰ অংশ বাবেই সেই আত্মাৰ সংযোগত থকা হেতু মৰণশীল দেহটোৱে জগতত সবাৰো মৃত্যু হোৱা দেখে যদিও সঙ্গ প্ৰভাৱত নিজে অমৰ ভাব লৈ থাকে। ইও এক আশ্চৰ্য্য।

ভাৰতৰ হিন্দু ধৰ্ম্মতহে ভগৱান কৃষ্ণক মানুহে স্বচক্ষে দেখে বুলি স্বীকৃত। নিৰাকাৰবাদীসকল এই চিন্তাধাৰাৰ সম্পূৰ্ণ বাহিৰত। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই সাকাৰ ভাবপ্ৰৱণতা সুন্দৰভাৱে

প্ৰকাশ কৰিছে। তেৰা এজন অনন্য মহাপুৰুষ। শঙ্কৰদেৱৰ লগত কাৰো তুলনা নহয়। দৈৱকীনন্দন ভগৱান কৃষ্ণ যে পূৰ্ণ পৰমব্ৰহ্ম পুৰুযোত্তম আৰু তেওঁ যে তেওঁৰ পুত্ৰসবক উদ্ধাৰ কৰাৰ উদ্দেশ্যে সগুণ সাকাৰ ৰূপে ভূ-ভাৰতত জগতগুৰু ৰূপে জন্ম লাভ কৰিছিল এই কথা গোটেই বিশ্বত কিয় ভাৰততে এতিয়াও বহুলাংশৰ উপলব্ধি হোৱা নাই। ভাৰতত বহু পণ্ডিত আৰু মহাপুৰুষে এই পৰম ভাবৰ উপলব্ধি আৰু বিস্তাৰৰ কাৰণে জীৱন পাত কৰি অপৰিসীম চেষ্টা কৰি গৈছে যদিও আংশিকভাৱেহে সফলকাম হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে কিন্তু তেৰাৰ অসীম অতুলনীয় গুণৰদ্বাৰা লোকক কেৱল কৃষ্ণমুখী কৰাই নহয় প্ৰত্যেক ব্যক্তিয়ে যাতে পাৰ্থিৱ জড় দেহেৰে চৈতন্যময় কৃষ্ণক উপলব্ধি কৰি স্বচক্ষে তেওঁৰ ৰূপ দৰ্শন কৰি দুৰ্ল্লভ মনুষ্য জন্ম সাৰ্থক কৰিব পাৰে তাৰ সুগম উপায় দি নিজ আদৰ্শেৰে জীৱ উদ্ধাৰ কৰি গৈছে। বিশ্ব মানৱতা অৰ্জ্জনব সুগম উপায় মহাপুৰুযজনাই অসমতে প্ৰকাশ কৰাত আমি পৰম ধন্য হৈছোঁ। তেৰাৰ প্ৰৱৰ্ত্তিত একশৰণ নামধৰ্ম্মৰ কথা বিশ্বত কিয় ভাৰততে সৰ্ব্বত্ৰ অপ্ৰকাশিত আৰু অজ্ঞাত। এনেকি মহাপুৰুষ শঙ্কৰদেৱৰ নামকে অইন ৰাজ্যবোৰে নাজানে। গুৰুজনাৰ কথা প্ৰচাৰ কৰিব নোৱৰাটো আমাৰ অযোগ্যতাৰ পৰিচয় নহয়নে? মহাপুৰুষ মাধৱদেৱে গুৰুৰ গৰিমাৰ কথা সম্পূৰ্ণ কৈ উপলব্ধি কৰিছিল বাবেই তেওঁ কৈছে--"একশৰণ নাম ধৰমকহো ৰাজা"।

প্ৰভু শ্ৰীমৎস্বামী কৃষ্ণানন্দৰ দিব্য ৰূপ, সাহিত্য প্ৰতিভা, অদ্ভুত বাক্‌শক্তি, সৰ্ব্বধৰ্ম্মৰ অভিজ্ঞতা, সমুদ্ৰ সদৃশ জ্ঞানৰ বিশালতা, অসামান্য প্ৰতিভা, সকলোৰে প্ৰতি কৃপা, সমন্বয় সাধনত চতুৰতা, দানশীলতা, ক্ষমাশীলতা, অলৌকিক ক্ষমতা, নিৰ্লিপ্ততা আদি গুণ-বোৰলৈ চাই তেনে সৰ্ব্বগুণসম্পন্ন পুৰুষ অতি বিৰল বুলি ক'ব পাৰি। মহাপুৰুষ মাধৱদেৱৰ দৰে তেওঁ চিৰকৌমাৰ্য্য ব্ৰত পালন কৰিছিল। পূৰ্ব্বতে ভৱেন্দ্ৰ ব্ৰহ্মচাৰী নামেহে খ্যাত প্ৰভুই গীতা

শাস্ত্ৰৰ প্ৰতিটো বাণী তেওঁৰ জীৱন-প্ৰৱাহত আচৰণ কৰি ঘুণাক্ষৰেও ত্ৰুটী নকৰাকৈ থাকি জীৱন্ত গীতা ৰূপে প্ৰতিপন্নতা লভিছিল। ঈশ্বৰ সেৱাত ব্ৰতী হৈ অপাৰ দুখ-কষ্টক নেওচি তেওঁ সমগ্ৰ ভাৰতবৰ্ষ পদব্ৰজে ভ্ৰমণ কৰি নানা তীৰ্থস্থান পৰ্য্যটন, সাধু-সন্ত, মহন্ত, সন্ন্যাসী, যোগী আৰু পৰমহংসসকলৰ সঙ্গত থাকি বিভিন্ন ধৰ্ম্মৰ শাস্ত্ৰবোৰ মন্থন কৰি সাধনাত সিদ্ধি লাভ কৰে। তেওঁ প্ৰায় বাৰ বছৰ কাল নিৰুদ্দেশ হৈ হিমালয়ত তপস্যা কৰি থকা সময়তে গয়াৰ তপস্বী মহাত্মা পৰমানন্দদেৱক গুৰু মানি সাধনাত ব্ৰতী হয় আৰু তেতিয়াই সৰ্ব্বসিদ্ধি লভি স্বামী উপাধি লাভ কৰে। ইয়াৰ আগতে তেওঁ গৌৰীপুৰত হাইস্কুলত পঢ়া কালতে সিদ্ধ পুৰুষ আশুতোষ মুখোপাধ্যায়ৰ ওচৰত ব্ৰহ্মচৰ্য্য ব্ৰত আৰু ৰাধাক্ষেপা যোগীবৰৰপৰা যোগ সাধনা শিক্ষা লাভ কৰে। মৰিগাঁৱত থাকোঁতে প্ৰভুই কালী সাধনাতো সিদ্ধি লাভ কৰে বুলি জনা যায়।

হিমালয়স্থ শ্ৰীগুৰুৱে প্ৰভুক জনসাধাৰণৰ মাজত ধৰ্ম্ম-বাণী প্ৰচাৰ কৰাৰ বাবে আদেশ দিয়াত তেৰাই প্ৰথমে অযোধ্যাত কিছুদিন থাকি তাত সৰ্ব্বভাৰতীয় বিশিষ্ট পণ্ডিতবৰ্গৰ লগত ধৰ্ম্মীয় তৰ্ক-যুদ্ধত অৱতীৰ্ণ হ'ব লগা হয়। তাত তেওঁ বিজয়ী হৈ উত্তৰ ভাৰতৰ বিভিন্ন স্থানত ভাগৱতৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰে। তেওঁৰ ভাষণত আকৃষ্ট হৈ কিছুসংখ্যক লোকে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। সেই সময়ৰ উত্তৰ প্ৰদেশৰ শিষ্য এজনে বহু বছৰ পিছত প্ৰভুক বিচাৰি মাণিকপুৰত উপস্থিত হৈ গুৰুৰ প্ৰতি যিভাৱে ভক্তিৰ পৰাকাষ্ঠা প্ৰদৰ্শন কৰিছিল নিজ চকুৰে দেখি আমি অতিশয় লজ্জিত হৈছিলোঁ। অযোধ্যাৰ পিছত প্ৰভুই এলাহাবাদ, লক্ষ্ণৌ আৰু বাৰাণসী বিশ্ববিদ্যালয়ত ভাষণ দিবলৈ নিমন্ত্ৰণ পায়। সেইবোৰ ঠাইত ভাষণ দিয়াৰ পিছত তেওঁৰ প্ৰভাৱ উত্তৰ ভাৰতৰ বহু ঠাইত পৰে। হিন্দী ভাষাত তেওঁৰ যথেষ্ট জ্ঞান আছিল। তেওঁৰ অমৃতময় ভাষণ শুনিবলৈ বহু দূৰৰপৰা সকলো সম্প্ৰদায়ৰ লোক আকৰ্ষিত

হৈ লৰি আহিছিল। ১৯৪৭ চনত হাউলীৰ ৰাসৰ ধৰ্ম্ম সভাত হেজাৰ হেজাৰ মুছলিম সম্প্ৰদায়ৰ লোকে তেওঁৰ ভাষণ শুনিবলৈ অহা দৃশ্য আমি নিজে দেখিছোঁ। সেই বছৰতে ১৫ আগষ্টৰ দিনা হোৱা হাউলীৰ সভাত প্ৰভুৰ ভাষণ শুনিবলৈ হেজাৰ হেজাৰ বড়ো কছাৰী আৰু বিভিন্ন সম্প্ৰদায়ৰ লোকৰ উপস্থিতি আৰু উদ্দীপ্ত ভাষণ শুনি সকলোৰে মুখ আনন্দত উদ্ভাসিত হোৱা চিত্ৰ আজিও মনত জিলিকি আছে। আমাৰ ধৰ্ম্মৰ প্ৰতি হোৱা অৱক্ষয়-অৱহেলাৰ বাবে প্ৰভু সমগ্ৰ ভাৰতবৰ্ষ কিয় অসমতে যেন অনুজ্জ্বল হৈ পৰাৰ অৱস্থা। আজিও তেৰাৰ সমাধি মন্দিৰটো সাজি উলিয়াব পৰা নাই। এবছৰ আগতে প্ৰভুই চৈতন্যৰূপে আৱিৰ্ভূত হৈ মাণিকপুৰ গীতাসত্ৰৰ প্ৰধান সেৱিকা শ্ৰীবিজুলী ৰায়ৰ আগত তাৰ বাবে আক্ষেপ কৰি কৈ গৈছে। প্ৰভুৰ এনেধৰণৰ অলৌকিক মাহিমাৰ কথা বহু আছে।

লাহোৰ আৰু কটক বিশ্ববিদ্যালয়তো ভাষণ দিয়া কথা প্ৰভুই আমাক নিজে কৈছিল। বিহাৰতো তেৰাৰ বহু শিষ্য আছে। পশ্চিমবঙ্গ আৰু বিহাৰৰ সীমাত ছাহজাদপুৰ চহৰত প্ৰভুক এবাৰ সভা এখনত ভাষণ দিবলৈ মাতিলে। সেই ঠাইৰ বাসিন্দাৰ চাৰি ভাগৰ তিনি ভাগেই মুছলমান। প্ৰভুৰ ভাষণ শুনি ৰাইজ ইমান আনন্দিত আৰু বিমুগ্ধ হ'ল যে পিছদিনা মুছলমান ৰাইজে এখন প্ৰতিযোগিতামূলক ধৰ্ম্মসভা পাতি কেবাজনো বিখ্যাত মৌলানাৰ লগতে বেদ আৰু কোৰাণৰ ওপৰত প্ৰভুকো ভাষণ দিবলৈ আহ্বান জনালে। প্ৰভুৰ ভাষণত সকলোবোৰ স্তব্ধ হৈ তেৰাৰ ওচৰত নতি স্বীকাৰ কৰিলে। সেই সভাৰ পিছতে বঙ্গদেশৰ নাকালিয়া চহৰত আন এখন ধৰ্ম্মসভাত বিশিষ্ট নেতা শশধৰ কুণ্ডু আৰু বঙ্গীয় সাহিত্যৰ মুকুট শৰৎচন্দ্ৰ চট্টোপাধ্যায় আছিল ক্ৰমে সভাপতি আৰু বিশিষ্ট বক্তা। সেই সভাত সাতঘণ্টা জুৰি দিয়া প্ৰভুৰ ভাষণ শুনাৰ পিছত তেওঁক "বঙ্গ বিজয়ী বীৰ" উপাধি দিছিল। পূৰ্ব্বৰ

বঙ্গদেশত প্ৰভুৰ অগণন শিষ্য আছে। বাংলাদেশ সৃষ্টি হোৱাৰ পিছতো শিষ্যসকলৰ আহ্বানত তেওঁ তালৈ গৈ হিন্দু-মুছলিমৰ সমন্বয় সাধনৰ বাবে কেবাখনো ধৰ্ম্মসভাত ভাষণ দিবলগীয়া হৈছিল। সমগ্ৰ ভাৰততে প্ৰভুৰ দৰে সৰ্ব্বধৰ্ম্মত পূৰ্ণ অভিজ্ঞ প্ৰতিভাশালী লোক আছে নে নাই সন্দেহ। উত্তৰবঙ্গত প্ৰভুৰ ধৰ্মীয় প্ৰভাৱ অপ্ৰতুল।

উত্তৰবঙ্গত তেওঁ ঘুৰুৱা-ফুৰা ঠাই নাই আৰু তেৰাৰ ভাষণত বিমুগ্ধ নোহোৱা লোকো নোলাব। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱৰ লীলাক্ষেত্ৰ এই ৰাজ্যত একশৰণ নামধৰ্ম্ম বিলুপ্তপ্ৰায় হোৱাত প্ৰভুৰ প্ৰভাৱত পুনৰ হেজাৰ হেজাৰ লোকে এই ধৰ্ম্ম গ্ৰহণ কৰে। তেৰাৰ ধৰ্মীয় প্ৰভাৱ আৰু অলৌকিক শক্তিৰ বলতে আজি অসম-বঙ্গ অপূৰ্ব্বভাৱে ধৰ্ম্মৰাজ্য ৰূপে সংগঠিত হৈছে। উাৰথ্যাৰ পুৰীধামতো স্বামীজীৰ ধৰ্মীয় প্ৰতিভাত মুগ্ধ হৈ কেবাজনো পাণ্ডাই তেৰাৰ শ্ৰীচৰণত শৰণ লয়। পঞ্জাৱ-হাৰিয়ানা আৰু ৰাজস্থানতো স্বামীজীৰ বহু শিষ্য থকা কথা গৌৰীপুৰ নিবাসী একান্ত ভক্ত শ্ৰীমঙ্গলচাঁদ আগৰৱালা আৰু শ্ৰীবিমল হৰলালকাই কয়। তেওঁ-লোক প্ৰভুৰ পুৰণি শিষ্য।

নগাঁও জিলাৰ মৰিগাঁও প্ৰভুৰ প্ৰথম লীলাভূমি। তাত মাইনৰ স্কুল এটাৰ প্ৰধান শিক্ষক হৈ থাকি সেই অঞ্চলৰ লালুং আৰু অন্যান্য জনজাতীয় লোকসকলক তেৰাই শৰণ দি নৈষ্ঠিক হিন্দুত পৰিণত কৰি তোলে। মৰিগাঁৱত থাকোঁতেই তেৰাই দিছিয়াল সত্ৰৰ সত্ৰাধিকাৰ জয়কান্ত মহন্তৰ ওচৰত শৰণ লৈ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ নামধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত ব্ৰতী হয়। মৰিগাঁৱতেই তেৰাই প্ৰথম সত্ৰ স্থাপন কৰে।

ভাৰত-স্বাধীনতা আন্দোলনত প্ৰভুই সক্ৰিয় অংশ গ্ৰহণ কৰি দুবাৰ কাৰাবৰণ কৰি জনগণক জাগ্ৰত কৰিছিল। স্বাধীনতাৰ

পিছত প্ৰয়াত মতিৰাম বৰা আৰু মহেন্দ্ৰ মোহন চৌধুৰীৰ অনুৰোধত ১০ বছৰকাল বিধায়ক হৈ থাকোঁতে তেওঁ ৰাজধানী শ্বিলঙত একশৰণ নামধৰ্ম্মৰ আলোড়ন সৃষ্টি কৰে। মধুপুৰ সত্ৰৰ নিৰ্ম্মাণ কাৰ্য্যও তেৰাৰ চেষ্টাতেই অসম চৰকাৰৰ সাহায্যেৰে আৰম্ভ কৰা হয়।

১৯৪৩ চনত স্বামীজীয়ে গোৱালপাৰা জিলাৰ মাণিকপুৰৰ ওচৰৰ বৰিগাঁৱত তেওঁৰ ভাতৃ ৰত্নকান্ত চৌধুৰীৰ ঘৰত থাকি শুৱালকুছিত পতা মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱলৈ গৈ প্ৰায় এসপ্তাহ কাল তাত থাকি বেদ-বেদান্ত, গীতা-ভাগৱত, উপনিষদ আদিৰ অমূল্য ভাষণ দান কৰি মহাপুৰুষীয়া ধৰ্ম্মৰ শ্ৰেষ্ঠত্বৰ কথা সকলোকে বুজাই কয়। শুৱালকুছিৰ উৎসৱৰ পিছতে স্বামীজীৰ অপ্ৰতুল ধৰ্ম্ম-জ্ঞানৰ কথা সমগ্ৰ অসমতে প্ৰচাৰ হয়। সেই সময়তে বৰনগৰ অঞ্চলত নিমানন্দ স্বামী নামৰ এজন শিক্ষিত অসমীয়া লোকে মহাপুৰুষ শঙ্কৰদেৱক মায়াবাদী বুলি কৈ তেৰাৰ বিৰুদ্ধে নানা কথা প্ৰচাৰ কৰা বাবে তেওঁৰ কথাৰ প্ৰতিবাদ কৰিবলৈ চকচকা নামৰ ঠাইত এখন বিৰাট সভা বহে। সেই সভাত অসমৰ কেবাজনো বিদগ্ধ সংস্কৃত পণ্ডিত উপস্থিত আছিল। তেওঁলোক নিমানন্দৰ হাতত পৰাস্ত হোৱাত স্বামীজীয়ে শাস্ত্ৰীয় যুক্তিৰে নিমানন্দক ধৰাশায়ী কৰে। সেই সভাৰ পিছতেই স্বামীজীৰ জ্ঞান-গৰিমাৰ কথা প্ৰচাৰ হ'বলৈ ধৰে।

১৯৪৮ চনত বৰপেটা সত্ৰত অনুষ্ঠিত মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱত পাঁচ দিন ধৰি স্বামীজীৰ অপূৰ্ব্ব ভাষণ শুনি সমবেত বৰপেটাবাসীয়ে আনন্দত আপ্লুত হৈ "স্বামীজী ঈশ্বৰঅংশী মহাপুৰুষ" বুলি কৈ অসমৰ বাহিৰত একশৰণ নামধৰ্ম্ম প্ৰচাৰাৰ্থে সত্ৰৰ পাট-চাঙত বহি লিখিতভাৱে তেৰাক অনুমতি প্ৰদান কৰে। বৰপেটাৰ উক্ত জন্মোৎসৱ প্ৰভুৰ নেতৃত্ব আৰু পৰামৰ্শতেই অনুষ্ঠিত হৈছিল।

ইয়াৰ পিছতে মধুপুৰ সত্ৰত মহাপুৰুষ শঙ্কৰদেৱৰ পঞ্চশততম্ বাৰ্ষিক জন্মোৎসৱ মহা সমাৰোহেৰে পতা হয়। সেই উৎসৱ অসম আৰু উত্তৰ বঙ্গৰ ধৰ্ম্মীয় সমন্বয় সাধনৰ অপূৰ্ব্ব মিলনক্ষেত্ৰ হৈ উঠিছিল। উৎসৱৰ পিছদিনা কোচবিহাৰ নগৰত য'ত মহাৰাজ নৰনাৰায়ণে মদনমোহন মন্দিৰ স্থাপন কৰিছিল তাতে মন্দিৰ প্ৰাঙ্গণত অসম আৰু উত্তৰ বঙ্গৰ ধৰ্ম্মপ্ৰাণ ৰাইজৰ মহামিলনত আৰু আপ্ৰাণ সহযোগত অনুষ্ঠিত হোৱা সভাই আকাশ-পাতাল কঁপাই তুলিছিল। মহাপুৰুষৰ ধৰ্ম্ম-সংস্কৃতিক পাহৰণিৰ গ্ৰাসৰপৰা পুনৰুদ্ধাৰ কৰি প্ৰভুই যি প্ৰাণাকৰ্ষক তেজস্বী ভাষণ দিছিল তাৰ প্ৰভাৱ আৰু ক্ৰিয়া চিৰ উদ্ভাসিত।

কোচবিহাৰ ৰাজ্যৰ ভক্তপ্ৰাণ লোকসকলেহে প্ৰভুৰ মহিমা ভালদৰে বুজে। নিৰ্লিপ্ত, নিৰালম্ব গুণৱন্ত প্ৰভুই কোনো গৌৰৱ অনুভৱ নকৰি নিজমুখে প্ৰকাশ কৰিছিল, "পূৰ্ব্বতে প্ৰচাৰ কৰা গুৰুসকলৰ ই ধৰ্ম্মীয় প্ৰভাৱৰ প্ৰতিফলনহে, আমি কোনো যশস্যাৰ অধিকাৰী নহয়।" কেতিয়াবা কোনো ভিন্ন পন্থী ভক্ত আৰু ধৰ্ম্মাধিকাৰীয়ে প্ৰভুৰ ওচৰলৈ কোমৰ বান্ধি তৰ্ক কৰিবলৈ আহি প্ৰভুৰ গুৰু গম্ভীৰ ভাষণ শুনি ম্লান মুখে উভতি যোৱা দৃশ্য আমি নিজে দেখিছোঁ। প্ৰভুই কোনোদিনে নিজ গৌৰৱৰ কথা প্ৰকাশ কৰা নাই।

নানা মত-বিৰোধৰ বাবে অসমত প্ৰভুক পায়ো জাতীয় সমন্বয় গঢ়ি নুথাটো দুৰ্ভাগ্যৰ কথা। অসমৰ কাৰণে প্ৰভুই কি কৰা নাই। মহামানৱ মহাত্মা গান্ধীয়ে ভাৰতত হৰিজন আন্দোলন কৰাৰ বহু পূৰ্ব্বেই ভেৰাই সমন্বয় সাধনৰ উদ্দেশ্যে সমগ্ৰ অসমত ঘূৰি-ফুৰি আপ্ৰাণ খাটি অসংখ্য হৰিজন, জনজাতি আৰু পিছ পৰা শ্ৰেণীৰ লোকক শুদ্ধ কৰি শৰণ দিয়ে। শ্ৰীমদ্ভগৱদ্গীতাৰ অসমীয়া অনুবাদেৰে মহাপুৰুষীয়া ধৰ্ম্মৰ তত্ত্বসমূহ সুন্দৰভাৱে প্ৰকাশ কৰাৰ

উপৰিও নামঘোষা ভাৱামৃত নামৰ গ্ৰন্থখন লিখি গুৰুজনাই অসমীয়া জাতিৰ মহা উপকাৰ সাধন কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱৰ পালনৰ আদৰ্শ দেখুৱাই তেৰাই অসমবাসীক অভিনৱ প্ৰেৰণা যোগালে।

প্ৰভুৰ জীৱনত আদৰ্শৰ এটি বৈশিষ্ট্য এয়ে যে অন্যান্য ধৰ্ম্ম প্ৰচাৰকসকলে নিৰ্দ্ধাৰিত সময়ত পৰিক্ৰমা কৰাৰ বিপৰীতে তেৰাই জীৱনৰ শেষ সময়লৈকেই পৰিক্ৰমা কৰিছিল। ৯৫ বছৰ বসয়ত ১৯৯১ চনৰ চ'ত মাহৰ ৰামনৱমী তিথিৰদিনা প্ৰভুই ঈশ্বৰৰ নাম লৈ বৈকুণ্ঠ প্ৰয়াণ কৰে।



# কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু মহাপুৰুষৰ জীৱন চানেকি

কামেশ্বৰ ঠাকুৰীয়া

আবিৰ্ভাৱ– ভাস্কৰাব্দ ( বাংলা ) ১৩০৩, ২২ আঘোণ, ৰবিবাৰ। ইংৰাজী ১৮৯৬, ৬ ডিচেম্বৰ, সময় দুপৰীয়া ১২ বাজি ১২ মিনিটত।




তিৰোভাৱ—ভাস্কৰাব্দ ( বাংলা ) ১৩৯৭, '৯ চ'ত, ৰবিবাৰ, ইংৰাজী ১৯৯১, ২৪ মাৰ্চ, ৰামনৱমী তিথি। সময় দিনৰ ১ বাজি ২৩ মিনিটত। স্বামীজীৰ জন্মচক্ৰত একাধিক ৰাজযোগৰ সৃষ্টি হোৱাৰ উপৰিও প্ৰবল সন্ন্যাস যোগো ঘটিছে। তাৰ ভিতৰত বিশেষকৈ (১) ষট্‌শূন্য (২) বুধাদিত্য (৩) ক্ষেত্ৰ-সিংহাসনী (৪) ধৰধৰণ (৫) সন্ন্যাস (৫) হংস আৰু (৭) ভেচি যোগ উল্লেখনীয়। এনেবোৰ যোগৰ সহায়ত ব্যক্তি হয় মহামানৱ বা অতিমানৱ। সময়ৰ বালিত খোজ থৈ যাব পৰাৰ প্ৰধান কাৰণ হ'ল জন্মচক্ৰৰ গ্ৰহাৱস্থান। স্বামীজীৰ যোগবোৰে বিশেষকৈ সন্ন্যাস ধৰ্ম গ্ৰহণ কৰাত, সমাজ

সমবৃদ্ধি কৰাত, ধৰ্ম্মৰ মাজেৰে ঈশ্বৰ বিশ্বাস আনি দিয়াত আৰু সৰ্বধৰ্মৰ মাজত সমন্বয় ৰক্ষা কৰাত সহায় কৰিছে। কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ জীৱনধাৰা আমাৰ দেশৰ অতীত-বৰ্ত্তমানৰ একাধিক মহাপুৰুষৰ জীৱনৰ লগত মিল পোৱা যায়। সেইবোৰ মহাপুৰুষৰ জীৱনৰ লগত ৰিজায় চালেহে স্বামীজীৰ জীৱন আৰু কাৰ্য্যৰ তাৎপৰ্য্য বুজিব পৰা যাব।

১৯৬১ চনৰ ১৮ ফেব্ৰুৱাৰী মাহৰ কথা। এজন পৰম আত্মীয়ৰ-পৰা এজন মহান ব্যক্তিৰ লগত চিনাকি হোৱাৰ আদেশৰ এখন চিঠি পালোঁ। পিছদিনা ৰাতিপুৱা আঠ বজাত বিষ্ণুপুৰৰ শঙ্কৰ মন্দিৰৰ গেষ্ট হাউচত গেৰুৱা বস্ত্ৰ পৰিহিত আৰু ঋষিতুল্য এক থ্ লন্তৰ ব্যক্তিক দেখা কৰিলোঁ। মোৰ পৰিচয় দিয়াত বহিবলৈ দি মৰম-স্নেহ দেখুৱাই ক'লে, "বহ্ অলপ। যাদৱ ভালে আছেতো? মোৰ আৰু ৰাজনীতিৰ সোৱাদ মিতিল। চৌধুৰী, বৰা আৰু চলিহাৰ অনুৰোধ ৰক্ষা কৰিহে ইয়াত বহি আছোঁ। অহাবাৰলৈ আৰু মই ইয়ালৈ নাহোঁ।"

১৯৬৩ চনৰ ১২ মাৰ্চ, মঙ্গলবাৰ। গোৱিন্দপুৰ গীতাশ্ৰমত স্বামীজীক কীৰ্ত্তনঘৰৰ বাৰান্দাতে লগ পালোঁ। সিদিনাও গোপাল গোৱিন্দৰ কথাৰ লগতে বহুখিনি ৰাজনীতিৰ কথাও ক'লে। প্ৰসঙ্গ-ক্ৰমে এসময়ৰ শক্তি আশ্ৰমৰ আদৰ্শৱান পুৰুষ স্বামী যোগানন্দগিৰিৰ কথাও আলোচনাত আহিল। স্বামীজী গিৰিৰ বৰ প্ৰিয়। ময়ো ভালদৰে জানো। সময়ত আশ্ৰমৰ ভোজন সমাপন কৰি চিলঙলৈ ঘূৰি আহিলোঁ। ৰাতি সপোনত দেখিলোঁ—মই হাউলীত মাননীয় শ্ৰীযুত যাদৱ চন্দ্ৰ দাসৰ ঘৰৰ বাৰান্দাত ৰাতি বহি আছোঁ। এনেতে ওপৰলৈ মুখ কৰাত দেখিবলৈ পালোঁ ব্ৰহ্মচাৰীদেৱে আকাশ মাৰ্গত কলপাতৰ ওপৰত হাতীপটিৰ নিচিনাকৈ দীঘল দীঘল খোজ দি গৈ আছে। মোক দেখি ক'লে, যাওঁগৈ। দাদা যোগানন্দগিৰিক লগ পাব লাগে। ইয়াৰ কিছুদিন পিছতেই স্বামী যোগানন্দগিৰিৰ

তিৰোভাৱ ঘটে। বোধহয় কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু স্বামী যোগানন্দ-গিৰিৰ অন্তৰাত্মাৰ মিল আছিল।

১৯৬৭ চনৰ ২৪ মাৰ্চ, ১০ ফাগুন, শুক্ৰবাৰ। মাণিকপুৰৰ গীতা আশ্ৰমতে স্বামীজীক দেখা কৰাৰ সৌভাগ্য ঘটিছিল। নানান ধৰণৰ তত্ত্বমূলক কথা কৈছিল। বহু সময়ত মোৰ কথাবোৰ হৃদয়ঙ্গম কৰাত কষ্ট হৈছিল। সিদিনা হাউলীত থাকি শনিবাৰেহে চিলং পাইছিলোঁ।

সঁচা কথা ক'বলৈ হ'লে স্বামীজীৰ লগত মোৰ কোনো ঘনিষ্ঠ সম্পৰ্ক নাই। তেওঁক কোনো দিন অলৌকিক ক্ষমতাশালী ব্যক্তি বুলিও ভবা নাই। মই তেওঁত শৰণ লোৱা আৰু তেওঁ শৰণ দিব বুলি কোনো দিন কোৱা নাই। আনকি তেওঁৰ বক্তৃতাও মই জীৱনত শুনা নাই। বছৰৰ মূৰত কেতিয়াবা এদিন লগ পালে 'কেনে আছা? কি কৰিছা' বুলি খা-খবৰ সোধে। ইমানতে শেষ। ইয়াৰ ভিতৰত তেওঁ মোক কেনেভাৱে লৈছিল সেইটো তেওঁহে বুজিছিল।

স্বামীজীক বহুদিন লগ পোৱাৰ সুবিধা পোৱা নাছিলোঁ। ১৯৮৯ চনৰ জুন মাহত এবাৰ আশ্ৰমলৈ যোৱাৰ সৌভাগ্য ঘটিছিল। তেতিয়া প্ৰভু প্ৰায় অসুস্থ আৰু কাণেৰে নুশুনা অৱস্থা। তেখেতে মাত্ৰ 'হু-হা'ৰ বাহিৰে কোনো কথাত মন দিব নোৱাৰে। মনত ভাল নেলাগিল।

ইয়াৰ অলপ দিন পিছতে স্বামীজী পৃথিৱীৰপৰা বৈকুণ্ঠ পুৰীলৈ গুচি গ'ল। অতীতত প্ৰহ্লাদ, ধ্ৰুৱ, মীৰাবাঈ, বিদ্যাপতি, ইন্দ্ৰদ্যুম্ন, তুকাৰাম, সুৰদাস, চৈতন্যদেৱ আৰু দয়ানন্দ সৰস্বতী আদিয়ে গুৰে জীৱনে কৃষ্ণৰ গুণ কীৰ্ত্তন কৰি কৃষ্ণৰ অনুগ্ৰহ লাভ কৰিবলৈ সক্ষম হৈছিল। সেইদৰে গোৱিন্দপুৰৰ কৃষ্ণানন্দই যে বৃন্দাবনৰ কৃষ্ণৰ ওচৰ চাপিব পাৰিছিল তাক একাধিক ঘটনাই বুজাই দিছে। স্বামীজীৰ জীৱনালেখ্য বিশ্বব্যাপি প্ৰচাৰ নহ'লেও তেওঁৰ কাৰ্য্য-কলাপে তেওঁক মহাপুৰুষ বা অতি মানৱৰ শাৰীলৈ লৈ গৈছে।

তেওঁৰ জন্মচক্ৰক তুলনামূলকভাৱে বিশ্লেষণ কৰি চালে বুজা যাব মানুহৰ জীৱনত কিমানখিনি কৃতকাৰ্য্যতা লাভ কৰি গ'ল। আজি তেওঁৰ জন্মচক্ৰৰ ফল বিচাৰ কৰাটোয়ে মোৰ দায়িত্ব।

প্ৰাণী মাত্ৰেই পৃথিৱীত জন্ম ল'লে গ্ৰহ-নক্ষত্ৰাদিৰ শাসনলৈ অহাতো সুনিশ্চিত। স্বামীজীয়ে জন্মচক্ৰৰ জৰিয়তে মহাপুৰুষৰ শ্ৰেণীত উঠিছে যেতিয়া আমি আগৰ চাম মহাপুৰুষৰ লগত ৰিজাই চাবলৈ চেষ্টা কৰিম। কাৰণ জন্মচক্ৰৰ গ্ৰহাৱস্থানেই মানুহক কৰে অতিমানৱ, মহামানৱ, সিদ্ধ পুৰুষ, সাধু-সন্যাসী, ৰজা, মহাৰজা, পণ্ডিত, মূৰ্খ, হত্যাকাৰী, চোৰ, দানৱ, দানী বা দৰিদ্ৰ। আমাৰ বিচাৰ্য্য পুৰুষ ভবেন্দ্ৰ নাথ চৌধুৰীয়ে ( আগতে দেখুওৱা চক্ৰমতে ) একাধিক ৰাজযোগ আৰু সন্ন্যাস যোগত ইংৰাজী ১৮৯৬ চনৰ ৬ ডিচেম্বৰ ৰবিবাৰে দুপৰীয়া বাৰ বাজি বাৰ মিনিটত অসম পৰগণাৰ গোৱালপাৰা জিলাৰ বালা গাঁৱত জন্ম গ্ৰহণ কৰে কুম্ভ লগ্নত। সাধাৰণতে দিনৰ বা ৰাতিৰ চাৰে এঘাৰ বজাৰপৰা চাৰে বাৰ বজাৰ ভিতৰত জন্ম গ্ৰহণ কৰিলে যি কোনো বিষয়ত বিখ্যাত ব্যক্তি বুলি পৰিগণিত হয়। ভবেন্দ্ৰ নাথ চৌধুৰী যে এজন বিখ্যাত ব্যক্তি হ'ব পাৰিব সেইটো জন্মক্ষণৰপৰাই ইঙ্গিত পোৱা গৈছে। তদুপৰি যোগী, জ্ঞানী, পণ্ডিত, শাসক, সন্ন্যাসী বা ত্যাগী হ'বলৈ হ'লে ৰবি, মঙ্গল, গুৰু, আৰু শনি গ্ৰহ বলবান হৈ কেন্দ্ৰী হ'ব লাগিব। নাইবা উক্ত গ্ৰহবোৰে প্ৰবলভাৱে কেন্দ্ৰত দৃষ্টি কৰিব লাগিব। ভবেন্দ্ৰ চৌধুৰীৰ কুম্ভ লগ্ন এক প্ৰহেলিকা! সংসাৰৰ প্ৰতি অনাসক্ত আৰু বাল্য জীৱন এক বিভীষিকাৰ প্ৰতীক। বন্ধুস্থানত মঙ্গলৰ ওপৰত ৰবি, বুধ, শনি আৰু ৰাহুই পূৰ্ণ দৃষ্টি দিয়াত বহিৰ্জগতত শক্তিমান ৰাজনীতিত লিপ্ত কৰিছে আৰু অজেয় মনৰ ব্যক্তিত পৰিণত কৰিছে। পঞ্চম স্থানত শুক্ৰ আৰু চন্দ্ৰৰ দৃষ্টিয়ে কৰি তুলিছে স্মৃতি শক্তিত অতুলনীয়, পৰম সহিষ্ণু, সৰ্বশাস্ত্ৰত নিপুণ আৰু সঙ্কল্পবদ্ধ। ষষ্ঠৰ তুঙ্গী বৃহস্পতিয়ে কৰিছে শত্ৰুঞ্জয় যোগ। শত্ৰুৰ

অমোঘ অস্ত্ৰয়ো কোনো আঘাত হানিব নোৱাৰে। এই যোগত বহু ক্ষেত্ৰত শত্ৰুই নতি স্বীকাৰ কৰি আত্মসন্মান বৃদ্ধি কৰাত সহায় কৰে। সপ্তম বা বিবাহ স্থানত একাধিক বলৱান পাপ গ্ৰহৰ দৃষ্টি পৰাত এক বলৱান সন্ন্যাস যোগত পৰিণত হৈছে আৰু কোনো শুভ গ্ৰহৰ দৃষ্টি নপৰাত বিবাহ যোগ লুপ্ত হৈছে। অষ্টম পণ্ডিত্বে বুধাদিত্য যোগ হৈ দশমত শনিযুক্ত হোৱাত জাতকে দীৰ্ঘায়ু লাভ কৰিছে। লগ্নপতি দশমত থাকি মঙ্গলৰ দৃষ্টি পাই এক বৈৰাগ্য তথা তপস্বীৰ যোগৰ সৃষ্টি কৰিছে। আনহাতে ৰবি, বুধ আৰু শনিক বলৱান গুৰুই দৃষ্টি কৰাত কৰ্ম্মময় জীৱনত সাফল্য লাভ কৰাৰ উপৰিও জীৱনক যুগমীয়া কৰি তুলিছে। একাদশত গুৰুৰ ঘৰত থাকি চন্দ্ৰ-শুক্ৰই মঙ্গলৰ দৃষ্টি পোৱাত জাতকক কৰি তুলিছে বহু মাটি-জমি, ঘৰ-বস্তীৰ মালিক। তাৰোপৰি গৃহস্থী নকৰাকৈ গৃহবাসী বহুজনৰ প্ৰতিপালক আৰু ভক্তিবাদৰ লাই-খুঁটা। একাদশৰ গ্ৰহবলেই ভবেন্দ্ৰ নাথক কৰি তুলিছে ধৰ্ম্মধ্বজ, পৰম শাস্ত্ৰজ্ঞ, যোগী-সন্ন্যাসী, পৰিব্ৰাজক, তাৰ্কিক, বক্তা, ৰাজনীতিজ্ঞ, প্ৰচাৰক আৰু কৰ্ম্মনিষ্ঠ।

ভবেন্দ্ৰ নাথ চৌধুৰীৰ জন্মচক্ৰ মহাপুৰুষৰ লগত তুলনা কৰি চালে কিছু নহয় কিছু সামঞ্জস্য দেখিবলৈ পোৱা যায়। শ্ৰীৰাম চন্দ্ৰৰ চৰ ৰাশিৰ লগ্নত বলবান গজকেশৰী যোগ থকাত আৰু পঞ্চ গ্ৰহ তুঙ্গীৰ উপৰিও চতুৰ্থ কেন্দ্ৰৰ তুঙ্গী শনিয়ে দশম কেন্দ্ৰৰ তুঙ্গী ৰবি আৰু বুধক দৃষ্টি কৰাত তেওঁ অতি মানৱ আৰু প্ৰজাৰঞ্জক ৰজা আছিল। তথাপিতো দুষ্ট ৰাহুই সপ্তমৰ তুঙ্গী মঙ্গলক দেখাত পত্নী হৰণ আৰু পৰিতক্ত হৈছিল। ফলত তেওঁ পত্নী সুখৰপৰা বঞ্চিত হৈছিল অতি দুঃখজনকভাৱে। আমাৰ স্বামীজীৰো মঙ্গল, ৰাহু আৰু শনিৰ অশুভ প্ৰভাৱে বিবাহ বন্ধন ছেদ কৰি সন্ন্যাসী হোৱাত সহায় কৰে। দুয়োজনাই চক্ৰত ৰবি, বুধ, শুক্ৰ আৰু তুঙ্গী গুৰুৰ প্ৰভাৱত অসাধাৰণ জ্ঞান লাভ কৰে আৰু মহাপুৰুষ বুলি পৰিচিত

হয়। এইভাৱে শ্ৰীকৃষ্ণৰ চক্ৰতো ৰবি, মঙ্গল আৰু গুৰুৰ সম্বন্ধনৰ মিল যথেষ্ট পোৱা যায়। কৃষ্ণৰ জন্মচক্ৰৰ চতুৰ্থত ৰবি, বৃহস্পতিৰ ওপৰত সপ্তম কেন্দ্ৰৰ শনিয়ে পূৰ্ণ দৃষ্টি কৰাত আৰু পৰস্পৰে পৰস্পৰৰ কেন্দ্ৰী হোৱাত তেওঁ হৈছিল অসাধাৰণ বুদ্ধিমত্তা, বিচক্ষণ ৰাজনীতিজ্ঞ, অসম্ভৱ কাৰ্য্যদক্ষ আৰু অলৌকিক ক্ষমতাৰ অধিকাৰী। ব্ৰহ্মচাৰীৰ জন্মচক্ৰতো উক্ত তিনি গ্ৰহৰ উপৰিও মঙ্গল-বুধৰ সহযোগ লক্ষণীয়। ফলত কলিৰ কালত ব্ৰহ্মচাৰীয়ে কৃষ্ণ স্বৰূপ একাধিক বাৰ অসাধাৰণ ক্ষমতা দেখুৱাই গৈছে।

কলিৰ মধ্যভাগত গৌতম বুদ্ধই কৰ্কট লগ্নৰ দশমত একেৰাহে ৰবি, মঙ্গল, বৃহস্পতি, শুক্ৰ আৰু শনি এই বলবান পঞ্চগ্ৰহই চন্দ্ৰৰ পূৰ্ণ দৃষ্টি লৈ এক মহাযোগত জন্মগ্ৰহণ কৰিছিল। ফলত এক ৰাজ্যৰ যুৱৰাজ হৈয়ো লোভ, মোহ, ক্ষমতা, বিলাস আদি সকলো বাদ দি এক সন্ন্যাসীত পৰিণত হৈ দেশ-বিদেশৰ কোটি কোটি মানুহৰ মন জয় কৰি ভগৱান প্ৰাপ্ত হৈছিল। কৰ্ম্মস্থানৰ পঞ্চগ্ৰহই মহাত্যাগী কৰি ধৰ্ম্মৰ নামত চলা ব্যভিচাৰৰ প্ৰতিকাৰাৰ্থে এক নতুন ধৰ্ম্ম আৱিষ্কাৰ কৰিছিল। কঠোৰ ব্ৰত আৰু সাধনাৰে সকলো মানুহকেই বশ কৰিব পাৰিছিল। আনকি কুখ্যাত নৰহত্যাকাৰী অঙ্গুলিমালে বুদ্ধক হত্যা কৰিবলৈ গৈ তেওঁৰ সজ আচৰণ আৰু অদম্য সাহসৰ আগত সেও হৈ শৰণ লৈছিল। স্বামীজীৰো কৰ্ম্মক্ষেত্ৰত পৰা পঞ্চগ্ৰহৰ প্ৰভাৱে অজ্ঞানক জ্ঞান দি সজ পথলৈ আনিব পাৰিছিল।

ইচলাম ধৰ্ম্মগুৰু হজৰত মহম্মদৰো ব্ৰহ্মচাৰীৰ নিচিনা কুম্ভ লগ্নৰ দশমৰ শনিক গুৰু, বন্ধু, শুক্ৰ, ৰাহুই পূৰ্ণ দৃষ্টি দিছে। আনহাতে ভাগ্যস্থানত গুৰু-মঙ্গলৰ পূৰ্ণ সহযোগ ঘটিছে। এইদৰে সৃষ্টি হোৱা একাধিক মহাযোগৰ বলত লাখ লাখ মানুহক তেওঁৰ ধৰ্ম্মদীক্ষাৰে বান্ধি ৰাখিব পাৰিছে। মহম্মদে সপ্তমৰ চন্দ্ৰ, চতুৰ্থৰ শুক্ৰ আৰু দশমৰ শনিৰ সহযোগত তেৰবাৰ বিবাহ বন্ধনত আৱদ্ধ হয়। কিন্তু

এনে স্থানৰ শনিয়ে চতুৰ্থৰ মঙ্গলৰ সহায়ত বিবাহ যোগ শূন্য কৰি চিৰকুমাৰ কৰি ৰাখিছে ভবেন্দ্ৰনাথ চৌধুৰীক।

খৃষ্ট গুৰু যীচুৰ জন্মচক্ৰ কিছু অন্য ধৰণৰ। তেওঁৰ কন্যা লগ্নত বলৱান শনি-মঙ্গলে দৃষ্টি কৰাৰ লগতে পুনৰ ৰাহুৰ লগত ভাগ্যস্থানত দৃষ্টি কৰে। ফলত যীচুৱে জীৱিত কালত অত্যাচাৰীৰ অত্যাচাৰ আৰু পীড়া ভোগ কৰিব লগা হয়। জীৱিত কালত তেওঁৰ উপদেশ কোনেও শুনা নাই আৰু ভগৱান বুলিও স্বীকৃতি দিয়া নাই। আনহাতে ব্ৰহ্মচাৰীয়ে কৰ্ম্মস্থানৰ বুধাদিত্য যোগৰ লগত গুৰুই পূৰ্ণ-দৃষ্টি দিয়াত মধ্য বয়সৰপৰা মহাপ্ৰয়াণৰ শেষ মুহূৰ্ত্তলৈ হেজাৰ-বিজাৰ শিষ্যৰপৰা গুৰুভক্তি লাভ কৰি গৈছে। মধ্যযুগৰ শেষৰফালে গুৰু-নানক, ৰামানুজ, টেগ বাহাদুৰ, চৈতন্যদেৱ, দয়ানন্দ সৰস্বতী, ঠাকুৰ হৰিদাস, ৰামদাস, সুৰদাস, মীৰাবাঈ, পৰমহংস আদিৰ লগতো কিছু পৰিমাণৰ মিল দেখা যায়। নানকৰ চক্ৰত সিংহ লগ্নৰ দশমৰপৰা চন্দ্ৰ-শনিয়ে চতুৰ্থ কেন্দ্ৰৰ ৰবি-মঙ্গল আৰু বুধৰ লগত দৃষ্টি বিনিময় কৰাত জাতক ত্যাগী সহিষ্ণু আৰু নতুন কৰ্ম্মপন্থাৰে জনগণক মুহিব পাৰিছিল। স্বামীজীয়ো দশমৰ বহু গ্ৰহৰ বলাবলত অগণন জনতাক আকৃষ্ট কৰিব পাৰিছিল। ৰামানুজৰ ক্ষেত্ৰত বুধাদিত্যৰ লগত শুক্ৰইহে কৰ্ম্মপ্ৰেৰণাত সহায় কৰিছিল।

চৈতন্যদেৱ মহাপ্ৰভুৰ চক্ৰৰ সপ্তমত থকা ৰবি-বুধ, শুক্ৰ আৰু ৰাহুৰ ওপৰত চন্দ্ৰই পূৰ্ণদৃষ্টি দিছে। চতুৰ্থ কেন্দ্ৰৰ শনি আৰু পঞ্চম ত্ৰিকোণৰ গুৰু-মঙ্গল লগ্নত পূৰ্ণদৃষ্টি দিয়াত জাতকক মহাপুৰুষৰ উপৰিও এক বিশিষ্ট ধৰ্মগুৰুত পৰিণত কৰিছে। স্বামীজী আৰু চৈতন্যদেৱৰ স্থিৰ লগ্নৰ কেন্দ্ৰত শনি বলৱান। ঋষি অৰবিন্দৰ চৰ লগ্নৰ গুৰু-মঙ্গল, ধনস্থানত বুধাদিত্য আৰু ক্ষেত্ৰ সিংহাসনী যোগেহে মহাপুৰুষৰ শাৰীলৈ টানি নিছে। পৰমহংস দেৱৰো স্থিৰ-লগ্ন কুম্ভত একেলগে ৰবি-চন্দ্ৰ-বুধ। যোগকাৰক মঙ্গল, গুৰু, ৰাহু আৰু শনিয়ে দশমত দৃষ্টি কৰাত আৰু চতুৰ্থপতি তুঙ্গী শুক্ৰই গুৰুৰ

লগত থাকি, লগ্নপতি শনিক দৃষ্টি কৰাত ৰামকৃষ্ণই একান্ত সাধনাত সিদ্ধি লাভ কৰি মা-কালীৰ দৰ্শন লাভ কৰিবলৈ সমৰ্থ হৈছিল। এনে যোগৰ সৃষ্টি হোৱা কাচিৎহে দেখা যায়। আমাৰ ব্ৰহ্মচাৰীৰো একে লগ্ন হ'লেও দুই গুৰু গ্ৰহৰ একস্থানও অৱস্থান ঘটা নাই।

স্বামী বিবেকানন্দৰ ধনুত লগ্ন পৰাত, লগ্নপতি গুৰু জলৰাশিত থকাত আৰু তাত মঙ্গলৰ পূৰ্ণ দৃষ্টি পৰাত তেওঁ সুদূৰ আমেৰিকাতো ধৰ্ম্মৰ বাণীৰে জনগণক মুগ্ধ কৰিব পাৰিছিল। কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ জন্মচক্ৰৰ বহুখিনি মিল থাকিলেও গ্ৰহবল কম। সেয়েহে কৃষ্ণানন্দই স্থিৰ লগ্নত জন্মলাভ কৰা হেতুকেই চিকাগোত গৈ বক্তৃতা দিব নোৱাৰিলেও উত্তৰ-পূৰ্ব ভাৰতত বক্তৃতা দি কৃতীত্ব অৰ্জ্জন কৰি গৈছে। বিবেকানন্দক লগ্নপতি বৃহস্পতি একাদশত থাকি বিশ্ববৰেণ্য কৰি তুলিছিল। স্বামীজীৰ বৃহস্পতি ষষ্ঠত থকা হেতুকে বিশ্ববিখ্যাত কৰিব নোৱাৰিলে। কিন্তু উত্তৰ আৰু পূৰ্বভাৰতত প্ৰতিষ্ঠিত কৰিব পাৰিছে।

বিশ্ববিখ্যাত তানসেন সম্ৰাট আকবৰৰ ৰাজসভাৰ পাঁচজনৰ এজন আছিল। তেওঁৰ সঙ্গীতৰ মূৰ্চ্ছনাই নুমোৱা চাকিত জুই জ্বলাইছিল। এনে এজন গায়কো গ্ৰহৰ প্ৰভাৱত সাধাৰণ ব্যক্তি বৈজুবাওৰা আৰু জন্মান্ধ সুৰদাসৰ কৃষ্ণ ভজনৰ সুৰৰ মূৰ্চ্ছনাত হতবাক হৈছিল। তানসেনৰ সুৰ সঙ্গীতৰ গ্ৰহ আছিল শুক্ৰ-বুধ। তাৰোপৰি চতুঃসাগৰী যোগে ৰাজানুগ্ৰহ পোৱাত সহায় কৰিছে। তানসেনৰ সুৰে ৰাজধানীৰ সকলো ব্যক্তিক সুৰৰ মূৰ্চ্ছনাৰে নিদ্ৰান্বিত কৰিছিল। দৰিদ্ৰ পীড়িত ব্ৰাহ্মণ সন্তান সুৰদাসে সমগ্ৰ কাশী, বেনাৰচ, মথুৰা, বৃন্দাবন তেওঁৰ কৃষ্ণ ভজনৰ সুৰেৰে চিৰজাগ্ৰত কৰি ৰাখিব পাৰিছিল। আনকি দিল্লীশ্বৰ আকবৰে সকলো বাদ দি সুৰদাসৰ ভক্ত হৈছিল। সুৰদাসৰ জন্মত কেতু, দ্বিতীয়াত মঙ্গল আৰু দ্বাদশত শনি থাকি জন্মান্ধ কৰিছে। কিন্তু চতুৰ্থৰ বৃহস্পতি দশমৰ শুক্ৰক ভগৱান ভক্ত কৰি কৃষ্ণৰ প্ৰতি আকৃষ্ট কৰে। ফলত সুৰদাসে

একাধিকবাৰ কৃষ্ণ দৰ্শন লাভ কৰে। আমাৰ স্বামীজীৰ ষষ্ঠৰ বৃহস্পতিয়ে দশমত ৰবিৰ দেখাত আৰু একাদশত চন্দ্ৰ-শুক্ৰ থকা হেতুকে কৃষ্ণভক্ত হয়। কিন্তু সুৰদাসৰ নিচিনাকৈ আমাৰ গুৰুজনাই নন্দকিশোৰক শয়নে-সপোনে লগ পাইছিল নে নাই নাজানো। কিন্তু গীতা ভাগৱত অবিস্মৰণীৰ জ্ঞানৰ পোহৰত দৈৱকী নন্দনক নিশ্চয় বিচাৰি পাইছিল।

আধুনিক যুগৰ ধৰ্ম্মগুৰু শ্ৰীসত্য চাইবাবা এজন ভাৰতবিখ্যাত ব্যক্তি বা মহাপুৰুষ। তেওঁ বিভুাত প্ৰচাৰ কৰিবলৈও সক্ষম বুলি ভক্তসকলৰপৰা শুনা যায়। চাইবাবাৰ জন্ম হয় ১৯২৬ চনৰ ২৩ নবেম্বৰত ৰাহুৰ স্থুল দশাত। তেওঁ বৃশ্চিক লগ্নত আৰ্দ্ৰা নক্ষত্ৰত জন্ম গ্ৰহণ কৰে। চাইবাবাৰ ৰাহুৰ ভোগকাল ( দশা বিচাৰত ) ১ বছৰ ৩ মাহ ২৮ দিন। স্বামীজী মূলা নক্ষত্ৰত জন্ম হেতুকে কেতুৰ ভোগকাল পায় ২ বছৰ ৫ মাহ ১১ দিন। জন্ম মুহূৰ্ত্তত পাপ গ্ৰহৰ দশা পালে মানুহ সত্যনিষ্ঠ আৰু স্মৰণীয় হয়।

চাইবাবাৰ লগতো স্বামীজীৰ জন্মচক্ৰৰ বহুখিনি মিল দেখা যায়। স্বামীজীৰ দশম কেন্দ্ৰত শনি, ৰবি, বুধৰ ওপৰত মঙ্গলৰ আৰু বৃহস্পতিৰ যেনে পূৰ্ণদৃষ্টি ঠিক সেইদৰে চাইবাবাৰ জন্মলগ্নৰ ৰবি, বুধ, শুক্ৰ আৰু শনিৰ ওপৰত মঙ্গলৰ পূৰ্ণদৃষ্টি। ফলত দুয়োজনা গুৰুৰ ওপৰত ভক্তবৃন্দৰ অচল ভক্তি চিৰবিদ্যমান দেখা যায়। ষাঠিৰ দশকত চাইবাবাৰ ভাগ্যচক্ৰত কেতুৰ ভোগ কাল চলি আছিল। ঠিক সেই সময়তে অবিশ্বাস, গ্লানি, আৰু তন্ত্ৰ-মন্ত্ৰৰ চাতুৰ্যেৰে মানুহক বশ কৰি নিজৰ লালসা পূৰ্ণ কৰা এক কলঙ্কিত জীৱন বুলি চাইবাবাৰ দুৰ্নাম আলোচনীৰ পাতত ওলাই গৈছে। ভাগ্যস্থানত গুৰু মঙ্গলৰ প্ৰভাৱ থকা হেতুকে তেওঁ বিশেষ দুঃখ পাব লগা নহ'ল। কিন্তু স্বামীজীৰ ডেকা বা কৰ্ম্মজীৱনত তেনে গ্লানিৰ সন্মুখীন হ'ব লগা হোৱা নাই। জন্মৰ তিনি বছৰৰ ভিতৰতে কেতুৰ দশা অতিক্ৰম কৰাত

বাল্যক্লিষ্ট হোৱাৰ বাহিৰে কোনো সমালোচনাৰ ভাগী হ'ব লগা হোৱা নাই।

কৃষ্ণানন্দৰ সন্ন্যাস যোগৰ তুলনাত ব্ৰহ্মচাৰ্য যোগৰ প্ৰৱণতা বেছি কঠোৰ। সত্য চাইবাবাৰ ব্ৰহ্মচাৰ্য আৰু সন্ন্যাস যোগৰ প্ৰৱণতা সমপৰ্যায়ৰ। প্ৰচাৰ ধৰ্ম্মত স্বামীজীৰ সুদূৰপ্ৰসাৰী বিয়পাৰ যোগ তেনেই দুৰ্বল। চাইবাবাৰ গ্ৰহৰ যোগ এইক্ষেত্ৰত কিছু আগবঢ়া। ব্ৰহ্মচাৰীৰ লগ্ন স্তম্ভ স্বৰূপ। আত্মবিশ্বাসৰ ভেটি অতীব নিগূঢ়। কালৰ হেঁচাতো ই স্খলিত নহয়। পাহৰণিৰ সঁফুৰাতো ইয়াক ভৰাই থ'ব নোৱাৰি। চাইবাবাৰ লগ্ন দ্বাত্মক। জল-স্থল উভয়ে সমান। সুবিধা বুজি যি কোনো ফালে প্ৰবলভাৱে সম্প্ৰসাৰিত হ'ব পাৰে। দেশ বা বিদেশতো সম্প্ৰসাৰণ হোৱাৰ কাৰকতা অধিক দৃঢ়। এইবোৰ যোগেই মহামানৱৰ শাৰীলৈ উন্নীত কৰিব পাৰে। স্বামীজীৰ ক্ষেত্ৰত অতি মানৱতাৰ দৃঢ়তাৰে অধিক। ব্ৰহ্মচাৰীক কৃষ্ণ কিঙ্কৰ বুলি সবিস্তাৰে মানি ল'ব পাৰি।

জয়তু স্বামীজী!



# কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু তেওঁৰ শ্ৰীমদ্ভগৱদগীতা

সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

অসমীয়া ভাষাত বৈকুণ্ঠনাথ ভট্টাচাৰ্য্যই পোন প্ৰথমে শ্ৰীমদ্ভগৱদগীতা পুথিখন গদ্যত ভাঙনি কৰে। আচলতে এয়া ঠিক ভাঙনি নাছিল, সংস্কৃত শ্লোকত ৰচিত পুথিখন গদ্যলৈ ৰূপান্তৰিত কৰা হৈছিল। আক্ষৰিক অনুবাদ নাছিল, অথবা ভাবানুবাদ বুলিবও নোৱাৰি। মূল বক্তব্য বিষয় সৰ্বসাধাৰণে যাতে বুজিব পাৰে আৰু তাৰদ্বাৰা যাতে সংসাৰী মানুহ উপকৃত হ'ব পাৰে, জীৱনত সমাজত বসবাস কৰি যাতে যথাসম্ভৱ পবিত্ৰতা ৰক্ষা কৰি চলিব পাৰে সেইবোৰ কথা চিন্তা কৰিয়ে দীক্ষাদাতা গুৰু দামোদৰৰ আজ্ঞা শিৰোধাৰ্য্য কৰি বৈকুণ্ঠনাথে কথাত সেই গীতাৰ সাৰমৰ্ম ৰচনা কৰিছিল। তেখেত সৰ্বসাধাৰণৰ মাজত 'ভট্টদেৱ' ৰূপেহে অধিক জনাজাত। তেখেতৰ জীৱন কাল মোটামুটিভাৱে খৃঃ ১৫৫৮-১৬৩৮। সেই পিনৰপৰা চাবলৈ গ'লে অসমীয়া ভাষাত গীতাৰ অনুবাদ বা অসমীয়া সংস্কৰণ ওলায় আজিৰপৰা চাৰিশ বছৰৰো আগতে। সেইদিন ধৰি গীতাৰ বিবিধ সংস্কৰণ গদ্য-পদ্য উভয় ৰূপতে আমি আমাৰ ভাষাত পাওঁ। পৰৱৰ্তী উল্লেখযোগ্য গীতা হ'ল গোৱিন্দ মিশ্ৰই পদত ৰচনা কৰা 'গীতা'।

সাম্প্ৰতিক কালত গীতাৰ তেনেকুৱা সংস্কৰণৰ ৰচনা কম। আধুনিক বিশ্লেষণমুখী অধ্যয়ন আৰু চিন্তা-চৰ্চাৰ যুগত মানুহে মূল

সংস্কৃতত বিৰচিত গীতাৰ আক্ষৰিক অনুবাদৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে। সেই কাৰণে এই কালছোৱাত প্ৰায়বোৰ আধুনিক ভাৰতীয় ভাষাতে গীতাৰ আক্ষৰিক অনুবাদহে পোৱা যায়। এনেকুৱা অনুবাদত মূল সংস্কৃত শ্লোকসমূহ যথাযথভাৱে উল্লেখ কৰি লগে লগে আধুনিক ভাষাত সিবিলাকৰ ভাষান্তৰ পোৱা যায়। ইয়াৰ দ্বাৰা কৌতূহল প্ৰৱণ পাঠক-পাঠিকাই চিন্তা-চৰ্চাৰ বাবে নতুন খোৰাক পায়। অসমীয়া ভাষাত তেনেকুৱা একাধিক অনুবাদ পোৱা যায়। ইয়াৰে কিছুমান অতি ক্ষুদ্ৰ আকাৰৰ, সচৰাচৰ এইবোৰক 'পকেটবুক' আখ্যা দিয়া হয়। অৱশ্যে এই কালছোৱাত ড° মহেন্দ্ৰ বৰাই পদ্য তথা পদত গীতা অনুবাদ কৰাটো এটা বিশেষ উল্লেখযোগ্য কথা।

সংস্কৃত শ্লোকসহ অসমীয়া গদ্যত অনুবাদ কৰা সৰ্ববৃহৎ গীতা আমি অসমীয়াত মাত্ৰ দুখনহে পাওঁ। ইয়াৰে প্ৰথমখনেই হ'ল শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱে অনুবাদ কৰা আৰু পুথিখন ছপা হৈ ওলায় আজিৰপৰা প্ৰায় ২৫ বছৰমানৰ আগতে ; কিন্তু এই পুথিৰ চৰ্চা, অনুবাদৰ আঁচনি আৰু সেই কামৰ প্ৰস্তুতি পৰ্বৰ সূচনা ১৯২১ চনত। স্বদেশী আন্দোলনত আত্মনিয়োগ কৰি যেতিয়া গান্ধীৰ নেতৃত্বত বৃটিছ চৰকাৰৰ বিৰুদ্ধে উঠি-পৰি লাগিছিল সেই সময়ত কাৰাগাৰত বন্দী হৈ থকা দিনতে এই সাধু প্ৰচেষ্টাৰ উন্মেষ ঘটে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ অমোঘ অস্ত্ৰ আছিল 'অহিংসা', যি অহিংসাক গৌতম বুদ্ধই বাস্তৱ জীৱনৰ দৈনন্দিন পালনীয় নিয়ম-নীতিৰ অন্তৰ্ভুক্ত কৰিছিল, সজ জীৱন নিৰ্বাহৰ কাৰণে সেই অহিংসাকে মহাত্মা গান্ধীয়ে বিশ্বত সূৰ্য্য অস্ত নোযোৱা সাম্ৰাজ্যৰ ৰাজশক্তিৰ বিৰুদ্ধে হাতত তুলি ল'লে অস্ত্ৰ ৰূপে, যি অস্ত্ৰই শত্ৰুক নিৰ্বংশ নকৰিও সমূলঞ্চে পৰাভূত কৰি একেবাৰে বশীভূত কৰায়, শত্ৰু ভয়ত থৰথৰ কম্পমান হৈ পলায়। সেই মহাত্মাকে গুৰু মানি সেই আদৰ্শকে জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰি

আৰ্থ-সামাজিক ক্ষেত্ৰত নিজকে উৎসৰ্গ কৰাসকলৰ ভিতৰত অসমৰ অন্যতম আগশাৰীৰ সাধক আছিল আমাৰ কৃষ্ণানন্দ ব্ৰহ্মচাৰী। ভট্টদেৱে গুৰুৰ শ্ৰীকণ্ঠৰ বাণী শুনি গীতা জনসাধাৰণৰ উপযোগীকৈ কথাত লিখা দৰে আমাৰ কৃষ্ণানন্দই মহাত্মাকে জীৱনত শ্ৰেষ্ঠ পুৰুষ ৰূপে স্বীকৃতি দি নানা ৰিপুৱে গ্ৰাস কৰাৰ উপক্ৰম হোৱা সমাজখনক, সাধাৰণ জনগণক সজাগ কৰি তুলিবৰ কাৰণে জেলত থকা কালতেই গীতাত মনোনিবেশ কৰিলে আৰু সেই যে সংকল্প ল'লে তাৰপৰা পিছলি নপৰিল। জীৱনত, সমাজত বেছি নিবিড়ভাৱে সোমাই পৰিল ৰাজহুৱা গঠনমূলক কাম-কাজৰ মাজত। সেই সূত্ৰেই ৰাজ-নীতিৰ বিশাল ৰভালৈকো আহিবলগীয়া হ'ল, নানা প্ৰলোভনেও কৃষ্ণানন্দক আগুৰি ধৰিছিল, আজিৰ ভাষাত 'ঘেৰাও' কৰা বুলিলেও ভুল নহয়; কিন্তু গান্ধীৰ আদৰ্শ আৰু গীতাৰ মন্ত্ৰই তেখেতক স্থিতপ্ৰজ্ঞ কৰি ৰাখিছিল। সেই বাবেই তেখেত প্ৰকৃতাৰ্থতে হ'ল ব্ৰহ্মচাৰী; অসমৰ নানা জাতি-উপজাতি, পৰ্বত-ভৈয়াম, জনজাতি-অজনজাতি সকলোৱে স্বতঃস্ফূৰ্তভাৱে তেখেতক শ্ৰীমৎস্বামী ৰূপে অভিহিত কৰিলে। গীতাই যাৰ জীৱনৰ অৱলম্বন, ৰাইজৰ সেৱাই যাৰ জীৱনৰ মহাব্ৰত তেনে এজন লোকৰ বিষয়ে ইমান কম কথাত প্ৰকাশ কৰিবলৈ চেষ্টা কৰাটো সম্ভৱ নহয়, সাৰ্থক প্ৰকাশ হ'বও নোৱাৰে।

ব্ৰহ্মচাৰীৰ শ্ৰেষ্ঠ অৱদান গীতাখন। কাৰাগাৰত থকা কালত সহকৰ্মীসকলৰ মাজত নানা আলাপ-আলোচনাৰ মাজত 'দেশৰ মুক্তি যুদ্ধত গীতাৰ প্ৰতি প্ৰৱল অনুৰাগ জন্মা' হেতুকেই 'সাৰ্বভৌমিক মহান গীতাৰ নিচিনা গ্ৰন্থ লিখিবলৈ মনত' কিবা দুৰ্জয় প্ৰেৰণা লাভ কৰিছিল। নিজকে 'ভাব আৰু ভাষাৰাজ্যত দুখীয়া' বুলি ভাবিও কিন্তু তেখেত পিছ হোঁহকা নাছিল এটা কাৰণতে যে 'সৰ্বশাস্ত্ৰ শিৰোমণি গীতা' সৰ্বসাধাৰণৰ কাষ চপাই দিব লাগিব আৰু তেতিয়াহে মুকুটহীন গান্ধীৰজাৰ শব্দহীন অনুচ্চাৰিত আজ্ঞাপালন

কৰা হ'ব, অন্যথায় জীৱন অসাৰ্থক। কি চমৎকাৰ দৰ্শন! কেইজন সমাজকৰ্মী ৰাজনীতিজ্ঞ পুৰুষৰ এনে বিস্ময়কৰ দাৰ্শনিক দৃষ্টিভঙ্গী আছে। এই শতিকাৰ এজন মানৱপ্ৰেমী লোকৰ অন্তৰাত্মা তেনে এক মহান দাৰ্শনিক তত্ত্বৰে বিধৌত হোৱাটোও এটা আচৰিত কথা।

ভগৱান শ্ৰীকৃষ্ণৰ 'গীতা মে হৃদয়ং পাৰ্থ, গীতা মে পৰমং গুৰু' কথাষাৰ হৃদয়ত ধাৰণ কৰিয়ে স্বামীজীয়ে এই পাৰমাৰ্থিক আধ্যাত্মিক শাস্ত্ৰখনৰ টীকা-ভাষ্য-ব্যাখ্যা সম্বলিত গ্ৰন্থখন যুগুত কৰিবলৈ আগ-বাঢ়িছিল। তেনে এটা দুৰূহ কাম কৰিবলৈ যাওঁতে তেখেতে অসমত গীতা চৰ্চাৰ ইতিহাস, সমাজত তাৰ প্ৰয়োজনীয়তা, সাম্প্ৰতিক কালৰ যুক্তিবাদী মানুহৰ দৃষ্টিভঙ্গী, আধ্যাত্মিক তত্ত্বপূৰ্ণ কথাৰ বিচাৰ-বিশ্লেষণ আদি সকলো দিশৰ প্ৰতি তেখেত সচেতন হৈ এই কামত আত্মনিয়োগ কৰিবলৈ আগবাঢ়ি অহা কাৰণে বহু সময়ত গীতাৰ এই তত্ত্বসম্বলিত জটিল কথাবোৰ সুযোগ পালেই সমবেত ৰাইজৰ আগত ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছিল। তাৰ দুটা দিশ—ব্যাখ্যাৰ যথাৰ্থতা উপলব্ধি আৰু শ্ৰোতা তথা জনসাধাৰণ গ্ৰহণ-অভিলাষ। তেখেতে নিজৰ ব্যাখ্যা সম্পৰ্কে পূৰ্বসূৰীসকলৰ বিবিধ ৰচনা টীকা-ভাষ্যাদিতে সন্তুষ্ট নাছিল, নিজৰ সীমাবদ্ধতাৰ বিষয়েও সচেতন আছিল আৰু সেই কাৰণেই গীতাৰ দুৰূহ কথাবোৰ জনসাধাৰণৰ আগত ব্যক্তব্যৰ মাধ্যমেৰে দাঙি ধৰিছিল। ইয়াৰ অন্তৰালত ব্ৰহ্মচাৰীৰ সাধু প্ৰচেষ্টা আৰু বিনয়ীভাৱৰহে এটা সুন্দৰ পৰিচয় পোৱা যায়। ইয়ো দৰাচলতে গীতা অধ্যয়নৰে সুফল। এনে এটা বাস্তৱমুখী দৃষ্টিভঙ্গী লোৱা বাবেই তেখেতৰ জীৱনত বিশেষকৈ পৰিণত বয়সত জীৱন সকলো ধ্যান-ধাৰণাই গীতাময় হৈ পৰা বুলি ক'লেও বোধহয় ভুল নহয়।

তেখেতৰ গীতাৰ ব্যাখ্যাৰ আঁচনিও অতি সুন্দৰ। সুদীৰ্ঘ ভূ'মিকা'ত (পৃ. ৫—৫৭) গীতাৰ সৃষ্টি, যথাৰ্থ, মাহাত্ম্য আদি

যথাযথভাৱে শ্লোক ব্যাখ্যা কৰিবলৈ গৈ তেখেতে প্ৰয়োজনবোধে সংস্কৃত তাৰ অসমীয়া অনুবাদ আৰু 'নামঘোষা', 'কীৰ্তন', 'ভক্তিৰত্নাৱলী' আদিৰ উদ্ধৃতি দিবলৈ যত্ন কৰিছে। উদ্দেশ্য পঢ়ুৱৈৰ বাবে সুখপাঠ্য হওক আৰু জীৱনত সেই বাণী আচৰণ কৰিবলৈ উদ্দীপনা লাভ কৰক। বেদ, বেদান্ত, উপনিষদ সকলোৰে সাৰমৰ্ম গীতা, ই ত্ৰয়োদশ উপনিষদ।

"সৰ্বোপনিষদো গাবো দুগ্ধা গোপালনন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ॥"

ইয়াবে 'পূৰ্বাভাষ'ৰ অন্তৰ্গত যিবোৰ প্ৰশ্ন-উত্তৰ সহ দাঙি ধৰিছে সেইখিনিয়ে ব্ৰহ্মচাৰীৰ শাস্ত্ৰজ্ঞানৰ এটা চমৎকাৰ পৰিচয় দিয়ে। গীতাৰ সকলো তত্ত্ব পূৰ্ণ কথাৰ উঁহ পৰ্য্যন্ত তেখেতৰ মৰ্মচক্ষুত ফট্‌ফটীয়া হৈ ওলাই পৰিছিল। কোনো পঢ়ুৱৈৰ যদি সময়ৰ অভাৱত এই গীতাখন পঢ়া নহয় তেতিয়া কেৱল এই ভূমিকাটো সম্পূৰ্ণকৈ পঢ়িলেই যথেষ্ট উপকৃত হ'ব বুলি মোৰ ধাৰণা আৰু হয়তো তেওঁ নিজে উপলব্ধি কৰিব 'সৰ্বধৰ্মান্ পৰিত্যজ্য গীতাং শৰণং ব্ৰজ', কাৰণ 'গীতা সুগীতা কৰ্তব্যা'। কেৱল যদি ভূমিকা অধ্যয়নৰ যোগেদি বহুব্যস্ত লোকৰ মনত এনেকুৱা প্ৰতিক্ৰিয়াৰ খলকনি তুলিব পাৰে তেনেহ'লে তাৰ ভিতৰৰ টীকা-ব্যাখ্যা কেনেকুৱা হ'ব পাৰে তাৰ বোধহয় দীঘলীয়া ব্যাখ্যা নিষ্প্ৰয়োজন। প্ৰতিটো অধ্যায়ৰ শেষত সহজ সৰল ভাষাত একোটাকৈ ভাবাৰ্থ যুগুত কৰিছে। এয়া এটা ওপৰঞ্চি সংযোজন। সংস্কৃত শ্লোকবোৰৰ তলত শব্দাৰ্থ দিয়াৰ পিছত সোৱাদ লগা ভাষাত অসমীয়া অনুবাদ দাঙি ধৰিছে। বহু ঠাইত কঠিন কথাবোৰৰ দীঘলীয়া ব্যাখ্যাও দিবলৈ চেষ্টা কৰিছে, সেই ব্যাখ্যা প্ৰসঙ্গত 'নামঘোষা', 'কীৰ্তন' আদি পুথিৰ কিম্বা অন্য শাস্ত্ৰৰ সংস্কৃত শ্লোকবো উল্লেখ কৰিছে। আনকি ঠায়ে ঠায়ে ৰামকৃষ্ণ পৰমহংসৰ চৰিতামৃতৰ-পৰাও উদ্ধৃতি বা প্ৰসঙ্গ দাঙি ধৰিছে। গীতাতত্ত্ব কিমান প্ৰাঞ্জল আৰু

গভীৰ অধ্যয়ন তেখেতৰ আছিল সেই কথাৰ প্ৰমাণ এই টীকা-ব্যাখ্যাই দাঙি ধৰে। দৰাচলতে মূল গীতা অধ্যয়ন কৰি, তাৰ বিবিধ ব্যাখ্যা-ভাষ্যাদি ঘাটি, জন সমাজত প্ৰচাৰ কৰি জীৱনত গীতাৰ বাণীকে সাৰোগত কৰি মানৱ সেৱাৰ কাৰণে মহামানৱৰ সাগৰ তীৰত থিয় হৈ কৰ্মত প্ৰবৃত্ত হোৱা বাবেই ব্ৰহ্মচাৰী প্ৰকৃতাৰ্থতে কৃষ্ণানন্দ হ'ব পাৰিছিল। সেই বাবেই তেখেত আজি আমাৰ সকলোৰে অন্তৰে অন্তৰে বিৰাজমান। ব্ৰহ্মচাৰীৰ এই গীতাখনি নিঃসন্দেহে আধুনিক ভাৰতীয় ভাষাৰ এখনি লেখত ল'বলগীয়া গ্ৰন্থ।



# কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু তেওঁৰ স্থান

কনকচন্দ্ৰ ডেকা

ত্ৰিসত্যং মহাপুৰুষং শৰণং গচ্ছামি।
ত্ৰিসত্যং শ্ৰীকৃষ্ণং শৰণং গচ্ছামি॥
ত্ৰিসত্যং ৰামকৃষ্ণ হৰি নামানি শৰণং গচ্ছামি।
ত্ৰিসত্যং একান্ত ভগবদ্ভক্তং শৰণং গচ্ছামি॥

এতিয়াৰপৰা আঢ়ৈ হেজাৰ বছৰ পূৰ্বে ভগৱান বুদ্ধই 'বুদ্ধং শৰণং গচ্ছামি, ধম্মং শৰণং গচ্ছামি, সঙ্ঘং শৰণং গচ্ছামি' এই মূল মন্ত্ৰৰ দ্বাৰা বৌদ্ধধৰ্মত শৰণ দিয়াৰ ব্যৱস্থা কৰিছিল। বুদ্ধদেৱৰ জন্মৰো প্ৰায় দুই/আঢ়ৈ হেজাৰ বছৰ পূৰ্বে গীতাৰ প্ৰৱক্তা ভগৱান শ্ৰীকৃষ্ণই প্ৰিয়তম্ শিষ্য অৰ্জুনক—"সৰ্বধৰ্মান্ পৰিত্যাজ্যং মামেকং শৰণং ব্ৰজ" বুলি উপদেশ দিছে। লগতে অৰ্জুনক নিৰ্ভয় দিছিল যে সকলো পাপৰপৰা তেওঁক উদ্ধাৰ কৰিব।

এতিয়াৰপৰা পাঁচশ বছৰ পূৰ্বে অসম ভূমিত জন্ম গ্ৰহণ কৰি মহাপুৰুষজনাই ত্ৰিনাম—ৰাম-কৃষ্ণ-হৰিত শৰণ দি জীৱক পৰিত্ৰাণ কৰিছিল। মহাপুৰুষ দুজনা আৰু তেৰাসবৰ শিষ্য-প্ৰশিষ্যৰ আবিৰ্ভাৱৰ পাঁচশ বছৰ পিছত এই অসম ভূমিৰেই কামৰূপ জিলাৰ বালাগাঁৱত শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী জন্ম গ্ৰহণ কৰি, মহাপুৰুষ দুজনাৰ এই যুগৰ প্ৰকৃত উত্তৰাধিকাৰীৰ জ্বলন্ত দৃষ্টান্ত দাঙি ধৰি উত্তৰ-পূৱ ভাৰতত 'একশৰণ' ধৰ্ম প্ৰচাৰ কৰিছিল। অসম, উত্তৰবঙ্গ, পশ্চিমবঙ্গ, নেপাল, বিহাৰ, উৰিষ্যা আনকি সুদূৰ ৰাজস্থানতো কৃষ্ণানন্দৰ কমেও আঠ লাখ শিষ্য-প্ৰশিষ্য বিয়পি আছে। উদ্ধৃত শ্লোকটিৰে স্বামীজী 'একশৰণ' দিছিল।

বিৰাট ৰপু, আৰ্যগঢ়ি, গৌড় কলেবৰ, স্থিতপ্ৰজ্ঞ, সাগৰ সদৃশ গভীৰ জ্ঞানেৰে লক্ষ লক্ষ জনতাক মুহিব পৰা বৈষ্ণৱাচাৰ্য, পৰমহংস পুৰুষ শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীদেৱৰ ১৯৯১ চনৰ ২৪ মাৰ্চৰ দিনা দিনৰ চাৰে বাৰ বজাত মাণিকপুৰৰ গীতা ভৱন, গোৱিন্দ আশ্ৰমত—**"পাৰ কৰ! ৰঘুনাথ, বিদায়, বিদায় বিদায়"** ব্ৰহ্মনাদ ধ্বনি কৰি চাৰিকুৰি পোন্ধৰ বছৰ পূৰ্ণ বয়সত তিৰোভাৱ ঘটিল। শ্ৰীকৃষ্ণৰ নামতেই পৰম আনন্দ, পৰম তৃপ্তি লাভ কৰা 'কৃষ্ণানন্দ'ৰ আত্মা পৰম আত্মাত বিলীন হ'ল। কমেও ত্ৰিশ হেজাৰ শোকাকুল ভক্তবৃন্দই আশ্ৰমৰ চৌহদত ২৬ মাৰ্চৰ দিনা তেৰাৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলে।

২৮ মাৰ্চৰ দিনা গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতিৰ প্ৰাঙ্গণত বহা 'শ্ৰীমন্ত শঙ্কৰদেৱ সংস্কৃতি সমাজ' ( পুৰী )ৰ আহ্বানত বহা সভাত সভাৰ সভাপতি, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য শ্ৰীজিতেন্দ্ৰ নাথ দাসে, (আই. এ. এছ.) স্বামীজীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি উচ্চাভিমত এনেদৰে দাঙি ধৰিছিল—"মই সৰ্বপল্লী ডক্টৰ ৰাধাকৃষ্ণণৰ উচ্চ প্ৰশংসিত দৰ্শন গ্ৰন্থসমূহৰ কিছু পঢ়িছোঁ ; স্বামীজীৰ বৃহৎ কলেৱৰৰ শ্ৰীমন্ত ভগবৎ গীতাৰ টীকা-ভাষ্য আৰু "নামঘোষাৰ ভাবামৃত" গ্ৰন্থ দুখনো খৰচি মাৰি পঢ়িছোঁ। এই প্ৰসঙ্গত মই দৃঢ়ভাৱে ক'ব পাৰোঁ স্বামীজীৰ অধ্যাত্ম দৰ্শন ৰাধাকৃষ্ণণতকৈ কোনো গুণে কম নহয়।" তেখেতে আকৌ কৈছিল, "মহাপুৰুষজনাৰ পাঁচশ বছৰ পিছত তেওঁৰ প্ৰকৃত উত্তাধিকাৰী শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ আৱিৰ্ভাৱ হৈছিল ; তেনে আৰু এজন কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ আৰু কিমান শ বছৰ পাছত অসম ভূমিত আৱিৰ্ভাৱ হ'ব তাক কোৱাটো টান।"

উক্ত পুৰীস্থ শ্ৰীমন্ত শঙ্কৰদেৱ সংস্কৃতি সমাজৰ স্বামীজী মুখ্য পৃষ্ঠ-পোষক আছিল। তেখেতৰ পৰলোকপ্ৰাপ্তিত গভীৰ শোক প্ৰকাশ কৰি সমাজৰ অন্যতম পৃষ্ঠপোষক শ্ৰীচিদানন্দ দাসদেৱে কৈছিল—

"স্বামীজীৰ অন্তৰ্ধানত অসম তথা সমগ্ৰ ভাৰতবৰ্ষৰ একশৰণ বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ এটি অপূৰণীয় ক্ষতি হ'ল। তেখেত এজন আদৰ্শ ধৰ্মগুৰু হোৱাৰ উপৰিও এজন সুদক্ষ সংগঠক, আদৰ্শ ৰাজনীতিবিদ আৰু প্ৰবীণ মুক্তি যুঁজাৰু আছিল।"

স্বামীজীৰ পৰলোক প্ৰাপ্তিৰ বাৰ্তাৰ ২৪ মাৰ্চৰ দিনা সন্ধিয়া গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰই প্ৰচাৰ কৰাৰ লগে লগে হেজাৰ-বিজাৰ শোকাকুল ভক্তই যিয়ে য'তে আছিল তাৰপৰা লৰি গৈ গীতাশ্ৰমত জনসমুদ্ৰৰ সৃষ্টি কৰিছিল। স্বামীজীৰ এজন নিঃকিন সেৱক হিচাপে পিছদিনা প্ৰত্যুষতে আমিও মাণিকপুৰলৈ গৈছিলোঁ। দেখিছিলোঁ বহু হেজাৰ জনতাৰে গীতা আশ্ৰম—গোৱিন্দ ভৱন ভৰি পৰিছিল। পকুৱাৰ দৰে লানি নিছিগা ধাৰ। ভক্তবৃন্দৰ কোনোবাই উচুপি, কোনোবাই চিয়া ঢাকুৰি কান্দি কান্দি স্বামীক শেষ শ্ৰদ্ধাঞ্জলি যাচিছিল। আৰু দেখিছিলোঁ কীৰ্তনঘৰ চোতালত বহু হেজাৰ ভক্তই মাটিত বহি স্বামীজীৰ গুণানুকীৰ্তন কৰি লোতক টুকিছিল। সিসকলৰ মাজত অসমৰ বাহিৰেও উত্তৰবঙ্গ আৰু পশ্চিমবঙ্গৰ বহু হেজাৰ শোকাকুল ভক্ত উপস্থিত আছিল। তাৰ মাজত স্বামীজীৰ লগত সততে লাগি থকা—সৰ্বশ্ৰী মদনমোহন পাঠক, যাদৱ দাস, অধ্যক্ষ সত্যনাথ দাস, অধ্যাপক নাৰায়ণ দত্ত, অধ্যাপক হৰেকৃষ্ণ বৰ্মন ম্ৰিয়মান হৈ বহি আছিল। আশ্ৰমৰ ভক্তবৃন্দ আৰু স্বামীজীৰ সেৱিকাসকলৰ ভগ্ন হৃদয়ৰ করুণ বিননিৰ কথা বৰ্ণনাতীত। স্বামীজীৰ প্ৰধান সেৱিকা—কণ্বমুনিৰ পালিতা কন্যা শকুন্তলা সদৃশ স্বামীজীৰ পালিতা কন্যা কুমাৰী বিজুলী মিত্ৰৰ দ্বিতীয় দিনাখনো দেহ-মন সুস্থ হৈ উঠা নাছিল। স্বামীজীৰ পৰলোক প্ৰাপ্তিৰ লগে লগে মাণিকপুৰৰ গীতাশ্ৰম যেন শ্ৰীকৃষ্ণ বিহীন বৃন্দাবন, শ্ৰীৰাম বিহীন অযোধ্যা হৈ পৰিল।

স্বামীজীৰ মূল সত্ৰ গোৱিন্দ ভৱন গীতা আশ্ৰমৰ উপৰিও নগাঁও-মৰিগাঁৱৰ 'ন গীতা সত্ৰ' আৰু উত্তৰবঙ্গৰ 'শাকদল গোৱিন্দ ভৱন

গীতা সত্ৰ' আন দুখন উল্লেখযোগ্য সত্ৰ। স্বামীজী বছৰটোৰ আঠমাহ মাণিকপুৰ সত্ৰত, দুমাহ মৰিগাঁও সত্ৰত আৰু বাকী দুমাহ শাকদল সত্ৰত থাকি শতসহস্ৰ ভক্তবৃন্দক আধ্যাত্মিক খোৰাক যোগাই আছিল। শাকদল সত্ৰই উত্তৰবঙ্গৰ কোচবিহাৰ, জলপাইগুৰি, মালদহ প্ৰভৃতি জিলাকেইখনক সামৰি লৈছিল। ১৯৫০ চন/১৩৫৭ শকৰ ১৬ বহাগত মাণিকপুৰত প্ৰায় ৪০ বিঘা মাটিত গোবিন্দ ভৱন গীতাশ্ৰম প্ৰতিষ্ঠা কৰা হয়। সিদিনাৰ উদ্বোধনী ভাষণত পঞ্জাৱৰ প্ৰাক্তন ৰাজ্যপাল তথা স্বামীজীৰ একনিষ্ঠ ভক্ত মহেন্দ্ৰ মোহন চৌধুৰীদেৱে কৈছিল—"সত্ৰ-বহুল অসমমাতৃৰ বুকুত আৰু এখনি নতুন সত্ৰৰ সৃষ্টি হ'ল।" এই আশ্ৰম প্ৰতিষ্ঠাৰ পিছৰেপৰা প্ৰতি বছৰে ১৬ বহাগৰ দিনা আশ্ৰম প্ৰতিষ্ঠা দিৱস উলহ-মালহেৰে পালন কৰা হয়। তদুপৰি প্ৰতি বছৰে মহাপুৰুষসকলৰ তিৰোভাৱ তিথি-শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ, একশৰণ নামধৰ্মৰ লগত সম্পৰ্ক থকা সকলো তিথি-পাৰ্বণ নিয়মীয়াকৈ পালন কৰাৰ উপৰিও আঘোণ মাহৰ শুক্লা দ্বিতীয় তিথিত স্বামীজীৰ জন্ম দিনক উপলক্ষ্য কৰি মাণিকপুৰত 'গীতা জয়ন্তী' উৎসৱ বহল ভিত্তিত পালন কৰা হয়। তিনিদিন ধৰি অনুষ্ঠিত এই উৎসৱত হেজাৰ হেজাৰ শিষ্য আৰু ভক্তপ্ৰাণ লোকে যোগ দিয়েহি।

স্বামীজীৰ জাগতিক জীৱনৰ সবিশেষ কথা জনাৰ উপায় নাই। তেনেবোৰ প্ৰশ্ন সুধিলে স্বামীজী লাহেকৈ আধ্যাত্মিক আলোচনাত প্ৰবৃত্ত হয়। ৯৫ বছৰীয়া জীৱনৰ প্ৰথম ২০ বছৰ বাদ দিলেও পিছৰ ৭৫ বছৰত স্বামীজী কমেও অসম তথা ভাৰতৰ বিভিন্ন ধৰ্মীয়-সাংস্কৃতিক অনুষ্ঠানত দহ হেজাৰ ভাষণ দিছে। ১৯২১ আৰু ১৯৪২ চনত দুবাৰ কাৰাদণ্ড আৰু চিলেট জেলত এবছৰ নিৰ্জন কাৰাবাস খাটি ভাৰতমাতৃক মুক্তি কৰাৰ পণত ব্ৰতী হৈছিল। দেশ স্বাধীন হোৱাৰ পিছত লোকপ্ৰিয় গোপীনাথ বৰদলৈ, মতিৰাম বৰা, মহেন্দ্ৰ মোহন চৌধুৰী আদিৰ অনুৰোধত অসম বিধান সভালৈ বিনা

প্ৰতিদ্বন্দ্বিতাই নিৰ্বাচিত হৈ জাতি-বৰ্ণবিহীন সমাজবাদী দেশ গঢ়াৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল। গুৱাহাটী আৰু চিলেট জেলত থকা সময়ত জেলৰ ভিতৰতে গীতা-ভাগৱত চৰ্চা আৰু হৰিনাম কীৰ্তনেৰে জেলৰ পৰিবেশ মুখৰিত কৰি তুলিছিল। কৃষ্ণানন্দৰ মুখামৃত ভাগৱত অমৃত পান কৰি ৰাজনৈতিক বন্দী তথা আন আন কয়দীসকলে জেল জীৱনৰ যন্ত্ৰণা পাহৰি গৈছিল। জেলতে বৰদলৈ ডাঙৰীয়াৰ অনুৰোধ ৰক্ষা কৰি শ্ৰীমদ্‌ভগৱত গীতাৰ ৬৬৪ পিঠীয়া টীকা-ভাষ্য লিখিছিল। বহুল প্ৰচাৰিত এই মহামূল্যৱান গ্ৰন্থখনিৰ একাধিক সংস্কৰণ প্ৰকাশ হৈছে।

১৯৭০ৰ দশকৰ স্বামীজী ভক্তবৃন্দৰ অনুৰোধত মাধৱদেৱ বিৰচিত 'নামঘোষা ভাবামৃত' ৮৮৮ পৃষ্ঠাৰ টীকা-ভাষ্য লিখে। এই গ্ৰন্থখনিৰো বহুল প্ৰচাৰে স্বামীজীক আৰু ভক্তবৃন্দক বিশেষ উৎসাহিত কৰিছে। পুনৰ ভক্তবৃন্দৰ অনুৰোধ এৰাব নোৱাৰি 'নামঘোষা ভাবামৃত' গ্ৰন্থখনি বঙলা অনুবাদ কৰা হ'ল আৰু সম্প্ৰতি যন্ত্ৰস্থ হৈ আছে। 'একশৰণ' নামৰ গ্ৰন্থখনিত স্বামীজীয়ে ভগৱৎ ভক্তিৰ মাহাত্ম্য হাত মাৰৰ ভুকুকাত লুকাই থৈছে। 'সাৰথি' স্বামীজীৰ একক পৃষ্ঠপোষকতাত গোবিন্দ গীতা ভৱনৰপৰা প্ৰকাশিত বছৰেকীয়া আলোচনী। যোৱা দুকুৰি বছৰ ধৰি নিয়মিতভাৱে প্ৰকাশ পাই আহিছে।

স্বামীজীৰ ভক্তবৃন্দই তেখেতৰ ৯৫ বছৰত এখন 'অভিনন্দন' গ্ৰন্থেৰে তেখেতক অভিনন্দিত কৰাৰ প্ৰয়াস কৰিছিল। এই প্ৰবন্ধ লেখকৰ সম্পাদনাত গ্ৰন্থখনিৰ কাৰ্য কিছু আগবাঢ়িছিলোঁ। পৰিতাপৰ বিষয় স্বামীজীৰ জীৱিত কালত আমি তেখেতৰ হাতত গ্ৰন্থখনি অৰ্পণ কৰিব নোৱাৰিলোঁ। তাৰ বাবে তেৰাৰ অশৰীৰি আত্মাৰ ওচৰত সমূহ ভক্তবৃন্দই ক্ষমা ভিক্ষা খুজিছোঁ। যি কি হওক তেওঁ জন্ম শতবাৰ্ষিকীৰ পৰিপ্ৰেক্ষিতত উদ্যোগ লোৱা স্মৃতিগ্ৰন্থখনি সম্পাদনা কৰি ভক্তবৃন্দৰ হাতত তুলি দিবলৈ পাই ধন্য মানিছোঁ।

"জয়তু কৃষ্ণানন্দ"

# Tributes to Krishnananda Brahmachari

**Birendra Nath Das**

Sri Srimat Swami Krishnananda Brahmachari, our revered Guru passed away on March 24 at the premises of the Govinda Bhavan Geeta Satra, Manikpur in Bongaigaon district. At the death of this Vaisnavite Guru, a big void is created in the religious field of India. Let us offer our glowing tributes in his memory on his Adya Shraddha day today.

Sri Srimat Swami Krishnananda Brahmachari whose former name was Sri Bhabendra Nath Choudhury was born at Balagaon near Sarbhog in Barpeta district in 1896. The Swami had a religious bent of mind since his childhood. He was greatly influenced by the Ekasran Namdharma of Sri Sri Shankardev and took it as a mission of his life to preach Eksaran Namdharma in its true form. He started preaching of Eksaran Namdharma from Marigaon in then then Nagaon district by establishing the Govinda Bhavan Geeta Satra at Marigaon. Later he came to Manikpur and established the Govinda Bhavan Geeta Satra at Manikpur and made it main centre of his religious activities. At present there are

about a dozen of such Geeta Satras founded by him in Assam and West Bengal.

Although he had formal education in Sanskrit language, he could deliver eloquent religious lectures in Hindi, Assamese, Bengeli even in Arabic language to a certain extent. The whole of the Geeta was in his heart. He could pronounce any Sloka of the Geeta when needed. Swamiji described 'Geeta is my heart'. He had a comparative knowledge of all religions—Hinduism, Islamism and Christianity. His eloquent lectures which have record of continuity up to seven hours at a stretch could touch the hearts of everybody attending his lectures. Swamiji being invited, delivered lectures in many big Muslim congregations to the satisfaction of the Muslim community.

It is worth mentioning here that once Swamiji kept himself underground for long twelve years mostly in the Himalayan region and as he said he met a 'Sanyasi' there. The Sanyasi gave him blessings for preaching religious teachings to the people. He then came overground with deep religious wisdom and started preaching of religious teachings vigorously. The number of disciples of the Swami would be now several lakhs in Assam West Bengal and in other parts of India.

It will be wrong to assess the contributions of the Swami only in the religious aspect although his main contributions centered round his religious activities. Swamiji jumped into the freedom movement and was imprisoned twice. He too was

elected uncontested twice to the Assam Legislative Assembly on Congress ticket. Swamiji's contributions towards the development of Manikpur area during when he was MLA are immense. The task of uplifting the socially backward people in Marigaon area is worth mentioning here. The Lalung community in the area hold him in high esteem and reverence to-day for the services rendered to him in raising their social status at a time when untouchability was an order of the day.

Swamiji wrote commentaries on the Srimat Bhagavat Geeta. He also wrote commentaries on Sri Madhabdev's Namghosa in his book—'Namghosa Bhabamrit'. He also planned to write commentaries on Sri Shankardev's Kirtanghosa but conld not do the work.

After an eventful career of 95 years he left the world on March 24 the sacred Ramnavami Day. Really he was not suffering from any human disease. There are reasons to believe that his death was 'desired one' by himself pronouncing Slokas from Sastras and saying 'Biday, Biday, Biday' raising his hands the Swami breathed his last:



# Krishnananda Brahmachari : An Exponent of Shankarite Philosophy

**Kanak Chandra Deka**

Srimat Swami Krishnananda Brahmachari came to the long home away on 24th March, 1991 at the ripe old age 95. He was a rightful successor and exponent of Shrimanta Shankaradeva and his philosophy and culture in the North-eastern region of India. Long after five hundred years of Shrimanta Shankaradeva-Madhavadeva Assam produced a worthy son and a true follower of them. Krishnananda Brahmachari had been preaching gospel of Shankaradeva to the people and thereby uniting them with the golden thread of brotherhood irrespective of their rank and file, caste and creed, colour and faith. In the whole of North-eastern region Swamiji has more then eight laks followers and disciples. Most of his disciples come from the poor, so-called untouchable and down trodden classes, namely—Lalung, Kachari, Mikir, Rabha, Garo, Rajbangshi. In a time, when the Christian Missioneries led expeditiously to convert those people, no priest, Gosain or Satradhikar came forward to help them, at that moment Krishnananda Brahmachari came forward with an urdent zeal and led them to the path of righteousness which had been shown by Shankara-

deva long five hundred years ago. Swamiji was a versatile genius and a well-versed personality not only in the ethic of the Assamese Vaisnavism preached by Shankaradeva, but also in the philosophy of Shri Shri Chaityanadeva, Guru Nanakji, Buddhadeva, Mahabir Jaina and Hajarat Muhammad. All through his life he tried to find out some synthesis of all the faiths and thereby to drop off the hooks of misunderstanding and confusions and to silence the differences advocated by the so-called jealous religious leaders. Since, Swamiji had a sea-deep knowledge in the 'Sanatana Hindu Dharma' and its authoritative works—the Vedas, the Upanisadas, the Gita and the Shrimat Bhagawat he could explain to the people the most difficult things at ease. To have at heart he also studied the authoritative treatises of the religious like—Bible, Quoran, Tripitak etc.

Swamiji was at a time a great religious preacher, an eloquent speaker, a deep scholar, a body-builder, a pains taking freedom fighter and an honest political leader. He was a father-figure to the mind of his thousands of followers.

The life of the Swamiji was much eventful and more entrancing like Shankaradeva, Madhavadeva, Buddha, Mahavir and Hajarat Mahummad.

Swamiji was born in 1896 A. D. at a small village named 'Balagaon' of present under Kokrajhar district. He belonged to a middle class family and his parents were Sabharam Choudhury and Goodhulipria Devi. The earlier name of Swamiji was Shri Bhabendra Nath Choudhury and after

endowed with cosmic power, i.e. enlightenment he was Christinised as the 'Krishnananda' by his great Guru. In Sannyasin (Sannyas Dharma) there were five recognised titles—Swami, Puri, Giri, Bharati and Puraahangsa. Since Swamij was a life long bechelor, the ornamental prefix Shrimat and suffiex Brahmachari was added to the word 'Swami' i.e. Shrimat Swamiji.

Swamiji's early student career began at the village L. P. school and thereafter, he studied in the Srijangram M.E. school. Swamiji was a meritorious student and read upto the IXth class in the Gauripur High School. In the meantime, the wave of the First Great war (1914 to 1917) engulfed the whole of the world and India under her foreign yoke was also a party to it. The young, energetic Bhabendra Nath Chaudhury gave up his academic life and immediately left for Calcutta to join in the army. But, due to his under age he could not be admitted and ultimately he turned back home.

Like Buddha and Jaina Swamiji was also thougtful from his early childhood and was respectful to the glorious heritage of Assam and India. From his boyhood years he was attracted to the Shankarite culture and philosophy. He had an undomitable desire to visit the birth-place of Shankaradeva. So, to quence his thirst for knowledge he left for Nagaon and visited Alipukhuri and Bardowa, the cathedral of Vaisnavite culture of Assrm. Thereafter, he settled down at Marigaon of Nawgaon district and became Headmaster of

the Marigaon M.E. School. He raised and improved the academic life of the school from grass-root level.

While Swamiji was at Gauripur he came accross a few rare saints and Sannyasins and under their guidance he started his Yoga Sadhana (meditation) and 'Sharir Charcha' (Physical training). Swamiji was ever mindful to cultivate and explore the field of the supreme knowledge.

During the time of his stay at Marigaon, the Non-co-operation Movement launched by Mahatma Gandhi shook up the socio-political foundation of India. Swamiji, in no time, joined the Non-co-operation Movement and was courted rigorous imprisonment. After his release he widely travelled almost all the religious places of India for long twelve years like that of his ideal teacher Shankaradeva and became the enlightened "Srimat Swami Krisnananda Brahmachari"

After turning home up he found the termoil of the Second Great War (1939—1945). Mahatma Gandhi started the 'Quit India Movement' (1942) and Swamiji again jumped into this movement. He took a massive plan to organise the people of the Goalpara district and Marigaon and as a result Swamiji had to court imprisonment for the second time in the Gauhati Jail and Sylhet Jail respectively. It is said that the presence of swamiji turned the Jail environment to a 'Sattra' or a 'Namghar'. At the request of his co-prisoners namely—Lokopriya Gopinath Bordoloi, Mahendra Mohan Choudhury and Motiram Bora, he regularly

read the 'Gita' and expounded its slokas with his ocean-deep knowledge. Lastly to comply with their request he wrote the commentary of the Gita in a book form "Srimat Bhagavad Gita" containing 664 pages. Next, after 1980 he worte the commentary of the 'Namghosha' of Madhavadeva—Shri Shri 'Namghosha Bhavamitra' comprising of 882 pages. Swamiji's another noteworthy work is 'Eksharan'. Besides these, 'Sarathi', an early magazide was regularly published from the "Govinda Bhavan Gita Sattra", Manikpur.

Swamiji's contribution to the field of Assamese Vaisnavism as well as to the Freedom Movement of India is beyond measure. After independence, Swamiji was uncontestedly elected to the Assam Assembly for two consecutive terms (ten year). It is worth mentionining that in the Assembly House also the Swamiji received adorations and salutations from all party leaders errespective of their caste, religion and thesis.

Swamiji was a great donor and an educator. In his Ashram particularly in Manikpur and Marigaon, he had been picking up many poor and wretched young girls and boys and imparting them formal and non-formal education with some vocations thereby making them fit and good citizens. Swamiji has donated all his properties belonging to 'Gobinda Bigraha' at Manikpur and at Marigaon. He donated 20 Bighas of land at Hojai to the Viswa Hindu Parishad for religious purposes. At the instance of Swamiji, the Viswa

Hindu Parishad is planning to construct several hundreds Kirtan Ghars throughout India. The Viswa Hindu Parishad already has built a giagantic Namghar at Hojai.

At the demise of Swamiji Assam has lost her one of the most illustrious sons after Shankaradeva and Madhavadeva and India has lost a worthy son after Shri Chaitanya and Ramkrishna Paramahamsa.

